# বেজবৰুৱা-প্ৰতিভা

## বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী স্মৃতি-গ্ৰন্থ



সম্পাদক
শ্ৰীমহেশচন্দ্ৰ দেৱগোস্বামী
সহযোগী সম্পাদক
শ্ৰীযোগেন্দ্ৰ নাৰায়ণ ভূঞা




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

Bezbarua-Prativa : a centenary Souvenir of Sahityarathi Lakshminath Bezbarua, edited by Principal Mahesh Chandra Dev Goswami and published by the Principal H. P. Neog, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat, Assam

প্ৰকাশক :
শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

গুৱাহাটী কাৰ্য্যালয়
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী—১

প্ৰথম প্ৰকাশ
৫ অক্টোবৰ, ১৯৬৮

মূল্য পাঁচ টকা

ছাপোতা
নবীন মালাকৰ
লক্ষ্মী প্ৰিণ্টিং প্ৰেছ, গুৱাহাটী—১

# প্ৰধান সম্পাদকৰ নিবেদন

বেজবৰুৱা প্ৰতিভাৰ বিভিন্ন দিশ ভালদৰে ফঁহিয়াই চাই সাহিত্যৰথীজনক সদৌ পাঠক সমাজৰ আগত দাঙি ধৰাৰ কেৱল এটি প্ৰয়াসহে এই গ্ৰন্থখনিত কৰা হৈছে। অসম সাহিত্য সভাই বেজবৰুৱা শতবাৰ্ষিকী আঁচনি গ্ৰহণ কৰাৰ লগে লগেই আলোচনামূলক গ্ৰন্থখনি প্ৰস্তুত কৰাৰ বাবে কাৰ্য্যসূচী হাতত লয়। অধ্যক্ষ শ্ৰীমহেশ চন্দ্ৰ দেৱ গোস্বামীক আহ্বায়ক স্বৰূপে লৈ গঠিত হোৱা সমিতিখনে এখন আঁচনি দাঙি ধৰে আৰু শতবাৰ্ষিকী সমিতি তথা সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে এই আঁচনি অনুসৰি গ্ৰন্থখনৰ সম্পাদনাৰ ভাৰ অধ্যক্ষ শ্ৰীগোস্বামীৰ ওপৰত ন্যস্ত কৰে। অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞাই সহযোগী সম্পাদক হিচাপে এই কাৰ্য্যত সহায় কৰে। এটা কথা এইখিনিতে উল্লেখ কৰিব পাৰি যে আঁচনি খন হাতত লোৱা যদিও বহুদিনেই হ'ল, তথাপি লেখকসকলৰ সহাঁৰি মুঠেই সন্তোষ জনক নোহোৱাত অৱশেষত আঁচনি খন পৰিহাৰ কৰিব লগীয়া অৱস্থাত উপনীত হোৱাৰেই উপক্ৰম হৈছিল। নিৰ্দ্দিষ্ট লেখক সকলক প্ৰবন্ধৰ বাবে বাৰে বাৰে অনুৰোধ কৰিও বিফলমনোৰথ হোৱাৰ পিছত সম্পাদক হিচাপে অধ্যক্ষ শ্ৰীগোস্বামী ডাঙৰীয়া স্বাভাৱিকতেই অতিশয় হতাশ হৈ পৰিছিল। তথাপি নিৰ্দ্দিষ্ট সময়ত গ্ৰন্থখন উলিয়াৰ বাবে কৰা দৃঢ় প্ৰচেষ্টাৰ ফল স্বৰূপে চূড়ান্ত হতাশাৰ পিছতো অৱশেষত গ্ৰন্থখনিৰ কাম কোনোৰকমে সম্পূৰ্ণ হৈছে। সেই বাবেই নিৰ্দ্দিষ্ট কৰি থোৱা কেইবাগৰাকী লেখকৰ প্ৰবন্ধ ইয়াত সন্নিবেশ কৰিব পৰা নহ'ল।

প্ৰতিজন অসমীয়া তথা ভাৰতীয়ৰ কাৰণে বেজবৰুৱা কিমান আপোন, এই কথা তেওঁৰ প্ৰতিভাৰ বিভিন্ন দিশত প্ৰকাশ পাইছে। বেজবৰুৱাৰ যুগ আছিল এটি বিৱৰ্ত্তনৰ যুগ। আধুনিক যুগৰ সকলো ধৰণৰ সম্ভাৱেৰে অসমীয়া সাহিত্যৰ বেদী বেজবৰুৱাই ওপচাই থৈ গৈছে। উগ্ৰ জাতীয়তাবাদী বেজ-বৰুৱাই অসমীয়া জাতিৰ নাড়ীৰ স্পন্দন অনুভৱ কৰিছিল আৰু য'তেই প্ৰয়োজন হৈছিল ত'তেই তেওঁ উপযুক্ত ঔষধ প্ৰয়োগ কৰিছিল। এনে এজন দিগন্ত-প্ৰসাৰী প্ৰতিভাসম্পন্ন পুৰুষক সকলোধৰণৰ আলোচনাৰে সামৰিব পৰাটো নিশ্চয় সম্ভৱপৰ নহয়। তথাপি আমাৰ এই গ্ৰন্থখনিত বেজবৰুৱা প্ৰতিভাৰ আটাইকেইটি দিশৰ ওপৰত একোটি আলচ দিবলৈ যত্ন কৰা

হৈছে। এই প্ৰচেষ্টাত যি সকল লেখকে সহাঁৰি দিলে, তেখেতসকললৈ সাহিত্য সভাৰ হৈ কৃতজ্ঞতা জনাইছোঁ। আমাৰ বিশ্বাস এই আলোচনা গ্ৰন্থখনিয়ে আধুনিক যুগৰ সাহিত্যসেৱী সকলক যথেষ্ট প্ৰেৰণা যোগাব পাৰিব।

গুৱাহাটীৰ লক্ষ্মী প্ৰিণ্টিং প্ৰেছে অতি কম সময়ৰ ভিতৰতে কিতাপখন ছাপাশালৰ পৰা উলিয়াই দিছে। আমাৰ সহকাৰী সম্পাদক শ্ৰীনন্দতালুকদাৰেও অশেষ কষ্ট স্বীকাৰ কৰিছে। সদৌজনকে আমাৰ কৃতজ্ঞতা জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১
৩০ চেপ্তেম্বৰ, ১৯৬৮

**শ্ৰীহৰিপ্ৰসাদ নেওগ।**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা।

# সম্পাদকৰ একাষাৰ

বহুমুখী প্ৰতিভাসম্পন্ন লেখক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া সাহিত্য-বুৰঞ্জীৰ দীঘলীয়া অধ্যায় এটি জুৰি আছে। একাধাৰে সাধুকথা, চুটি গল্প, উপন্যাস, কবিতা, ব্যঙ্গ কবিতা, নাটক, প্ৰহসন, তত্ত্বকথা, জীৱনী, আৰু ৰঙিলী ৰচনা আদি লিখি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি বেজবৰুৱাই এটি নতুন যুগৰ সূচনা কৰি থৈ গৈছে। বেজবৰুৱাৰ সমগ্ৰ ৰচনাৱলী এই শতবাৰ্ষিকী উপলক্ষে প্ৰকাশৰ পথত। বেজবৰুৱাৰ ৰচনাৰ মূল্যাঙ্কণৰ নানান প্ৰয়াস হৈ আছে যদিও, কালিদাস, শেক্সপীয়েৰ আদি মহান সাহিত্যিকসকলৰ মূল্যাঙ্কণৰ নন প্ৰচেষ্টা হৈ থকাৰ দৰে, নতুন নতুন দৃষ্টিভঙ্গীৰে বেজবৰুৱা সাহিত্যৰো চৰ্চ্চা আৰু মূল্যাঙ্কণৰ প্ৰয়াস হৈ থাকিব। বেজবৰুৱা সাহিত্যৰ পৰিধি আৰু গভীৰতালৈ চাই শেষ কথা কোনেও এতিয়াই ক'ব নোৱাৰে। তথাপি বেজবৰুৱাৰ শৰীৰৰ প্ৰতি টোপা তেজত থকা গভীৰ দেশপ্ৰেমেই যে বিভিন্ন ৰচনাৱলীৰ মাজেৰে মূৰ্ত্ত হৈ উঠিছে, এই কথা সকলো সমীক্ষকে স্বীকাৰ কৰিব। নৱ বৈষ্ণৱ ধৰ্ম্মৰ আধ্যাত্মিক শক্তিৰে বলীয়ান হৈ ঐতিহ্যপূৰ্ণ ভাৰতবৰ্ষৰ মাজতে এখন বহল, একত্ৰিত অসমীয়া সমাজ গঠনৰ সপোন দেখিছিল মহাপুৰুষ শঙ্কৰদেৱৰ দৰেই বেজবৰুৱাইও। মহান আদৰ্শ ব্যতিৰেকে মহান সাহিত্য সৃষ্টি সম্ভৱ নহয়। সদায় চকুত নতুন দীপ্তি লৈ পুৰণি পৃথিৱীক চাবলৈ বিচৰা বেজবৰুৱাই নিজ ভূমিৰ মধুৰ স্পৰ্শ কোনো কালেই এৰা নাছিল গুণেই বেজবৰুৱা সকলোৰে বাবে আপোন, আৰু সেইবাবেই অসম জুৰি বেজবৰুৱা শতবাৰ্ষিকী পতাত এক অভিনৱ উদ্দীপনা পৰিলক্ষিত হৈছে।

এই শতবাৰ্ষিকী উপলক্ষে বেজবৰুৱাৰ প্ৰতিভাৰ কেউটা দিশ সামৰাকৈ স্মৃতিগ্ৰন্থ এখনি প্ৰকাশৰ আঁচনি গ্ৰহণ কৰি অসম সাহিত্য সভাই সম্পাদনাৰ গধুৰ দায়িত্ব আমাৰ ওপৰত অৰ্পণ কৰে। সেই দায়িত্ব লৈ আঁচনি অনুযায়ী বিভিন্ন লেখকক অনুৰোধ কৰা হয় আৰু কেইবাজনো লেখকে তত্তালিকে পঠাৰি দিয়ে। আন কেইবাগৰাকী লেখকৰ প্ৰবন্ধ শেষ মুহূৰ্ত্তলৈকে নোপোৱাত

দুই এটি প্ৰবন্ধৰ বাবে বিকল্প লেখকক অনুৰোধ কৰা হয়। তেখেত সকলে কম সময়ৰ ভিতৰতে উক্ত প্ৰবন্ধকেইটি দি আমাক কৃতাৰ্থ কৰে। তথাপি বেজবৰুৱাৰ ৰচনাৰ দুই এটি দিশৰ বিষয়ে প্ৰবন্ধ সংগ্ৰহ কৰিব পৰা নহ'ল। অশেষ চেষ্টা সত্বেও আমি সম্পাদনা কাৰ্য্যত যে কৃতকাৰ্য্যতা লাভ কৰিব পৰা নাই সেই বিষয়ে আমি সচেতন। স্মৃতি গ্ৰন্থখনি প্ৰস্তুত কৰাত যিসকল লেখকে আমাক প্ৰবন্ধ দি সহায় কৰিছে, তেখেতসকলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

পৰিশিষ্টত 'বাঁহী'ৰ 'বেজবৰুৱা সংখ্যা'ৰ ( ২৬ শ বছৰ ) কেইটিমান আপুৰুগীয়া প্ৰবন্ধ আৰু ডঃ বাণীকান্ত কাকতি আৰু ৰত্নকান্ত বৰকাকতীৰ প্ৰবন্ধ দুটিও সন্নিবেশ কৰা হৈছে যাতে থূপতে পাঠকে বেজবৰুৱাৰ ৰচনাৰ এটি সামগ্ৰিক আভাস পাব পাৰে।

'বেজবৰুৱা প্ৰতিভা'ত ন-পুৰণি দুয়ো চাম লেখকৰে দৃষ্টিভঙ্গী দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। বেজবৰুৱাৰ নিচিনা বহুমুখী প্ৰতিভাৰ সম্যক সমীক্ষা একেখনি গ্ৰন্থতে কৰাটো সম্ভৱপৰ নহয়। ইতিমধ্যে বেজবৰুৱাৰ বিষয়ে কেবাখনো কিতাপ আৰু বহুতো প্ৰবন্ধ ওলাইছে। তাৰ লগতে বেজ-বৰুৱা প্ৰতিভাৰ এই আলোচনা গ্ৰন্থখনি এটি সামান্য অৰিহণাহে; সামগ্ৰিক মূল্যাঙ্কণ নহয়। যুগে এই সকলো মূল্যাঙ্কণৰে পুনৰ মূল্যাঙ্কণ কৰিব।

সম্পাদনাৰ দায়িত্ব অতি গধূৰ। এই গধূৰ বোজা বহন কৰাত অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞাই আমাক সৰ্ব্বতোপ্ৰকাৰে সহায় কৰাতহে ইমান খিনিয়েই সম্ভৱ হৈছে। প্ৰধান সম্পাদক শ্ৰীনেওগে তেখেতৰ এশ এবুৰি লেঠাৰ মাজতে এই গ্ৰন্থখনি সম্পাদনাৰ কাৰ্য্যত আমাক যি উৎসাহ দি কামত আগ বঢ়াই দিলে, তাৰ বাবে আমি কৃতজ্ঞ। তাৰ উপৰি সহকাৰী সম্পাদক অধ্যাপক শ্ৰীনন্দতালুকদাৰ আৰু ডঃ শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্যৰ বহুমূলীয়া সহায় আৰু লক্ষ্মী প্ৰিণ্টিং প্ৰেছৰ তৎপৰতাতহে গ্ৰন্থখনি সময়মতে ওলোৱাটো সম্ভৱপৰ হ'ল। এই গ্ৰন্থ সম্পাদনাৰ লগত জড়িত এই সকলো লোকলৈকে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

নগাওঁ
৩০।৯।৬৮

শ্ৰীমহেশচন্দ্ৰ দেৱগোস্বামী।
সম্পাদক,
বেজবৰুৱা শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ।

# সূচী

# পৰিশিষ্ট

# বিৰাট পুৰুষ লক্ষ্মীনাথ

শ্ৰীনীলমণি ফুকন

লক্ষ্মীনাথৰ প্ৰাণৰ উন্মাদনা আছিল স্বদেশ স্বজাতি। "অ' মোৰ আপোনাৰ দেশ" আছিল তেওঁৰ জীৱনৰ সুৰ। আজন্ম একৰকম নিৰ্ব্বাসিত হৈ থাকিও অসমৰ দৰে আন এখন "এনুৱা দেশ" বিচাৰি নাপালে, অসমৰ "সুৱীয়া মাত" আন কাৰো কল কণ্ঠতো নুশুনিলে। গতিকে, লক্ষ্মীনাথে চিন্তন মনন ধ্যান ধাৰণাৰ মাজত সদায় অসম মাতৰ মূৰ্ত্তিকেই বাহিৰে ভিতৰে দেখি আছিল। স্বদেশ স্বজাতিৰ ভাৱত অহৰহ তন্ময় হৈ থকা লোকক পাৰিপাৰ্শ্বিক অৱস্থাই কোনো পৰিৱৰ্ত্তন ঘটাব নোৱাৰে। তেওঁ-লোক য'তেই নাথাকক স্বদেশ, স্বজাতি, গাৰ নগৰ চাঁচো হৈ থাকিবই থাকিব। সঙ্গীতপ্ৰাণ ৰাধিকাৰাম চেকীয়াল ফুকনে বাল্য কালৰে পৰা বিলাত আদি বিদেশত থাকি, ডেকা হৈ ভাৰতলৈ উলটি আহি কলিকতাত তেওঁক সম্বৰ্দ্ধনা দিওঁতে প্ৰথম গান গালে "ৰৰষৰ শুৱনি জীয়ৰী ছোৱালী উলিয়াই দিবলৈ টান।" লক্ষ্মীনাথে প্ৰবাসুৱা জীৱনত তেওঁৰ প্ৰিয় অসমীয়া খাৰৰ আঞ্জা, কাহঁদি, খাৰলিৰ জুতি জিভাৰে ললৈ সহজে পোৱা নাছিল, কিন্তু তেওঁৰ কাপৰ মুখত সদায় পাই আছিল। কাজেই, জিভাতকৈ তেওঁৰ প্ৰাণে পোৱা আস্বাদ আৰু অমৃতময় হোৱাৰ কথা। প্ৰতিভাসম্পন্ন লোকৰ ওপৰত পাৰিপাৰ্শ্বিক অৱস্থাৰ কোনো প্ৰভাৱ পৰিব নোৱাৰে। অসমীয়া জাতি, অসমীয়া ভাষা, অসমীয়া সংস্কৃতিৰ সঙ্গমত দিনে স্নান, পান, অৱগাহন (আধ্যাত্মিক ভাৱত) কৰা লক্ষ্মীনাথৰ ভৌগোলিক ত্ৰিবেণী স্নানৰ প্ৰয়োজন নাছিল। সকলপুৰৰ অৰণ্যানীও তেওঁৰ বাবে অসমৰ

"বৰকলা হাবিয়েই" আছিল। বঙ্গদেশৰ "বৌ কথা কও" পখীৰ মাতত অসমৰ কেতেকী চৰাইৰ "অ' মোৰ কেতেকী !" মাতকেই শুনি কাণ জুৰ কৰিছিল। সকলোৰে বাগী কুঠাৰ মৰা অসমীয়া জাতিটোৰে যি যি ক্ষেত্ৰতে ৰণ দিব লগা হৈছিল, লক্ষ্মীনাথে তাতেই "সব্যসাচী" হৈ ধনুৰ্ব্বাণ নিক্ষেপ কৰিছিল ।

এটা পৰ্ব্বতৰ ওচৰত হঠাৎ ওলালে তাত চকু ঠেকা খাবই খাব। সেই-দৰে লক্ষ্মীনাথৰ বিৰাট ব্যক্তিত্বৰ আগত সকলোৰে ৰ লাগি চাই থাকিব লগীয়া হৈছিল। তেওঁৰ অদ্ভুত আকৰ্ষণীয় শক্তি আছিল । তেওঁৰ সাধাৰণ অৰ্থত "কথা চহকী" বুলি কব নোৱাৰি। কিন্তু তেওঁৰ অন্তৰ যে চহকী কথাৰে ভৰপূৰ, সেইকথা তেওঁ কথোপকথন কৰোতে তেওঁৰ বচন গম্ভীৰ স্বৰত আপোনাআপুনি ওলাই পৰে, তেওঁৰ খুহুটীয়া কথাত বাগৰি যায়; তেওঁৰ ঈষৎ হাস্যই আনৰ মুখত হাঁহিৰ খলকনি তোলে । তেওঁ সময়ৰ শৰ মাৰিবলৈ কেতিয়াও পাছৰা নাছিল। সমনীয়া বন্ধু হৰনাৰায়ণ বৰাৰ গোফৰ মাজ ডোখৰ অলপ পকিছিল আৰু বেজবৰুৱাৰ মূৰৰ পাছফালে এচকলা চুলি পকিছিল। বৰা ডাঙৰীয়াই কয়, "হেৰা লক্ষ্মী! তোমাৰ দেখোন পাছফালে চুলি পকিবলৈ ধৰিলেই" লক্ষ্মীনাথে তপ্‌কৰে উত্তৰ দিলে, "এৰা, যমে সন্মুখ সমৰ দিবলৈ ভয় কৰি পাছফালৰ পৰা জোকাই চাইছে। তোমাক হবলা গোঁফটাৰতে ধৰিছে ?" বৰবৰুৱাৰ বৰপেট শ্ৰীলক্ষ্মীনাথৰ থূলন্তৰ দেহাটোৰেই নহয় জানো ? কাকতৰ টোপোলাটো লক্ষ্মীনাথৰ পেটত থকা সাঁচতীয়া জ্ঞান-গৰ্ভ কথাখিনিয়েই বুলি ক'ব নেলাগিবনে ? দুজনা গুৰুৰ অসম দেশৰ সুষমাখিনি বেজবৰুৱা ডাঙৰীয়াই যিদৰে তত্ত্ব-দৰ্শী ঋষিৰ দৰে দেখিছিল অসমীয়া সমাজৰ কানীয়া কেইটাৰ টিকিৰা পুৰি ধুঁৱলি কুৱঁলী হোৱা মূৰৰ ওপৰে কামাখ্যা পাহাৰো উৰা তেওঁ গম পাইছিল। জাপৰিৰ মূৰৰ ওকণি কেইটাও তেওঁ নেদেখা নাছিল; বৈণীয়েকে চুৱা কাঁহি বাটি ধোওঁতে, জগৰা মণ্ডলেও যে আধুনিক ডেকা গাভৰুৰ প্ৰেমা-ভিনয় কৰিবৰ ইচ্ছা গৈছিল সেই কথাও তেওঁৰ অবিদিত নাছিল । তেওঁ অসমীয়া চহা মাতৰ"প্ৰভু ঈশ্বৰতেই" ঈশ্বৰ আবিৰ্ভাব হোৱা দেখিছিল। তেওঁ কাল্পনিক বন্ধু "কৃপাবৰৰ"মুখেদি অসমীয়া সমাজৰ দোষখিনি যিদৰে ব্যঙ্গচিত্ৰৰ মাজেদি দেখুৱাই গ'ল গি অসমীয়া সমাজত এটা ডাঙৰ আলো-ড়ন তুলিছিল। এইজন "বেজে" যেতিয়া সৌকা চলাবলৈ ধৰে, যেনে ডাঙৰ চামোন ভুত নহওঁক, সমাজৰ দেহা এৰি যাবলৈ তেতিয়াই সৈ লয়। অসমীয়া ভাষাৰ শত্ৰুসকলক তেওঁৰ চোকা কাপে খণ্ড-বিখণ্ড কৰি পেলালে । অসমীয়া

ব্যাকৰণৰ হ্রস্ব ই আৰু দীর্ঘ ঈ যুদ্ধখন বন্ধ কৰিলে। তেওঁ বংশীবদন হৈ 'বাঁহী'ত আকৌ নিভাঁজ অসমীয়া সুৰ দিবলৈ ধৰিলে। "বাতৰি"খন বন্ধ হোৱাত তেওঁ শেষ শয্যাত পৰি থকা অৱস্থাতো এই লিখকক দেখা মাত্রেই কৈ উঠিল "ফুকন! দেখি বৰ ভাল পালোঁ। কিন্তু "বাতৰি"খন বন্ধ হোৱাত দুখ পালোঁ। মোৰ অৱস্থাও তোমাৰ দৰে। নহলে মই এখন ব্লেঙ্ক চেক ( Blank cheque ) দিলোঁহেতেন, আৱশ্যকীয় টকাটো তুলি ভৰাই ল'ব পাৰিবাকৈ!" তেওঁৰ দার্শনিক তত্ত্ব প্রচাৰৰ মাজেৰে দুজনা গুৰুক প্রচাৰ কৰিলে; শ্রীশঙ্কৰীযুগল পুনৰ প্রবর্ত্তন কৰি থৈ গ'ল। মহাপুৰুষৰ পঞ্চশত বার্ষিকীৰ পাছত বুকুৰ বান্ধ মাধৱে কোৱা "যাৱৎ চন্দ্রদিবাকৰ থাকে মানে থাকিব" "আৰু পাঁচ শবছৰ কিয়" এইকথাৰ সূচনা লক্ষ্মীনাথৰ লিখনিয়ে দি থৈ যোৱা নাইনে?

লক্ষ্মীনাথৰ জন্মশতবার্ষিকীয়েও কি সূচাইছে? সাহিত্যৰথী লক্ষ্মীনাথৰ শতধাগতি প্রতিভাৰ ধনে অসমৰ বর্ত্তমান আৰু ভৱিষ্যত সাহিত্যিক সকলক অন্ততঃ পাঁচশ বছৰলৈকে চোৱাই নিদিবনে? অসমীয়া সাহিত্য সেৱী সকলৰ মুখ লক্ষ্মীনাথৰ প্রতিভাই উজ্জ্বল কৰি তোলক এয়ে সকলোৰে কামনা। "লক্ষ্মী" ভাণ্ডাৰৰ সাহিত্য ৰত্নৰাজীৰ সাতসৰী গুঠি চিৰ চেনেহী ভাষা জননীৰ কণ্ঠত অর্পণ কৰক। শুনা! এইয়ে যেন দৈৱবাণী হৈছে। এই "লক্ষ্মী"পূজাত বাণী পূজাও চলিব। আজি সমস্ত অসম দেশ বাণী তীর্থও হৈ পৰিছে। আজি "লক্ষ্মীৰ" ভাণ্ডাৰ মুকলি হওক।

# "বেজবৰুৱাক মই যি দৰে জানো"

**শ্ৰীপদ্মধৰ চলিহা**

পঢ়াশলীয়া ছাত্ৰ হৈ থাকোতেই "কৃপাবৰ বৰবৰুৱা"ৰ নাম আমাৰ কণ্ঠগত হৈছিল। "বৰবৰুৱাৰ বৰপেট"আদি খুহুটীয়া কথাবোৰৰ সভাই সমিতিয়ে আবৃত্তি কৰি নিজেও আমোদ পাইছিলোঁ, দহজনকো আমোদ যোগাব পাৰিছিলোঁ। ১৯০৮ চনৰ পৰা ১৯১২ চনলৈকে কটন কলেজত পঢ়া কালতহে ভালকৈ জানিব পাৰিলো কৃপাবৰ বৰুৱা অইন কোনো নহয়, আমাৰ ৰংপুৰৰে নামজ্বলা বেজবৰুৱা বংশৰ তাগানিৰ অসামান্য পুৰুষ দীননাথ বেজবৰুৱাৰ পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱা। তেখেতে হেনো কলিকতাত ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰাই তাতে বসতি কৰিছে। সূৰ্য্য গ্ৰঃ, দেবেশ্বৰ শৰ্ম্মা আদি বন্ধু সকলৰ লগত জোনাকী গৰ অন্যতম প্ৰবৰ্ত্তক বেজবৰুৱা, আগৰৱালা আদিৰ লগত অসমীয়া সাহিত্যলৈ আগ বঢ়োৱা বহুমূলীয়া অবদানৰ বিষয়ে সততেই আলোচনা কৰিছিলোঁ। গতিকে বেজবৰুৱা মানুহগৰাকীক সশৰীৰে স্বচক্ষে চাবলৈ স্বাভাৱিকতে বৰ কৌতূহল জন্মিছিল।

১৯১০ চনত যেতিয়া কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ যাওঁ (সেই কালত কটন কলেজত ডিগ্ৰী শ্ৰেণী হোৱা নাছিল) এই লিখকৰ খাই হেঁপাহ হ'ল কৃপাবৰ ওৰফে বেজবৰুৱাক চাবলৈ পোৱাটো। ইডেন হোষ্টেলত নাম লগোৱাৰ ২।১ দিনৰ পিছতে কলিকতাৰ উপকণ্ঠস্থ হাওৰা নগৰৰ ২নং ৰোজমেৰী লেইনৰ 'লৰেলছ্' নামৰ বেজবৰুৱাৰ বাসভৱনলৈ গ'লোঁ, লগত আছিল বেজবৰুৱাৰ অতি প্ৰিয়ভাজন 'বদুকবি' যতীন্দ্ৰনাথ দুৱৰা। তেওঁ মোক চিনাকি কৰি দিলে মোৰ ঘৰুৱা 'সোণটি' নামটোৰে। তৎমুহূৰ্ত্ততে বেজবৰুৱাই "অ' সোণটি, বহা" বুলি ড্ৰইংৰুমত বহুৱালে। বেজবৰুৱাৰ গহীন গম্ভীৰ সৌম্যমূৰ্ত্তি দেখি মই আচৰিত হলোঁ। মনে মনে ভাবিলো এইহেন গহীন মানুহজনেই কেনেকৈ বাৰু হাঁহিত : পটুনাড়ী

ছিগা খুহুটীয়া কথাবোৰ লিখে। বেজবৰুৱাৰ ঘৰতে তিনিওটি জীয়ৰী অৰুণা, ৰত্না, দীপিকাৰ লগতো চিনাকি হৈ ভাল লাগিল। বেজবৰুৱাৰ মুখত বোম্বাই চুৰট। এক মুহূৰ্ত্ততে মানুহক আপোন কৰি লব পৰা তেখেতৰ মহৎ গুণত মই সঁচাকৈয়ে মুগ্ধ হৈছিলোঁ। আমাক আদৰ সাদৰেৰে চাহ জলপান খুৱাই আপ্যায়িত কৰিলে। অৱশ্যে তেখেতৰ পৰিবাৰ প্ৰজ্ঞাসুন্দৰী দেৱীক এদিনো দেখা নোপোৱাটো আমাৰ দুৰ্ভাগ্য বুলি ধৰিলোঁ।

তেতিয়া বেজবৰুৱা প্ৰতিষ্ঠিত আৰু সম্পাদিত "বাঁহী" আলোচনী কলিকতাৰ ২নং লালবাজাৰ ষ্ট্ৰীটৰ পৰা প্ৰকাশিত হৈছিল। কৰ্য্যাধ্যক্ষ আছিল বেজবৰুৱাৰ ভায়েক হৰিনাথ বেজবৰুৱা। "বাঁহী"লৈ প্ৰবন্ধ দি পঠিয়াবলৈ সাহ উপজিল। কবিতা, গীত, চুটি গল্প আদি পঠাবলৈ ধৰিলোঁ। প্ৰত্যেকটিয়েই প্ৰকাশিত হোৱা আৰু কেতিয়াবা একোটা সংখ্যাত প্ৰথম স্থান দিয়া দেখি নথৈ উদগণি পালোঁ। জীৱনত এটা মাত্ৰ বাস্তৱবাদী চুটি গল্প লিখিছিলো সেই সময়তে 'বলিয়া' শিৰোনামাৰে। মনোনীত হয়নে নহয় বৰ সন্দেহ হৈছিল, কিন্তু পিছৰ সংখ্যাত প্ৰকাশিত হোৱা দেখি আচৰিত হলো। এদিন বেজবৰুৱাই লগ পাই মোক ক'লে "It is well written." এইদৰে লিখকসকলক উৎসাহ আৰু প্ৰেৰণা দিয়াটো বেজবৰুৱাৰ আছিল ডাঙৰ গুণ। এই অভাজনে সাহিত্য ক্ষেত্ৰত যি একেৰি প্ৰতিপত্তি লভিব পাৰিলে তাৰ মূলতে হ'ল মোৰ চিৰপূজ্য পিতৃদেৱতা ফণিধৰ চলিহা, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু আৰু অসমীয়া সাহিত্যত দ্ৰোণাচাৰ্য্য পদ্মনাথ গোহাঁঞি বৰুৱাৰ পৰা পোৱা অশেষ উদগণি আৰু অসীম অনুপ্ৰেৰণা।

বেজবৰুৱাৰ বাসভৱনলৈ মাজে সময়ে সবান্ধৱে গৈ থাকো। সেইটো তীৰ্থযাত্ৰা যেন লাগিছিল। কেতিয়াবা তাত অৰ্গেন লৈ শ্ৰীমতী অৰুণাই কেতিয়াবা শ্ৰীমতী ৰত্নাই গান গাই শুনাই আপ্যায়িত কৰে। "তোমাৰ মৌ কোঁহ তোমাতেই থাওক", "মোৰ আয়ে লকাই পাৰিলে কণী" ইত্যাদি বেজবৰুৱা-ৰচিত গীতৰ সুৰ লহৰী আজিও কাণত বাজি আছে। শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি বেজবৰুৱাৰ 'লৰেলছ' বাসভৱনত প্ৰতি বছৰেই গাম্ভীৰ্য্য-পূৰ্ণ পৰিবেশত পালন কৰা হৈছিল আৰু তাত কলিকতাবাসী অসমীয়া সকলে সৰ্বান্তঃকৰণে যোগ দিয়াৰ সৌভাগ্য ঘটিছিল। বেজবৰুৱাই নিজে ধুতি চাদৰ পিন্ধি হাতত ভোৰতাল লৈ প্ৰসঙ্গ কৰাৰ গহীন দৃশ্য আজিও মানসপটত জলজল পটপটকৈ জিলিকি আছে। বেজবৰুৱাৰ চোতালত দিন

দুপৰত অসমীয়া ব'ৰাগী এজনে টোকাৰী গীত গোৱাৰ সোঁৱৰণতে বেজবৰুৱাৰ অমিয়াপ্ৰসূতা লিখনীৰ পৰা "বীণ ব'ৰাগী"ৰ নিচিনা ওখ খাপৰ দেশ প্ৰেমোদ্দীপক কবিতা ওলাল।

সেই কালত মটৰগাড়ী আদিৰ প্ৰচলন আভিজাত্য সম্পন্নলোকৰ মাজতো নাছিল। কলিকতাৰ ডাঙৰ ডাঙৰ জমিদাৰ, ব্যৱসায়ী সকলোৱেই ঘোৰাই চলোৱা ধুনীয়া ধুনীয়া ফিটন গাড়ীহে ব্যৱহাৰ কৰা দেখিছিলোঁ। আমাৰ বেজবৰুৱা ডাঙৰীয়াও চাহাবী সাজ পিন্ধি ৰবাৰ টায়াৰৰ ঘোৰাগাড়ী এখনত হাওৱাৰ পৰা কলিকতালৈ অহা যোৱা কৰা দৃশ্য আমাৰ কাৰণে বিশেষ উপভোগ্য হৈছিল। বাটত আমাক কেনেবাকৈ লগ পালে গাড়ীখন ৰখাই ঘৰুৱাভাৱে কথা পাতে।

বেজবৰুৱাৰ লগত কথাবতৰা পাতি আৰু বেজবৰুৱাৰ নিভাঁজ নিখুঁত অসমীয়া ভাষাৰ ভিন ভিন বিষয়ক ৰচনাৱলী পঢ়ি মোৰ স্পষ্ট ধাৰণা হৈছিল যে, তেওঁ যদিও জীৱনৰ সৰহ কাল প্ৰবাসত কটাব লগা হৈছিল, যদিও তেওঁ বঙ্গদেশীয় অভিজাত পৰিয়ালৰ এগৰাকী বিদুষী মহিলাৰ লগত প্ৰণয় সূত্ৰত আবদ্ধ হৈছিল, যদিও তেওঁ অনা-অসমীয়া লোকৰ মাজতে সততে থাকিব লগা হৈছিল, তেওঁ শিবসাগৰৰ পৰা যাওঁতেই লগত লৈ গৈছিল ৰংপুৰীয়া নিভাঁজ অসমীয়া ভাষাৰ জতুৱা ঠাচঁ অৰু এই অঞ্চলৰ নগৰীয়া আৰু গাৱঁলীয়া জীৱনৰ সামাজিক আচাৰ পদ্ধতি, ৰীতি নীতি, অন্ধবিশ্বাস, কুসংস্কাৰ, সাধুতা, ভণ্ডামি আদিৰ মচ নোযোৱা সাঁচ। তেওঁৰ বৈবাহিক সমন্ধতো অসমীয়া আৰু বঙালী সংস্কৃতিৰ এটি মধুৰ সমন্বয় ঘটিছিল বুলি কলেও বোধকৰো ভুল কৰা নহব।

বেজবৰুৱাৰ বহুমুখী সাহিত্য প্ৰতিভাৰ বিষয়ে ভালেমান কৃতবিদ্যলোকে আলোচনা কৰিছে যদিও নিৰপেক্ষ, সূক্ষ্ম, বিস্তৃত আলোচনাৰ থল এতিয়াও আছে বুলি ভাবো। এই ক্ষুদ্ৰ প্ৰবন্ধত বেজবৰুৱাৰ হাস্যৰস সম্বন্ধে মাথোন আমাৰ দিয়েক নিবেদন কৰিব খোজো। হাস্যৰসৰ প্ৰধান উপকৰণ হৈছে সম্পদশালিতা (Resourcefulness), অসামঞ্জস্যৰ সম্যক জ্ঞান(Keen sense of incongruity), সুক্ষ্মতা (Subtlety), সুৰুচি (Good Taste) প্ৰত্যুৎপন্নমতি (Presence of mind), পৰ্য্যবেক্ষণ শক্তি, (Power of Observation) আৰু নিৰপেক্ষতা (Impartiality)। বিশুদ্ধ হাস্যৰস (True wit and True Humour) সৃষ্টিৰ বাবে উল্লিখিত গুণকেইটা অপৰিহাৰ্য্য। বহুৱালি Buffunery) বা খিতিঙালিয়ে প্ৰকৃত হাস্যৰসৰ সমল নোযোগায়। খুৰৰ

ধাৰ অতি সূক্ষ্মভাবে চোকাকৈ ধৰালেহে দাড়ি নোম খুৰাব আৰু আবৰ্জনা আতৰাব পাৰি, খুৰখন ভোটা হলে গালৰ ছাল বখলয়াই বেদনাৰহে সৃষ্টি কৰিব। সেইদৰে হাস্যৰসত কুৰুচি, ব্যক্তিগত আক্ৰোশ আদিৰ চিন থাকিলে আৰু সি ভতুৱা বা খহতা হলে কাকো বিমল আমোদ বা বিশুদ্ধ আনন্দ যোগাব নোৱাৰে, বৰং কাৰোবাৰ অন্তৰত আঘাত কৰিব, শত্ৰুৰ সংখ্যা বঢ়াব। ওপৰত উনুকিয়াই অহা প্ৰকৃত নিখুঁত হাস্যৰসৰ আটাইবিলাক উপকৰণৰ অধিকাৰী আছিল বেজবৰুৱা। সেইহে বেজবৰুৱাই কলীয়াভোমোৰা বৰফুকনৰ টপা মূৰটোৰ ওপৰত সহজে ধান শুকুৱাব পাৰি বুলি "পদুমকুৱঁৰী" উপন্যাসত লিখিব পাৰিছিল ।

কিন্তু এই লিখকৰ বিবেচনাৰে বেজবৰুৱাক অকল হাস্যৰসিক বুলি ধৰিলেই বা " কৃপাবৰ বৰবৰুৱা" স্বৰূপে সন্মানিত কৰিলেই তেওঁৰ বহুমুখী শক্তি প্ৰতিভাক সীমিত পৰিসৰত লোৱা হব আৰু তেওঁৰ প্ৰতি সুবিচাৰ কৰা নহব। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ প্ৰবৰ্ত্তিত একশৰণীয়া বৈষ্ণৱ ধৰ্ম্মৰ নিগূঢ় তত্ব আৰু বিশ্বজনীন আবেদন বৰ্ত্তমান যুগত পোন প্ৰথমতে বিশদৰূপে বিশ্লেষণ কৰি দেখুৱালে বেজবৰুৱাই, অকল অসমতে নহয় সুদূৰ বৰোদা ৰাজ্যতো। বেজবৰুৱাই অন্য একো নিলিখি যদি অকল "শঙ্কৰদেৱ" আৰু 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ" এই দুখন অমূল্য গ্ৰন্থ লিখি থৈ গলহেঁতেন, সেই দুখনেই অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত বেজবৰুৱাক চিৰস্মৰণীয়, চিৰবৰেণ্য কৰিলেহেঁতেন। ইতিপূৰ্ব্বে প্ৰকাশিত এই লিখকৰ 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভা' প্ৰবন্ধত আৰু 'The Sahityarathee of Assam' নামৰ ইংৰাজী পুস্তিকাত বেজবৰুৱাৰ বিষয়ে যথাসাধ্যে আলোচনা কৰা হৈছে ।

## অসম ছাত্ৰ সন্মিলন আৰু বেজবৰুৱা

১৯১৬ চনলৈকে অসমৰ ছাত্ৰ সমাজৰ এখন উমৈহতীয়া অনুষ্ঠানৰ অভাৱ বৰকৈ অনুভৱ কৰা হৈছিল। ভাৰতৰ ভিতৰত তেতিয়ালৈকে মাত্ৰ বিহাৰ প্ৰদেশত এখন ছাত্ৰ সন্মিলন প্ৰতিষ্ঠিত হৈছিল। এই লিখক তেতিয়া কলিকতা প্ৰবাসী ছাত্ৰ আছিল । অন্যান্য ছাত্ৰ আৰু ডেকা সকলক পৰামৰ্শ কৰি কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ কলিকতাৰ হেৰিচন ৰোডৰ বাসভৱনতে এখন চাহমেল পাতি, অসম ছাত্ৰ সাহিত্য সন্মিলন এখন পাতি অসমৰ ছাত্ৰ ছাত্ৰীসকলক সংঘবদ্ধ কৰিবলৈ স্থিৰ কৰা হল । তাৰ আহ্বায়কৰ ভাৰ পৰিল এই অভাজনৰ ওপৰতে। কলিকতাৰ পৰা সংগঠন কৰাৰ

অসুবিধা দেখি পিতৃ দেৱতাৰ ইচ্ছাৰ বিৰুদ্ধেই গুৱাহাটীলৈ পঢ়িবলৈ গুচি আহিলোঁ। কিছুদিনৰ পিচত কাৰ্জ্জন হলত (এতিয়া নবীন বৰদলৈ হল) শিক্ষাবিদ ৰামেশ্বৰ বৰুৱাদেৱৰ সভাপতিত্বত এখন বিৰাট সভা পাতি ১৯১৭ চনত গুৱাহাটীতে পোন প্ৰথম অসম ছাত্ৰ সন্মিলন বহুৱাৰ সিদ্ধান্ত কৰা হ'ল। অম্বিকানাথ বৰা, জ্ঞাননাথ বৰা, দৈৱচন্দ্ৰ তালুকদাৰ, চন্দ্ৰনাথ শৰ্ম্মা আদি ভালেমান ছাত্ৰই এই সঙ্কল্প কাৰ্য্যত পৰিণত কৰাত লিখকৰ লগতে সক্ৰিয় সহযোগিতা আগ বঢ়ালে। প্ৰথম সন্মিলনৰ সভাপতিত্ব কৰিবলৈ লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীযাক আমন্ত্ৰণ জনাবলৈ স্থিৰ কৰা হ'ল। বিশেষভাবে সবিনয়ে অনুৰোধ কৰি তেখেতলৈ চিঠি এখন দিলোঁ। তেখেতে চাত্ৰাৱস্থাতে শিৱসাগৰৰ ঘৰৰ পৰা ওলাই যাবৰ পৰা অসমলৈ অহা নাছিল। আমাৰ সন্দেহ জন্মিল তেওঁ আহিব নে নাহে। তেনেতে গুৱাহাটীৰ জনদিয়েক গণ্য মান্য লোকে আমাক মাতি নি ক'লে "বেজবৰুৱাক কিয় মাতিছা, ইয়াত অপমান দিবলৈ? তেওঁক কামৰূপৰ ফালৰ মানুহে ভাল নাপায।" মই ঘপকৰে সমিধান দিলোঁ "কামৰূপৰ মানুহৰ মনোবৃত্তি এনে নীচ নহয় যে এগৰাকী বিশিষ্ট অতিথিক অপমান কৰিব। আপোনালোকে ভয় নকৰিব। সকলো ভালেৰে হৈ যাব।" সৌভাগ্যবশতঃ বেজবৰুৱাই পৌৰোহিত্য কৰিবলৈ সাদৰে সন্মতি জনালে। বিপুল উছাহ উদ্দীপনাৰ পৰিবেশত পোন প্ৰথম অসম ছাত্ৰ সন্মিলনৰ সকলো কাম সুচাৰুৰূপে সফলতাৰে সম্পন্ন হৈ গ'ল। নতুন কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠন কৰা আলোচনা চলোতে বেজবৰুৱাই সভাপতিৰ আসনৰ পৰা এই অভাজনকে প্ৰধান সম্পাদকৰ দায়িত্ব লবলৈ টানি ধৰিলে। চেনেহৰ মাতেৰে ক'লে, "সোনাটি, সোঁৱাহে"। মই বুজাই ক'লোঁ, "মই বহুত কষ্ট কৰি সন্মিলনখন গঠন কৰি দিলোঁ, এতিয়া মই কাৰ্য্যনিৰ্ব্বাহক সভ্য হৈয়ে কাম কৰিম। হেড়ম্ব বৰুৱাই সম্পাদক হওক, মই তেওঁক সহায় কৰিম।" তেতিয়া তেখেতে একো নামাতিলে, কিন্তু এই অভাজনৰ প্ৰতি তেখেতৰ মৰম আৰু আস্থাৰ নিদৰ্শনত অভিভূত নোহোৱাকৈ নাছিলোঁ। বেজবৰুৱাই কলিকতাত ছপাই অনা প্ৰাণস্পৰ্শী অভিভাষণ খনে ছাত্ৰ সম্প্ৰদায় আৰু সদৌ ৰাইজৰ অন্তৰত নতুন চেতনাৰ সঞ্চাৰ কৰিলে অসমীয়া জাতিয়ে নতুন পোহৰৰ, নতুন জীৱনৰ সন্ধান পালে।

আৰু এষাৰ কওঁ। বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশত'কৈ 'অসম সঙ্গীত'হে অধিক প্ৰেৰণাদায়ক আৰু প্ৰাণস্পৰ্শী। তাৰ সুৰতেই গাওঁ

"বাজক ডবা বাজক শঙ্খ বাজক মৃদং খোল

অসম আকউ উন্নতি পথত জয় আই অসম বোল ।"

বেজবৰুৱাৰ পবিত্ৰ স্মৃতিত এই দুআষাৰ কথাৰেই তৰ্পণ কৰিলোঁ। সামৰণিত কওঁ

"ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ
বৈ গ'ল অৱশেষ অমিয়া জোকাৰ ।" (অৱশেষ)

এই অমিয়া জোকাৰটিয়েই অসমীয়া জাতিৰ আপুৰুগীয়া সমল, অসমীয়া সাহিত্যৰ প্ৰেৰণাৰ উৎস ।

# "বেজবৰুৱাক মই যিদৰে জানো"

**নকুল চন্দ্ৰ ভূঞা**

এই শিৰোনামাৰে স্বনামধন্য বেজবৰুৱাৰ বিষয়ে মোৰ ব্যক্তিগত কথা লিখিবলৈ মই চিন্তিত হৈ পৰিছো। কাৰণ বেজবৰুৱাৰ লগত মোৰ যি পৰিচয় সি আন দহজন শিক্ষিত অসমীয়াৰ সৈতে প্ৰায় সমপৰ্য্যায়ৰ হব। কাৰণ বেজবৰুৱাক মই চিনিছিলো বা বুজিছিলো তেওঁৰ বিস্তৃত লিখনিৰ যোগেদিহে। বেজবৰুৱা মোৰ ঠিক সমকালীন সাহিত্যিক বন্ধু নাছিল। আমাৰ তৰপৰ লিখকসকলৰ বাবে তেখেত গুৰুস্থানীয় আৰু বয়সস্থ বন্ধু আছিল।

ব্যক্তিগত ভাবে বেজবৰুৱা ডাঙৰীয়াক মই মোৰ জীৱনত এবাৰহে লগ পাইছিলো। ১৯৩১ চনৰ ডিচেম্বৰ মাহত অসম সাহিত্য সভাৰ ত্ৰয়োদশ অধিবেশন শিৱসাগৰত বহিছিল। সভাপতি আছিল নগেন্দ্ৰ নাৰায়ণ চৌধুৰী। এই সভাতে বেজবৰুৱা ডাঙৰীয়াক অসম সাহিত্য সভাই অভিনন্দন জনায়। ইয়াতে সভাপতি চৌধুৰী ডাঙৰীয়াই বেজবৰুৱাক "ৰসৰাজ" উপাধিৰে বিভূষিত কৰে।

সেই সুযোগতে যোৰহাটবাসীয়ে অসমীয়া থিয়েটাৰ হলত বেজবৰুৱা ডাঙৰীয়াক অভিনন্দন জনোৱাৰ সুবিধা পায়। সেই সভাৰ আদৰণি গীত মোৰ এজন সমন্ধীয় ভায়ে মোক ধৰকৈ কোৱাত সেইদিনাই দুপৰীয়া ৰচনা কৰিলো। গীতটো হৈছে—

"অতিথি নতুন বিশাল দুখীয়া
কিমান দুখীয়া মই,
গাত ফটাকানি ঘৰ ভগাচালি
জনমৰ দুখীয়া মই।
দেখা নাই সোণ দেখা নাই ৰূপ
পোৱা নাই সুখ কৰা নাই ভোগ
জনমৰ দুখীয়া খুদ মগনীয়া
কেতেৰা জেঙেৰা মাত"——ইত্যাদি

গীতৰ সুৰ দিলে মোৰ ভাই ডাঃ দুৰ্গা ফুকনে। সভাৰ শেষত বেজবৰুৱাদেৱে গীতৰ ৰচকক আৰু সুৰ দিওঁতাক বিচৰাত আমি ওচৰত থিয় হৈ তেখেতৰ আশীৰ্ব্বাদ ললো।

বেজবৰুৱাক মই ভালদৰে বুজিছিলো বুলি হয়তো কোনেও তেনে অসঙ্গত দাবী নকৰিব। বেজবৰুৱাৰ যি ব্যক্তিত্ব সি সাগৰ সদৃশ, তেনে ব্যক্তিত্বৰ হয়তো এটা দিশৰ লগতহে আমাৰ পৰিচয় হৈছে। বাকী সকলো তেওঁৰ সুবিস্তৃত লিখনিৰ অন্তৰালত ডুব গৈ আছে। বেজবৰুৱা আজিও সাগৰৰ স্বৰূপ হৈ থাকিল। এজন মানুহৰ আদৰ্শ চৰিত্ৰ আৰু ব্যক্তিত্ব সম্পূৰ্ণ ৰূপে জনা জানো সম্ভৱ?

আমি জানো বেজবৰুৱাক উগ্ৰ স্বদেশপ্ৰেমিক হিচাপে। কিন্তু অসমীয়া বুলিলে মৰিব পৰা সেই বেজবৰুৱাই সামাজিক সম্বন্ধ পাতিলে কলিকতাৰ জোড়াসাকোঁৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ লগত বিবাহৰ সম্বন্ধ পাতি। কাঠ বাহেৰে পৰিপূৰ্ণ অসমৰ হাবি এৰি চিৰজীৱন কাঠৰ ব্যৱসায় কৰিবলৈ গৈ। বেজবৰুৱাই উৰিষ্যাৰ সম্বলপুৰত। 'বাঁহী'আদি কাকতত বঙালীৰ কথা লৈ তীব্ৰ সমালোচনা কৰে বেজবৰুৱাই, কিন্তু সেই বঙালীৰ সাহিত্যৰ প্ৰতি বেজবৰুৱাৰ মনোভাব আছিল সম্পূৰ্ণ ওলোটা। বঙালী সাহিত্য সমাজনীতিৰ লগত বেজবৰুৱাৰ পৰিচয় আছিল নিবিড়।

এইবিলাক কথাৰ আঁতি গুৰি বিচাৰিলে পাওঁ বেজবৰুৱাৰ আধুনিক মনৰ সন্ধেদ। অসমীয়া চহা গাৱঁলীয়া বেজবৰুৱাই বহুতো ভাল অসমীয়া মানুহৰ লগত সম্বন্ধ নেপাতি কলিকতীয়া ঠাকুৰ পৰিয়ালৰ লগত সামাজিক সম্বন্ধ পতাৰ মূলতে আছিল তেওঁৰ আধুনিকতাৰ প্ৰতি থকা মন। মন যদি আধুনিক হয়, আদৰ্শ যদি স্বদেশ প্ৰেম হয়, বুকুত যদি সাহ থাকে, কলমত যদি জোৰ থাকে, সেয়ে এজন ব্যক্তিক মহান কৰি তোলাত বাধা নিদিয়ে। আৰু হয়তো এই কাৰণেই স্বইচ্ছাত নিৰ্ব্বাসন দণ্ড ভুগিলে সুদূৰ সম্বলপুৰত। ইয়াৰ পিছত আছিল বেজবৰুৱাৰ বঙালী বা আন ভাৰতীয় লোকৰ প্ৰতি থকা মনোভাবৰ কথা। এই ক্ষেত্ৰত আমি বেজবৰুৱাৰ উগ্ৰ স্বদেশ প্ৰেমৰ লগত পৰিচয় হওঁ। বেজবৰুৱা নিজক প্ৰথমতে ভাৰতীয়, দ্বিতীয়তে অসমীয়া বুলি নাভাবি তাৰ ওলোটাটোহে ভাবিছিল। তেওঁৰ লক্ষ্য আছিল একমাত্ৰ অসম। অসম আৰু অসমীয়াক লৈয়ে বেজবৰুৱা সম্পূৰ্ণ ব্যস্ত আছিল। ইয়াৰ বাহিৰেও সেই সময়ত নৱন্যাস যুগৰ প্ৰভাৱৰ ফলত সৰ্ব্বভাৰতীয় চিন্তাতকৈ সৰ্ব্ব অসমৰ চিন্তাইহে তেওঁক বেছি ব্যতিব্যস্ত কৰি তুলিছিল। সেইকাৰণে বেজবৰুৱা হ'ল অসমৰ দিগ্‌গজ ৰাজনীতিজ্ঞ, অসমৰ

সমাজ সংস্কাৰক, অসমৰ ধৰ্ম্মক্ষেত্ৰতো হ'ল পথপ্ৰদৰ্শক। অসমৰ ভাষাক বঙলা ভাষাৰ অপভ্ৰংশ বুলি অসমৰ এক বুজন সংখ্যক বঙ্গালীলোকে এনি সময়ত অসমত অসমীয়াৰ পৰিবৰ্ত্তে বঙলা ভাষা চলাবলৈ যথেষ্ট প্ৰচেষ্টা চলাইছিল। সেই প্ৰচেষ্টাত কুঠাৰাঘাত কৰিছিল অসমৰ নৱন্যাস যুগৰ ৰথী মহাৰথী আনন্দৰাম ঢেকীয়াল ফুকনে, আমেৰিকাৰ বেপ্টিষ্ট মিছনৰ কেইজনমান জ্ঞানী আৰু সুবিবেচক লোকে, হেম বৰুৱা আৰু গুণাভিৰাম বৰুৱা আদিয়ে। এখেতসকলৰ প্ৰচেষ্টাত অসমীয়া ভাষা আৰু অসমীয়া ৰাইজে থাকিবলৈ এখন নতুন পট্টা পালে। কিন্তু সেইখা কিমান দিনলৈ? বঙ্গালীৰ চক্ৰান্ত, ষড়যন্ত্ৰ চলিয়ে থাকিল। তেতিয়া অসমীয়া ভাষালো চালুকীয়া অৱস্থা। বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী আদি কেইজনমান অসমীয়া ছাত্ৰই কলিকতাত স্থাপন কৰিলে অঃ ভাঃ উঃ সাঃ সভা যাৰ যোজনাত ওলাল মাহেকীয়া "জোনাকী" কাকত। 'আসাম নিউজ' 'বিজুলী' আদিৰে সমকালীন কাকত হ'ল 'জোনাকী', যি অসমীয়া সাহিত্য আৰু ভাষাক জোনাকী পৰুৱাৰ দৰে তিৰবিৰকৈ আন্ধাৰত পোহৰাই তুলিলে। অসমীয়া ভাষা আৰু সাহিত্যই বিভিন্ন ক্ষেত্ৰত উপচাৰ পাই এইবেলি থিয়দণ্ড দি উঠিল সদম্ভে শত্ৰুৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ। বঙলা সাহিত্য প্ৰীতি থকা সত্ত্বেও বেজবৰুৱাই বঙলা কাকত "প্ৰবাসী"যে অসমীয়াৰ বিষয়ে যেয়া কথা কলেই তাৰ উত্তৰ তীক্ষ্ণ সমালোচনাৰে দিছিল "বাঁহী" কাকতত।

পৰাধীন জাতিৰ কোনো ৰাজনীতি থাকিব নোৱাৰে। বেজবৰুৱাৰ সমকালীন ৰাজনৈতিক আন্দোলনবিলাকৰ প্ৰতি মনোভাব আছিল এনে ধৰণৰ। তেওঁ বিশ্বাস কৰিছিল পৰাধীন জাতিৰ নীতি একমাত্ৰ প্ৰজানীতিহে। প্ৰজাক সেৱা কৰা, শিক্ষাপ্ৰদান কৰা, জ্ঞান দিয়া এয়ে আছিল তেওঁৰ সাধনা। ৰাজনীতি নকৰিলেও বেজবৰুৱাই বিচাৰিছিল সামাজিক বিপ্লৱ। যি বিপ্লৱে সমাজৰ কুসংস্কাৰ, গোড়ামী কুস্বভাৱ আদি অন্ত কৰিব পাৰে, তেনে আন্দোলনত ডাঙৰ ভূমিকা লৈছিল। গান্ধীজীৰ সকলো গঠনমূলক কামত বেজবৰুৱাৰ আছিল দৃঢ় বিশ্বাস। বাঁহী, আৱাহন আদি বিভিন্ন কাকতত লিখিছিল বিদেশী বস্তুৰ বৰ্জ্জন আৰু স্বদেশী বস্তুৰ উৎকৰ্ষ সাধন আৰু প্ৰচাৰৰ ওপৰত। ঘৰুৱা শিল্পৰ উন্নতিৰ অৰ্থে সমাজত অস্পৃশ্যতা নিবাৰণৰ অৰ্থে তীব্ৰ সমালোচনামূলক প্ৰবন্ধ লিখিছিল। বেজবৰুৱাই বিশ্বাস কৰিছিল বক্তৃতাৰে আৰু ডাঙৰ ডাঙৰ প্ৰস্তাৱ লৈ বৃটিচক ভাৰতৰ পৰা খেদিব নোৱাৰি। সেয়েহে বেজবৰুৱা ৰাজনৈতিক আন্দোলনবিলাকত

আছিল নিমাত আৰু নীৰৱ দৰ্শক, কিন্তু বিশ্বাস কৰিছিল অজ্ঞান অন্ধকাৰত ডুব গৈ থকা ভাৰতৰ অধিকাংশ লোকক যদি শিক্ষিত কৰি তুলিব পাৰি, ভাৰতীয় সমাজ যদি সংস্কৃত হৈ পৰে তেনেহলে কোনো ৰক্তাক্ত বিপ্লৱৰ সহায় নোহোৱাকৈয়ে ভাৰতে স্বাধীনতা পাব। বহু বছৰৰ পৰাধীনতাৰ মেৰপাশত সোমাই অসমীয়া তথা সকলো ভাৰতীয়ই তেওঁলোকৰ স্বাধীন সত্তা হেৰুৱাই পেলাইছে। এই ক্ষেত্ৰত অসমীয়া জাতিৰ অৱস্থা আৰু শোচনীয়। কানিৰ খোলাত বহি অসমীয়া জাতিৰ সমাজ, চৰিত্ৰ, গাহ পিত, সকলো ফালেই দেৱলীয়া হৈ পৰিছে। গতিকে এই জাতিটো আকৌ সাৰ পালেহে স্বাধীনতা পোৱাৰ উপযোগী হয়। বেজবৰুৱাই এই বিষয়ে কৈছে, "এইবোৰ অন্যায়, অত্যাচাৰ, অবিচাৰ, কুসংস্কাৰে ভাৰতৰ মানুহক খুলি খুলি খালে, তেওঁলোকৰ মনুষ্যত্বৰ সাৰ-খিনি ধ্বংস কৰি তেওঁলোকক শুকান বাহঁৰ চুঙা যেন কৰিলে, তথাপি আজিকালি শিক্ষিত বুলি অভিমান কৰোতাসকলৰ চেতনা নাই। তেওঁ-লোকে মুখেৰে স্বায়ত্ব শাসনৰ অধিকাৰ পাবলৈ ঘৰৰ মুধচত উঠি চিঞৰিছে, অথচ ঘৰৰ ভিতৰত তেওঁলোকৰ ভাইহঁত-ভনীহঁতৰ ভিতৰত কি অন্যায়, কি অবিচাৰৰ কাণ্ড হৈ লাগিছে, তালৈ চকু দিয়া নাই (গোসাঁই, বামুণ আদি লোকে নীচ জাতিক বেয়া ব্যৱহাৰ কৰাৰ কথা উল্লেখ কৰিছে)। ঘৰুৱা বিবাদ, জাতি-বৈৰিতা আৰু জ্ঞাতি-বৈৰিতাই ভাৰতক সৰ্বনাশ কৰিলে। এইবিলাক আগতে আতঁৰাব নোৱাৰিলে মিছাকৈ স্বৰাজ বিচাৰিবলৈ যোৱাটো মূৰ্খামী হ'ব।" (সম্পাদকীয়, 'বাঁহী' ৯ম বছৰ ১০ম সংখ্যা)

নিৰুপদ্ৰৱ অসহযোগ আন্দোলনৰ ওপৰতো বেজবৰুৱাৰ আস্থা নাছিল। স্বাধীনতা লাভৰ অৰ্থে হিংসামূলক বা সন্ত্ৰাসমূলক কাৰ্য্য কৰাকো বেজবৰুৱাই ভাল বোলা নাছিল। অসম ছাত্ৰ সন্মিলনৰ অধিবেশনত বঙালী ছাত্ৰসকলে এনে কাৰ্য্যত লিপ্ত থকাৰ কথা উল্লেখ কৰি বেজবৰুৱাই অসমীয়া ছাত্ৰ-সকলক কৈছিল, "কস্মিন কালেও যেন তোমালোকৰ মনত তেনে পাপ প্ৰৱেশ নকৰে। কেতিয়াও নাভাবিবা যে ধৰ্ম্ম ৰাজ্য পাপৰ ভেটিত প্ৰতিষ্ঠিত হব পাৰে। ৰাজদ্ৰোহ নৰহত্যা চুৰি ডকাইতিয়ে দুখুনী জননীৰ দুখ কেতিয়াও মোচন কৰিব নোৱাৰে। বৰং সন্তানসকলৰ এনে অধঃপতন দেখি 'চোঁৰা হেৰা চোঁৰা বঙ্গজননীৰ কান্দে চোৱা,' এই বুলি তেওঁ কান্দি কান্দি অন্ধ হব লগা হৈছে।" (বাঁহী, ৮ম বছৰ ৯ম সংখ্যা)।

বাৰ্ণাৰ্ড শ্বৰ দৰে নাটকীয় পৰিৱেশ সৃষ্টি কৰি কৃপাবৰ বৰুৱাক মূল ভাও দি আমাৰ সকলো কুঅভ্যাস, দোষ, অন্ধবিশ্বাস, সামাজিক গোড়ামীৰ

তীব্ৰভাৱে ইতিকিং কৰিছিল, সমালোচনা কৰিছিল বেজবৰুৱাই। কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলাত বেজবৰুৱাই লিখিছে—

"একতা—একতাৰ বিষয়ে অসমীয়া জাতি পৃথিবীৰ ভিতৰত অদ্বিতীয়। একতা মানে একতা অৰ্থাৎ গাইপতি এটা এটা গোট গোট।

স্থিৰতা—অসমীয়া জাতি যে অস্থিৰ এই কথানো তুমি ক'ত শুনিলা, বোধকৰো তুমি বহতো অসমীয়াৰ কানি খোৱা দেখা নাই। গুৰুজনাৰ আশীৰ্ব্বাদত দেখিবা আৰু তেতিয়া মোৰ এই কথাৰ মগজুৰ মৰ্ম্ম বুজিবা"

( অসমীয়া জাতি ডাঙৰ জাতি )

বেজবৰুৱাৰ লিখনিত অসমীয়া ভাষাৰ জতুৱা ঠাচৰ প্ৰাচুৰ্য্য, সৰলতা আৰু সৰস বৰ্ণনাই তেওঁৰ ভাষা-সাহিত্য বিশেষকৈ বাঁহীয়ে সৰহ শিক্ষিত অসমীয়াকে আকৰ্ষণ কৰিব পাৰিছিল। ল'ৰা, বুঢ়া, ডেকা সকলোলৈ উদ্দেশ্য তেওঁ লিখিছিল। ধৰ্ম্ম বিষয়ক কথাৰ্তে সমাজৰ গোড়ামী আৰু অন্ধবিশ্বাস আদিৰ বিৰুদ্ধে তেওঁ কলম চলাইছিল। এনে কৰোঁতে প্ৰায় দুই এজন শিক্ষিত লোকৰ লগত সংঘাতৰ সৃষ্টি হৈছিল। কিন্তু প্ৰতি ক্ষেত্ৰতে বেজবৰুৱাৰ আধুনিক মনটোৰ উদাৰতা আৰু উচ্চ আদৰ্শহে প্ৰকাশ পাইছিল।

এই ক্ষেত্ৰত বাঁহী' আৰু 'অসম প্ৰদীপিকা'ৰ বিৰোধৰ কথা উল্লেখ কৰিলেই যথেষ্ট হব। ধৰ্ম্ম বিষয়ক তত্বাধুৰ পুথি আছিল বেজবৰুৱাৰ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ।'

বেজবৰুৱাৰ নিৰ্ভাজ স্বদেশ প্ৰেমৰ পৰিচয় পাওঁ তেওঁৰ ৰচিত দুটি গীতত—'অ' মোৰ আপোনাৰ দেশ' আৰু 'বাজক ডবা বাজক শঙ্খ বাজক মৃদং খোল, অসম আকৌ উন্নতি পথত জয় আই অসম বোল।' ইয়াৰ বাহিৰেও এই শ্ৰেণীৰ আন কেইটা গীত হ'ল 'জন্মভূমি' আৰু 'বীণ ব'ৰাগী।' প্ৰথমে উল্লেখ কৰা গীতটো আজিও অসম উপত্যকাত জাতীয় সঙ্গীত ৰূপে পৰিগণিত হৈ আছে। নি সন্দেহে ই বেজবৰুৱাৰ শ্ৰেষ্ঠ ৰচনা। যদিও তেওঁ "কদমকলি" নামৰ এখন কবিতাৰ কিতাপ লিখিছিল আৰু তাৰ বাবে শ্ৰেষ্ঠ কবিৰ আখ্যা নাপালেও বেজবৰুৱাৰ এই দুটা গীত অসমীয়া জাতিলৈ অপূৰ্ব্ব দান। ডঃ বাণীকান্ত কাকতিয়ে বেজবৰুৱাক স্কটলেণ্ডৰ কবি বাৰ্নচৰ লগত তুলনা কৰিছে। বহুতে কয় বেজবৰুৱাৰ অসম সঙ্গীতৰ লগত ইংলণ্ডৰ জাতীয় সঙ্গীত God Save the king ৰ অৰ্থৰ ক্ষেত্ৰত সামঞ্জস্য আছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই অসম সঙ্গীতৰ লগত ইটালীৰ কবি কাৰ্দোচীৰ Ode to the Fountain of Clitumnus ৰ মিল আছে বুলি কৈছে।

আজিৰ যুগৰ বুদ্ধিজীৱীৰ দলৰ দৰে সৰ্ব্বসাধাৰণ ৰাইজৰ পৰা বেজবৰুৱাই নিজকে বিচ্ছিন্ন কৰি ৰখা নাছিল। বৰঞ্চ সামাজিক বোৱতী সুঁতিত ৰাইজৰ লগত বেজবৰুৱা সমানে উটি গৈছিল। গতিকে তেওঁ আছিল জনতাৰ প্ৰতিনিধি স্বৰূপ। বৌদ্ধিক শক্তিমত্তাৰ বৰাই কৰি বেজবৰুৱাই হয়তো নিজকে এজন বুদ্ধিজীৱী বুলি অসমীয়াৰ বাবে অপৰিচিত দৰ্শন, অনভুৱা আদৰ্শেৰে অনুপ্ৰাণিত হৈ স্বয়ংভূ হৈ থাকিব পাৰিলেহেঁতেন। কিন্তু বেজবৰুৱাই তেনে কোনো চেষ্টা নকৰি সমাজৰ এজন হৈ সকলোৰে সুখ দুখৰ সমভাগী হৈ অসমীয়া জাতিক সেৱা কৰিলে। গতিকে তেওঁ প্ৰকৃত সমাজখন, অসমীয়াৰ নিভাঁজ চৰিত্ৰ অঙ্কন, আমাৰ হাঁহি কান্দোন আৰু বিভিন্ন সমাজৰ প্ৰতিলিপি। সেইবাবে বেজবৰুৱা আমাৰ বাবে অতি আপোন।

বেজবৰুৱাক আমি সাহিত্যৰথী বা সাহিত্য সম্ৰাট আখ্যা দিছো। ই তেওঁৰ ক্ষেত্ৰত যথাৰ্থতে প্ৰাপ্য। তেওঁ বিশ্বকবি ৰবীন্দ্ৰনাথৰ সমকক্ষ নহলেও তেওঁৰ সাহিত্যৰাজীয়ে এটা সময়ত অসমীয়াৰ সামাজিক জীৱনত আন্ধাৰ ৰাতিৰ মমবাতিৰ দৰে বাট দেখুৱাই দিছিল। সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত তেওঁৰ ৰচনাই আমাৰ ভাষা সাহিত্যৰ ভঁড়াল চহকী কৰাৰ উপৰিও পিছৰ যুগৰ বহু সাহিত্যিকৰ বাবে পথ প্ৰদৰ্শক হ'ল। আগৰ যুগৰ হেমচন্দ্ৰ বৰুৱাৰ দৰে পিছৰ যুগত বেজবৰুৱা আছিল আমাৰ কাণ্ডাৰী। কবি বেজবৰুৱা জীয়াই থাকিব আমাৰ জন্মভূমি, মোৰ দেশ, অসম সঙ্গীত, ধনবৰ আৰু ৰতনী, বীণ ব'ৰাগী আদি কবিতাৰ মাজত, নাট্যকাৰ বেজবৰুৱা জীয়াই থাকিব তেওঁৰ অপূৰ্ব্ব সৃষ্টি ডালিমী আৰু গজপুৰীয়াৰ মাজত আৰু চুটি গল্প লিখক বেজবৰুৱা জীয়াই থাকিব ভদৰী, ধোঁৱা খোৱা, মোৰ আৰু মনাইৰ দন্দ আদি গল্পৰ মাজত। তেওঁৰ অপূৰ্ব্ব ৰচনা হ'ল নিজৰ আত্মজীৱনী "মোৰ জীৱন সোঁৱৰণ।" অসমীয়া সাহিত্যৰ আত্মজীৱনীৰ ক্ষেত্ৰত এইখন আজিও 'একমেব অদ্বিতীয়ম্' হৈ আছে। ইয়াৰ ভাষা, ৰচনাশৈলী, নিঃসঙ্কোচভাবে লিখিব পৰা ক্ষমতাই যি কোনো যুগৰ পাঠকক ইয়াৰ প্ৰতি আকৃষ্ট কৰিব আৰু পচুৰৈ সমাজক সন্তোষ দিব। আত্মজীৱনী সাধাৰণতে নীৰস আৰু লিখকৰ আত্মম্ভৰী গুণৰ ফলত সি পাঠকৰ বাবে প্ৰায়ে উপভোগ্য হৈ নুঠে। কিন্তু "মোৰ জীৱন সোঁৱৰণ" ইয়াৰ সম্পূৰ্ণ ব্যতিক্ৰম। ইয়াত আছে ৰসাল ৰচনাৰ সোৱাদ, উপন্যাসৰ ৰোমান্স আৰু সমকালীন সমাজৰ নিখুঁট প্ৰতিচ্ছবি।

হাঁহি, বক্ৰোক্তি, ইতিকিং আৰু সমালোচনাৰে ঠাই পাই থকা বেজ-

বৰুৱাৰ আনকেইখন শ্ৰেষ্ঠ পুথি 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা,' কৃপাবৰ বৰুৱাৰ বুৰবুৰণি, কৃপাবৰ বৰুৱাৰ ওভতনি আদিযেই প্ৰধান। এনে ধৰণৰ সাহিত্যৰ ৰচনাতো বেজবৰুৱা আজিও একক আৰু শ্ৰেষ্ঠ সাহিত্যিক সমালোচক হৈ আছে। এনে ধৰণৰ সাহিত্য বেজবৰুৱাৰ পিচত আজিও অসমীয়া সাহিত্যত ৰচনা হোৱা নাই।

সকলো কথা বিশ্লেষণ কৰি শেষত কওঁ 'বেজবৰুৱা আমাৰ যুগৰ শ্ৰেষ্ঠ অসমীয়া': বেজবৰুৱাই সাহিত্যৰ যোগেদি ৰাজনীতি কৰিলে কিন্তু কাউন্সিলৰ সভ্য বা ৰায়চাহেব আদিৰ প্ৰলোভনে তেওঁক কেতিয়াও আদৰ্শচ্যুত কৰিব নোৱাৰিলে। চৰকাৰী গোলামী নকৰো বুলিযেই স্বাধীন ব্যৱসায়ত জীৱন অতিবাহিত কৰিলে. ৰাজনীতি কৰিলে, সমাজ সেৱা কৰিলে, ধৰ্ম্মৰ বিভিন্ন পন্থাৰ কথাও আলোচনা কৰিলে। এই সকলোখিনি কৰি গ'ল ঠিক পঞ্চদশ শতিকাত মহাপুৰুষ শঙ্কৰদেৱে কৰাৰ দৰে। সাহিত্যিকৰ লিখনি শ্বহীদৰ তেজতকৈও পবিত্ৰ। সেই হিচাপেও বেজবৰুৱাৰ লিখনি অতি পবিত্ৰ আৰু শ্ৰেষ্ঠ। একে জনেই সহস্ৰজন হৈ অসমীয়া জাতি আৰু অসমৰ উন্নতিৰ বাবে যৎপৰোনাস্তি চেষ্টা চলালে আৰু বহুত বিষয়ত সফলতা অৰ্জ্জন কৰিলে।

আমাৰ বন্ধ কোঠাৰ দূষিত বতাহ ওলাই নিৰ্ম্মল বতাহ সোমাবলৈ দুৱাৰ-খিড়িকী মেলি দিলে বেজবৰুৱাই। 'বাঁহী' আৰু বেজবৰুৱাই হ'ল আমাৰ বাবে মুক্ত দুৱাৰ-খিড়িকী স্বৰূপ। নতুন ভাবভাষাৰ আদান-প্ৰদান, চিনা-পৰিচয় অবাধে আৰম্ভ হ'ল এই দুৱাৰ খিড়িকীযেদি।

এই বাবেই বেজবৰুৱাক মই আমাৰ যুগৰ শ্ৰেষ্ঠ অসমীয়া বুলি অভিহিত কৰিলো।

# "বেজবৰুৱা মানুহজন"

শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

সাহিত্যিকে জাতিক গঢ় দিয়ে, জাতিয়ে সাহিত্য গঢ়ে। এটা জাতি গঢ় লোৱাৰ লগে লগে সাহিত্যৰ সৃষ্টি হয়। গাখীৰৰ সৰৰ দৰে জাতিৰ ওপৰৰ আৱৰণ সাহিত্য। ভাল গাখীৰৰ ভাল, ডাঠ আৰু সোৱাদ সৰ ওলোৱাদি উন্নত জাতিৰ আৱৰণ বা ঢাকোন স্বৰূপ সাহিত্যও সুন্দৰ, উন্নত আৰু বৰ্দ্ধিষ্ণু। সাহিত্য নোহোৱা জাতিক জাতি বুলিব নোৱাৰি। জাতিৰ দৈনন্দিন সুখ, দুখ আশা-আকাংক্ষা, ভোগ-বিলাস, চলন-ফুৰণ, ৰীতি-নীতি আদিৰ ভিতৰত সোমাই সাহিত্যিকে স্থান, কাল, পাত্ৰ অনুসৰি সাহিত্য ৰচনা কৰি জাতিৰ ছবি আঁকে আৰু সেই ছবিৰ ভিতৰত জাতিৰ খুঁত বিলাক টুকিয়াই দি ভাবমাতৰ উৎকৰ্ষ সাধনৰ বাটত সাৱধানে আগুৱাই যাবলৈ সমল যোগায়। ধৰ্ম্ম বা সমাজ সংস্কাৰকৰ দৰেই সাহিত্যিকে জনগণৰ মনৰ গতি সংস্কাৰ কৰিবলৈ প্ৰয়াস পায়। সকলো ধৰণৰ সংস্কাৰৰ মৌকোহ সাহিত্য। ধৰ্ম্ম, সমাজ, ৰাজনীতি আদি সকলো উপাদানেৰে সাহিত্য সৃষ্টি হয়। গতিকে সাহিত্যিক বুলিলে সকলো চিন্তাৰ সঁফুৰাৰ স্ৰষ্টা। জনগণৰ মঙ্গলৰ কাৰণেই সাহিত্যিকে সাহিত্যৰ সৃষ্টি কৰে। অমঙ্গল সৃষ্টি কৰিব পৰা ৰচনাক সাহিত্য বুলিব নোৱাৰি। এনে ৰচনাক কোনোৱে সাহিত্যৰ নামত চলালেও ই স্থায়ী হব নোৱাৰে। সাহিত্যৰো মানৱসেৱাই লক্ষ্য, সাহিত্যিকে সাহিত্যৰ বিভিন্ন উপাদানেৰে মানুহৰ মনত আনন্দ দিবলৈ, অসতৰ পৰা সৎ পথলৈ ঘূৰাই আনিবলৈ মানৱসত্ত্বা উপলব্ধি কৰাবলৈ যত্ন কৰে। অন্যান্য সংস্কাৰক সকলৰ দৰেই সাহিত্যিক সকলেও সময়ে সময়ে জন্মলাভ কৰি মানুহৰ বহুমুখী প্ৰতিভাক শৃংখলিত কৰি বিশ্ব-জ্যোতিৰে জগত মহিমাময় কৰে। এটা জাতিৰ কথাই নাই।

বৰ্ত্তমান অসমীয়া জাতিক সকলো উপাদানেৰে গঢ়ি আজি এটা সম্পূৰ্ণ জাতি বুলি পৰিচয় দিব পৰা কৰি থৈ যোৱা, নব বৈষ্ণৱযুগৰ কবি সাহিত্যিক আৰু ধৰ্ম্মপ্ৰচাৰক সকলৰ কেন্দ্ৰস্থিত ভাস্কৰ স্বৰূপ মহাপুৰুষ

শ্ৰীশঙ্কৰদেৱে অতীতৰ অসমীয়া সাহিত্যৰ ক্ৰমে ক্ষীণ হৈ অহা ৰশ্মিৰ সোঁতটোকে ধৰি পুনৰ উজ্জ্বলতাৰে আৱৰি পেলালে। সেই জীৱনী শক্তিয়েই অসমীয়া সাহিত্যক পুনৰ সবল কৰি প্ৰায় তিনিশ বছৰ জীয়াই ৰখাৰ পিছত ই নতুন যুগৰ নতুন স াঁচত উপযোগী হবলগীয়া হ'ল আৰু লগতে পাহৰি যাব খোজা পুৰণি সম্বলবোৰো নকৈ চাই চিতি লবলগীয়া হ'ল। এনে সময়তে লক্ষ্মীনাথ বেজবৰুৱাক কেন্দ্ৰ কৰি এদল আশাশুধীয়া সাহিত্যিকে অসমীয়া সাহিত্যক সময়ৰ উপযোগী কৰি স্বদেশ আৰু স্বজাতিৰ গৌৰব ৰক্ষা কৰিবলৈ উঠি-পৰি লাগিল। এই সকলৰ দ্বাৰাই প্ৰকাশিত অসমীয়া আলোচনী 'জোনাকী'ৰ নাম অনসৰিয়েই অসমৰ সাহিত্যৰ বুৰঞ্জীয়ে এই যুগটোক "জোনাকী যুগ" নাম দিলে। অসমীয়া ভাষা সাহিত্যৰ ক্ৰমাৎ আন্ধাৰ পৰি অহা যুগটোক পুনৰ পোহৰ কৰিবলৈ 'জোনাকী' নাম সাৰ্থক হৈছিল। অৱশ্যে এই মাজৰ সময়ছোৱাত অসমীয়া সাহিত্যৰ সোঁতটো বন্ধ হবলৈ নিদিয়া সকলৰ প্ৰতি আমাৰ শ্ৰদ্ধা কম নহয়।

নানা বাধাবিঘিনি অতিক্ৰম কৰি নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ অসমীয়া সাহিত্যৰ কাৰণে জোনাকী যুগৰ লিখক সকলে বহুত কৰিব লগীয়া হৈছিল. বেজবৰুৱাই অসমৰ বাহিৰত দায়িত্বপূৰ্ণ ব্যৱসায়ত থাকিও অসমীয়া সাহিত্যক স্বয়ং-সম্পূৰ্ণ কৰিবৰ কাৰণে সাহিত্যৰ সকলো বিষয়ত হাত দিব লগীয়া হ'ল। একেজন মানুহেই কবিতা, উপন্যাস, নাটক, বুৰঞ্জী, আধ্যাত্মিক প্ৰবন্ধ, খৃষ্টীয়া প্ৰবন্ধ লিখিছিল আৰু আলোচনীৰ গধুৰ দায়িত্ব বহন কৰি সাং-বাদিকৰ কামো কৰিছিল। নিজৰ দেশ, জাতি, সাহিত্য, ধৰ্ম্ম আদি সকলোৰে কাৰণে আশাবাদী বেজবৰুৱাই ধৈৰ্য্যেৰে আৰু নেৰানেপেৰা পৰিশ্ৰমেৰে এইখিনি কৰিছিল। তেখেতে কি বিষয়ত কিমান কৃতকাৰ্য্য হৈছিল, সেইটো আমাৰ আলোচনাৰ বিষয় নহয়, কিন্তু সময়ৰ আৱশ্যকতা অনুসৰি উকণ্ডা চাণ্ডত সুৰুঙা নাৰাখি সাহিত্যৰ গৌৰব ৰক্ষা কৰিছিল। ঠিক তেখেতৰ দৰেই সব্যসাচীৰ কাম পদ্মনাথ গোঁহাই বৰুৱাযো কৰিছিল। আনকি পাঠ্যশলীয়া পুথিৰ কাৰণেও দুইজনেই চেষ্টা কৰিবলগীয়া হৈছিল।

লখিমীৰ বৰপুত্ৰৰ দৰে লক্ষ্মীনাথৰ মানসিক সম্পদ কম বেছি সকলোৰেই আছিল, সেইহে তেখেত কবি, দাৰ্শনিক, নাট্যকাৰ, ঔপন্যাসিক আৰু হাস্যৰসিক আদি অনেক গুণেৰে বিভূষিত। সময়ৰ শৰ বাচি লব পৰা গুণৰ উপৰিও তেখেতৰ বুঢ়া ডেকা, ল'ৰা সকলোকে আকৰ্ষণ কৰিব পৰা শক্তি আছিল। সমাজৰ উচচ স্তৰৰ পৰা নিম্ন স্তৰলৈকে সকলো মানুহকে তেখেতে আপোন কৰি লব পাৰিছিল, আৰু সকলোকে তেখেতে ভালকৈ

চিনি পাইছিল। তেখেতৰ লিখনিত এইবোৰৰ নিদর্শন ফটফটীয়াকৈ দেখিবলৈ পোৱা যায়। তেখেতক ব্যক্তিগত ভাবে যি সকলে লগ পাইছে, তেখেতসকলে এই গুণ সহজে উপলব্ধি কৰিব পাৰিছিল। এই সৰবৰহী গুণৰ দ্বাৰাই বেজবৰুৱাই অসমীয়া সাহিত্য চৰ্চা কৰিবলৈ মানুহ গোটোৱাত যথেষ্ট কৃতকাৰ্য্যতা লাভ কৰিছিল। বেজবৰুৱাৰ সম্পাদিত আলোচনী বাঁহী'ত প্ৰকাশ কৰিবৰ কাৰণে প্ৰবন্ধ পঠাবলৈ ল'বাৰ পৰা বুঢ়ালৈকে কোনেও সঙ্কোচ নকৰিছিল। সম্পাদকৰ সৰবৰহী গুণ আৰু সৰবৰহী লিখনিৰ কাৰণে 'বাঁহী' সকলোৰে আদৰৰ বস্তু হৈছিল আৰু এতিয়াও মানুহে তাৰ গুণ পাহৰিব পৰা নাই। লিখক শ্ৰেণী বঢ়াবৰ নিমিত্তে তেখেতে স্কুল কলেজৰ ল'ৰাবিলাকৰ প্ৰবন্ধাদি যত্ন কৰি কাটি কুটি প্ৰকাশ কৰি উৎসাহ দিছিল। লিখক, সম্পাদক আদিৰ ভিতৰত কোনো কোনো বিষয়ত বাদ প্ৰতিবাদ চলি থকাটো অস্বাভাবিক নহয়, কিন্তু বেজবৰুৱাই লিখনিৰ দ্বাৰা যিসকলৰ দোষৰ বিপক্ষতা আচৰণ কৰিছিল আৰু যিসকলে তেখেতকো সুদাই নেৰিছিল, সেই সকল এনেয়ে গোট খালে যি সহৃদয়তা আৰু বেজবৰুৱাৰ প্ৰতি যি সৰল সহানুভূতিপূৰ্ণ ব্যৱহাৰ, তাক চাব লগীয়া। এই সকল লগ খোৱা দৃশ্য বৰ সুন্দৰ। সেই সময়ত তেখেতসকলে নিজকে পাহৰি যায়।

বেজবৰুৱাৰ স্মৃতি শক্তি আৰু সহজে লোকৰ লগত লীন যাব পৰা শক্তি অসাধাৰণ। কলিকতা মহানগৰীত পৃথিৱীৰ নানা জাতিৰ নানা মানুহৰ লগত থাকি আৰু সম্বলপুৰৰ হাবিত কাঠ কটা ব্যৱসায়ত থাকিও অসমীয়া সমাজৰ সৰু সুৰা কথাবোৰ পাহৰি নগৈছিল। তেখেতে বৰশীবোৱা, গছত থকা আমৰলি বাঁহ ভাঙি বৰশীৰ টোপ গোটোৱা, পানীপোতাৰ চালত ওলমি থকা বৰলৰ বাহঁৰ কথা, কাছঁদী খাবলিৰ কথা, চৰণীয়া পথাৰত মহৰ ওপৰত উঠি ডেকা ল'ৰাই মৰা সুহুৰি কিৰিলি আদিৰ হুবহু বিবৰণ দিবলৈ নাপাহৰিছিল। ব্যৱসায়ত লাগি বিদেশী পোচাক পৰিচ্ছদ পিন্ধি থাকিলেও তাৰ ভিতৰত অসমীয়া মনটোৰে অসমীয়া মানুহটো সদায় আছিল। অনা-অসমীয়া লোকৰ লগতেই তেখেতৰ ব্যৱসায় আৰু অনা-অসমীয়া লোকৰ লগতে প্ৰায়েই থাকিব লগীয়া হৈছিল। তেনে লোকৰ লগত সকলো ৰকমে মিলিজুলি থাকিও বেজবৰুৱা খাটি অসমীয়া বেজবৰুৱা হৈয়ে থাকিল। নিজৰ অসমীয়া ৰীতি-নীতি তেখেতে নেৰিছিল, তাকে পালন কৰি গৌৰৱ অনুভৱ কৰিছিল। কোনো লোকে তেখেতৰ নিজা অসমীয়া ৰীতি-নীতিৰ বিষয়ে বক্রোক্তি কৰিলে সহিব নোৱাৰিছিল। উচ্চ বংশৰ বঙ্গালী ভদ্ৰ-লোকৰ জীয়াৰীৰ পাণি গ্ৰহণ কৰিও নিজৰ ভেটিটোৰ পৰা পিছলি নগৈ-

ছিল। এই বেজবৰুৱাযেই বঙ্গদেশৰ হাওৱাৰ মাজত বঙ্গালী সকলৰ দ্বাৰা বেষ্টিত হৈ থাকিও মহাপুৰুষ সকলৰ তিথি পাতি তাল বজাই নাম গাবলৈ বেগা নাপাইছিল। এইবিলাক বেজবৰুৱা ডাঙৰীয়াৰ অসাধাৰণ গুণ আছিল। এনে গুণ থকা বাবেহে বৰদাৰ মহাৰাজৰ উদ্যোগত অনুষ্ঠিত ষষ্ঠ ভাৰতীয় মহাসভাত অসমীয়া ভাগৱতী ধৰ্মৰ বিষয়ে বক্তৃতা দিবলৈ নিমন্ত্রিত হৈ বিশিষ্ট ৰূপে অসমীয়াৰ গৌৰৱ ৰক্ষা কৰিব পাৰিছিল। তেখেতে ব্যক্তিত্ব তীক্ষ্ণ বুদ্ধি, সহজ সৰল স্বভাৱ আৰু আলোচ্য বিষয়ৰ বিশেষ জ্ঞানত সমবেত মণ্ডলীৰ মাজত উচ্চ স্থান লাভ কৰিছিল আৰু সহজে সকলোৰে আপোন হৈ পৰিছিল। যিজন অসমীয়া জাতিৰ পিতৃস্বৰূপ মহাপুৰুষ, যাৰ নিচিনা বহুগুণ সম্পন্ন মহাপুৰুষ বিৰল, যাৰ কথা অসমৰ ভিতৰতেই প্ৰায় লুকাই থকা হৈছিল, সেইজন মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক অসমৰ বাহিৰত প্ৰকাশ কৰাৰ আগ ভাগ লৈছিল বেজবৰুৱাই। অসমৰ ভিতৰতো এই বিষয়ে লিখা প্ৰবন্ধ-পাতি প্ৰথমতে তেখেতে [illegible]। [illegible] উপনিত তেখেতৰ উগ্ৰ সাহস মন কৰিবলগীয়া। ব্যক্তিত্বৰ মহিমাত তেখেতক সহজে কোনেও বলে নোৱাৰিছিল। তেখেতে যোৱা প্ৰতিবাদ কৰিব পৰা কথাতো সহজে কোনেও প্ৰতিবাদ নকৰিছিল, কৰিলেও তেওঁলোক সফল [illegible] বন্ধুজনচেনেকৈহে সেই কাম কৰিব পাৰিছিল। সেই সকলো গুণ বেজবৰুৱাই যথেষ্ট গুণগ্ৰাহিতাৰে প্ৰকাশ নকৰাকৈ নাছিল। সাহিত্য ক্ষেত্ৰত-হওক বা অন্যান্য ক্ষেত্ৰতেই হওক আনক প্ৰকাশ কৰিবলৈ তেখেতে যত্ন কৰিছিল। সাধাৰণ দৃষ্টিৰে আমি তেখেতৰ এইটো নিঃস্বাৰ্থ মহৎ গুণ বুলি ভাবো, কিন্তু ইয়াৰ দ্বাৰা স্বদেশ, স্বজাতি আৰু নিজ সাহিত্য ধনী হোৱাটোৱেই উদ্দেশ্য যেন লাগে। এইটোৱেই একৰকম স্বাৰ্থও হব পাৰে।

১৯২৪ চনৰ আগত বেজবৰুৱাক দেখা মনত নপৰে। ১৯২৪ চনত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰ সভাপতি হৈ আহোঁতে আমি তেখেতক দেখাৰ সৌভাগ্য ঘটে। তেখেতৰ লগতে তেতিয়াৰ অসমৰ বিখ্যাত প্ৰবীণ আৰু নবীন সাহিত্যিক সকলক দেখিবলৈ পাওঁ। আমি কটন কলেজৰ ছাত্ৰ হৈ থাকোঁতে গুৱাহাটীত অসম সাহিত্য সভাৰ এই অধিবেশন বহে। । প্ৰায় সকলো ছাত্ৰৰে বেজবৰুৱাকে আদি কৰি সাহিত্যৰথী সকলক দেখাৰ আগ্ৰহৰ তুলনা দিব নোৱাৰি। ইংৰাজৰ দৰে পোচাক পিন্ধা বেজবৰুৱাক চবিত দেখিছিলো। তেতিয়াই তেখেত দেখাত মানুহজন কেনে তাৰ এটা আভাস পাইছিলো। গুৱাহাটীত সৌ-শৰীৰেৰে দেখোতে এজন একেবাৰে আদৰ্শ অসমীয়া ডাঙৰীয়াৰ দৰে দেখা পালোঁ।

এজন শকত, ডাঙৰ, ঔখ-পাখ, গহীনলোক দেখিয়েই এজন সৰবৰহী অসমীয়া লিখকে লিখা এষাৰ কথালৈ মনত পৰিছিল। তেখেতে বেজবৰুৱাকে আদি কৰি সেই সময়ৰ প্ৰবীণ সাহিত্যিক সকলক অসমীয়া সাহিত্যৰ শৰাইঘটীয়াৰ দল বুলি অভিহিত কৰিছিল। বেজবৰুৱাক দেখি ভাবিছিলো তেখেতৰ নিচিনা শাৰীৰিক আৰু মানসিক শক্তিসম্পন্ন নেতা সকলেই এসময়ত আন এটা উপায়েৰে অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। বেজবৰুৱাৰ লোহোৰা-লোহোৰ হাত ভৰি দেখি মনত পৰিল "জ্ঞানমালিনী"ৰ কবি মফিজুদ্দিন হাজৰিকা ডাঙৰীয়াৰ এফাকি কবিতা "লোহোৰা-লোহোৰ হাত, এনে শক্তি আছে যাৰ ক্ষণে বধিব যে পাৰে কত হাতী গড়।" অৱশ্যে হাতী গড় বধকৰ ৈৰে হাতকিখনৰ শক্তিশালী গুণটোকে এনাই দেখুৱাইছে। তেখেতক সকলো ৰবমে ঠানুৱা, লনী ইত্যাদি নাম দিব পাৰি। তেখেত ঔখই-পাখই, শকতে-আৱতে জাক্ত ছিলিকা, বহল মুখৰ, উন্নত নাকৰ। ধুনীয়া চেলাউৰি, তেজী নিয়মীয়া চকু, বহল কপাল, কেকোৰা কেকুৰি ধুনীয়া চুলি, তাৰে দুই এডাল মাজে মাজে পকা, মুখখন মানে মুখমণ্ডল এমোকোৰা হাঁহিৰে ভৰা, তামোলৰ মোকোৰাৰে ওঁঠ ৰঙা কৰি থোৱা ৰঙা মুখ নহয়, তেখেতক আমি দেখা অৱস্থাত সদায় হাঁহি মুখেৰেই দেখিলো। যি বয়সৰ যেনেকুৱা মানুহকে দেখক তেখেতে খুহটীয়া কথাৰে হাঁহি এটা মাৰি উপযুক্ততা অনুসৰি সম্বোধন কৰে। ভাৰতীয় মানুহৰ যিটো সৰ্ব্ব ঃ বৰণ, বেজবৰুৱাৰ গাৰ ৰঙো তেনেকুৱাই। সাহিত্য সভাৰ সভাপতি হিচাপে তেখেতৰ পাচাক কামিজ-চোলাৰ ওপৰত দুফালে চাটি মাৰি লোৱা এখন কাপোৰ, খোৰ মৰা চুৰিয়া, হাতত এডাল শকত লাঠি, চলনফিৰণ গহীন গম্ভীৰ, বাটত দেখিলে অচিনাকি মানুহেও তেখেতৰ ফালে নোচোৱাকৈ নোৱাৰে আৰু সেই মানুহজননো কোন তাকো জানিবলৈ নিশ্চয় ইচ্ছা হয়। শাৰীৰিক সৌন্দৰ্য্যত তেখেত এইদৰেই চমকী, মানসিক সৌন্দৰ্য্যই তাক আৰু তুলি ধৰিলে। ওপৰত কোৱা দৰেই আমি সেই সময়ত থানাৰ শ্ৰদ্ধাৰ আৰু আদৰৰ বেজবৰুৱাজন দেখিছিলো। তেতিয়া তেখেতৰ বয়স তিনি-কুৰিৰ ওচৰাওচৰি।

গুৱাহাটীত বহা সাহিত্য সন্মিলনৰ ছেগতে কটন কলেজৰ ছাত্ৰসকলে বেজবৰুৱাকে আদি কৰি সাহিত্যিক সকলক অভিনন্দন জনাবলৈ এখন সভা পাতিছিল। সেই সভাত, সকলোৰে শ্ৰদ্ধাৰ খনি ঋষিতুল্য পুৰুষ ৺জ্ঞান-দাভিৰাম বৰুৱা সভাপতি আছিল। অসমৰ প্ৰধান সাহিত্যিক সকলৰ এই সমাবেশ অতুলনীয়। সেই সভাত দিয়া বেজবৰুৱাৰ বক্তৃতা এতিয়াও

যেন কাণত পৰি আছে। সহজ-সৰল আৰু কোনো পাক নলগোৱা কথাৰে পুৰুষোচিত, গলগলীয়া মাতেৰে ছাত্ৰসকলক স্বদেশ, স্বজাতি, সাহিত্য আৰু সমাজ সেৱাৰ বিষয়ে উপদেশ দিছিল, দীঘলীয়া বক্তৃতা বেজবৰুৱাই দিয়া নাছিল, বোধকৰো আন সময়তো নিদিয়ে। কিন্তু তেখেতৰ হাঁহিমুখৰ ৰসযুক্ত কথা আমি আৰু শুনিম বুলি হেঁপাহ কৰিছিলো। বেজবৰুৱাই কাল আৰু পাত্ৰ বুজি কথা কোৱাত যথেষ্ট সাৱধান। ব্যক্তিত্বৰ গুণতেই তেখেতে বক্তৃতা দিয়া সময়ত সভা একেবাৰে নিজম হৈ পৰিছিল। তেতিয়া "মাইক"ৰ ব্যৱহাৰ নাছিল। তথাপি তেখেতৰ কথা সকলোৱে শুনিছিল। বেজবৰুৱা দূৰত লুকাই থাকিও অসমীয়া ৰাইজৰ প্ৰতি যি বাণী দিছিল, সি অসমীয়া মানুহৰ একেবাৰে অন্তৰৰ কথা। অসমীয়াৰ চৰিত্ৰ, অসমীয়াৰ ভালবেয়া গুণ, অসমীয়াৰ আশা আকাংখা তেখেতে ভালকৈ বুজি পাইছিল। সেইহেতে সোশৰীৰে দেখা নিদিয়াকৈয়ে সকলো শ্ৰেণীৰ অসমীয়াৰ আপোন হব পাৰিছিল। অসমীয়াই বেজবৰুৱাৰ ৰচনা পঢ়ি বা শুনি ভাল পাইছিল। বেজবৰুৱাৰ ৰচনাত অসমীয়াই নিজকে ভালকৈ বিচাৰি পোৱা কাৰণেই সমসাময়িক বহুত লিখকতকৈ তেখেত সৰবৰহী হব পাৰিছিল। কুলিয়ে আমগছৰ পাতৰ জোপাৰ মাজত নিজক লুকাই ৰাখি দিয়া সুৰদি সুৰটোৰে যেনেকৈ পৰ্ব্বত ভৈয়াম প্ৰতিধ্বনিত কৰি সকলোকে সন্তোষ দিয়ে, বেজ-বৰুৱাইও সেইদৰে আতৰত লুকাই থাকি অসমৰ পৰ্ব্বতে-ভৈয়ামে প্ৰতি-ধ্বনিত কৰি সকলোকে সুৰদি সুৰেৰে সন্তোষ দিব পাৰিছিল। সেই সন্তোষৰ কাৰণেই বেজবৰুৱাক সোঁশৰীৰেৰে দেখা পাবলৈ বহুতৰে আগ্ৰহ হোৱা স্বাভাৱিক। বেজবৰুৱাৰ পদ্য যেয়ে যিহকে বিচাৰিছিল তাকে পাইছিল। একেজন মানুহেই থুহুনীয়া কথাৰে সাধাৰণ ৰাইজক আনন্দ দিব পাৰিছিল, ভক্ত সকলক ভক্তিৰে কথা কৈ সন্তোষ দিব পাৰিছিল। সৰুল'ৰাৰ 'ককা-দেউতা' হৈ গল্প কৈ ওচৰ চপাই আনিছিল, সমাজৰ দোষবোৰ আতঁৰাবৰ কাৰণে ব্যক্তি বিশেষক কথাৰ এচাৰিৰে কোবাই সাৱধান কৰি দিছিল। এই দৰে নানা বিষয়ত বেলেগ বেলেগ মনোবৃত্তিৰ লোকক আকৰ্ষণ কৰি সক-লোৰে পৰা স্নেহ-শ্ৰদ্ধা, সন্মান সকলো পাইছিল। বেজবৰুৱাৰ সৰবৰহী গুণ অতুলনীয়।

বেজবৰুৱাৰ কেবাপুৰুষীয়া অসমীয়া আদৰ্শ, অসমীয়াৰ সমস্ত গুণ বেজ-বৰুৱা পৰিয়ালত বৰ্ত্তিছিল। সেইহে অনেক বৈপৰীত্যৰ মাজতো বেজবৰুৱা খাঁটি অসমীয়া হৈ থাকিব পাৰিছিল। বেজবৰুৱাৰ শাৰীৰিক গঠনে যেনেকৈ তেখেতক অভিনয়ত যি পোছাকেৰে সজায় সেয়ে শুৱাই পৰে, সেইদৰে

ব্যৱহাৰতো তেখেত সকলোৰে লগত মিলি যাব পাৰে। অসমীয়া জাতি, অসমীয়া ধৰ্ম্ম, অসমীয়া সাহিত্য আৰু অসমীয়াৰ দেশৰ তেখেত একান্ত বিশ্বাসী সেৱক, এই বিশ্বাস তেখেতসকলৰ পুৰুষানুক্ৰমে চলি অহা কথা। দেশ আৰু স্বজাতিৰ প্ৰতীক স্বৰ্গদেৱসকলৰ জীৱন মৰণৰ ভাৰ যি বেজবৰুৱা সকলৰ হাতত সমৰ্পণ কৰি দিব পৰা হৈছিল, সেই বেজ-বৰুৱাৰে উপযুক্ত বংশধৰ হৈ, স্বৰ্গদেৱ সকল নহলেও, তেখেতসকলৰ দেশ, সমাজ আদি সকলোৰে প্ৰতি বিশ্বাসী হৈ আছিল। ল'ৰাকালৰ পৰা বুঢ়াকাললৈকে বেজবৰুৱা কেনে ধৰণৰ অসমীয়া তাক বেলেগে বৰ্ণনা কৰিবৰ আৱশ্যকেই নাই। তেখেতৰ নিজা লিখনিৰ ভিতৰতে সেই ছবিখন জিলিকি আছে। বেজবৰুৱা অসমীয়া অভিজাত বংশৰ বংশধৰ হিচাপে অভিজাত নহয় বুলি কব নোৱাৰি, কিন্তু বেজবৰুৱা বা তেখেতৰ পিতৃ পুৰুষৰ গাত থকা আভিজাত্য সৰ্ব্বসাধাৰণৰ আদৰৰ বস্তুহে আছিল। এই আভিজাত্যই সমাজক উপকাৰ কৰিছিল, অপকাৰ কৰা নাছিল।

দোষে-গুণেই মানুহ, দোষ থকা কাৰণেই মানুহ মানুহ, দেৱতা নহয়। বহুত বেলেগ গুণ থকা কাৰণেহে মানুহ আনতকৈ ওপৰ। বেজবৰুৱাৰ দোষ আমি দেখা নাই বা চাবলৈ ইচ্ছা নকৰো। তেখেতৰ ইমানবিলাক গুণৰ ওপৰত দোষে গা দেখুৱাব নোৱাৰে। যদি কিবা দোষ আছিল, সেই বিলাক দোষ মানুহ হৈ থাকিবৰ কাৰণেই লাগে। বেজবৰুৱাত আমি মুঠতে দেখিলো, অসম জননীৰ বিশ্বাসী, চিন্তাশীল, ব্যক্তিত্ব সম্পন্ন, সুদৰ্শন, সদালাপী, হাস্যৰসিক, সাহসী, তীক্ষ্ণবুদ্ধি সম্পন্ন, ভক্তিপৰায়ণ, সৰবৰতী যুগ প্ৰবৰ্ত্তক সন্তান। অসমীয়া জাতিয়ে বেজবৰুৱাক সদায় সুৱঁৰি থাকিব লাগিব, অন্যথায় অসমীয়াৰ জাতীয়ত্ব লোপ পাব।

বেজবৰুৱাৰ দেউতাক ৺দীননাথ বেজবৰুৱা হাকিম আছিল। চৰ্কাৰী কামত তেখেতে ঠাই সলনি কৰি অসমৰ নানা ঠাইলৈ যাব লগা হৈছিল, লগতে তেখেতৰ পৰিয়ালো যাব লাগিছিল। এইদৰে বেজবৰুৱাই সৰুকালৰ পৰা অসমৰ বহুত ঠাইৰ লগত চিনাকি হৈছিল। ১৮৬৮ চনত নাৱঁৰে শিৱ-সাগৰলৈ আহোতে ব্ৰহ্মপুত্ৰৰ বালিত লক্ষ্মীপূজাৰ দিনা বেজবৰুৱাৰ জন্ম হয়। অসমৰ বাহিৰত অনেক কাল থাকি ঘূৰি অহাত আকৌ অসমৰ কোলাত ব্ৰহ্মপুত্ৰৰ বালিতে ১৯৩৮ চনত তেখেতৰ শেষ কৃত্য সমাধা হয়। অসম মাতৃৰ অতি আপোন বেজবৰুৱাই শেষত অসম মাতৃৰ কোলাতে দেহত্যাগ কৰিলে।

"সাহিত্যৰ মহাৰথী নিজৰা ৰসৰ,
বিধাতা আশীষ ৰূপে কবি মৰতৰ,
শিশুৰ লগত শিশু অতিকে গৰল
যৌবন ৰসত লগৰীয়া যুবকৰ,
বৃদ্ধৰ লগত বৃদ্ধ ভক্তি ভৰা হিয়া,
লখিমীৰ তিনিগুণ সদা লগৰীয়া ।

... ..........

যুগ কত বাগৰিব যুগৰ উপৰি
লখিমীক হেৰুৱাই সোঁ শৰীৰেৰে
অশৰীৰী লক্ষ্মীনাথে তেও দিব দেখা
চিৰকাল অসমৰ সাহিত্য ক্ষেত্ৰত ।"

( প্ৰতিধ্বনি )

# সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

**শ্ৰীনলিনী বালা দেৱী**

অসমী আইৰ মৰমত পৰি যোৱা এজন দেশপ্ৰেমিক, দেশ বুলি কান্দিব পৰা এজন প্ৰকৃত দেশমাতৃৰ বৰপুত্ৰ লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ শতবাৰ্ষিকী উৎসৱৰ সোণ সোঁৱৰণীয়ে অতীতৰ সোঁৱৰণবোৰ চকুৰ আগত জিলিকাই তুলিছে ।

আজি সুৰ্বৰিঙে বাৰে বাৰে সেইজন অসমী আইৰ কৃতী পুত্ৰলৈ, সেই অতীতত হেৰাই যোৱা দিনবোৰলৈ, সেই যুগ সেই দিন, বিংশ শতাব্দীৰ সভ্যতা পোহৰে নোকোবোৱা সেই দিনবোৰ। সেই দিনৰ অসমৰ অৱস্থা। মানৰ অত্যাচাৰত ঠানবান হোৱা জুৰুলা অসম। বৃটিচ্চ কোম্পানীয়ে অভয় দান কৰি অসমৰ মনত আতঙ্ক দূৰ কৰাৰ ফলত হাবিয়ে বননিয়ে লুকাই আত্মৰক্ষা কৰা অসমৰ প্ৰসিদ্ধ বংশৰ লোকবোৰ। শান্তিকামী অসমীয়া ৰাইজ ঘূৰি আহিল। নিজ নিজ ঘৰবাৰীত থান থিত ললেহি। চিন্তাশীল লোকসকলেও নিজৰ চিন্তা চৰ্চাত লাগিল। কবি সাহিত্যিকসকলে সাঁচিপাত বিচাৰি আনি নিজৰ প্ৰতিভা স্বাক্ষৰিত কৰিবলৈ ললে। অসমৰ মুখলৈ জীপ আহিল। ক্ৰমে ক্ৰমে অসমত শিক্ষাবিস্তাৰ হবলৈ ধৰিলে। যদিও অসমৰ জুৰুলা অৱস্থাৰ সুযোগ লৈ অসমৰ আদালত আৰু শিক্ষা অনুষ্ঠানত বিদেশী ভাষাই পাতনি মেলিলে। থাউনি নেপাই অসমীয়াই সেইবোৰ ভাষাৰেই পঢ়া শুনা আৰম্ভ কৰিছিল। দূৰদৰ্শীলোক স্বৰ্গীয় আনন্দৰাম ঢেকীয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাকে ধৰি দেশপ্ৰেমী ভাষাপ্ৰেমী লোকসকলৰ চেতনা আহিল। এই বিষয়ত সহায় কৰিলে বিদেশী মিশ্যনেৰী সকলে। অসমীয়া ভাষা পনৰ উদ্ধাৰ কৰি প্ৰচাৰ কৰিবলৈ সুবিধা দিলে। অসমলৈ আনিলে ছপাকল। ছপাকলত "অৰুণোদই" কাকতত অসমীয়া ভাষাত সাহিত্য বাতৰি আদি প্ৰকাশ হোৱাৰ ফলত দেশত পুনৰ জাগৰণ আহিল। অসমীয়া লোকৰ শিক্ষালৈ থাউতি বাঢ়িল। প্ৰতিষ্ঠৰ ভদ্ৰ পৰিবাৰৰ ল'ৰাবোৰে পঢ়া শুনা কৰি উচ্চ শিক্ষা লবলৈ কলিকতালৈ যাবলৈ ধৰিলে। মুষ্টিমেয় শিক্ষিত ডেকাই কলিকতালৈ গৈ উচ্চ শিক্ষাত ব্ৰতী হ'লগৈ।

অসমীয়া মানুহৰ ধাৰণা আছিল কলিকতালৈ গলে ল'ৰাহঁতে বিদেশী অজাতিৰ হাতে ভাত খাই জাত হেৰুৱাব। বহুঘৰৰ ল'ৰাহঁতৰ লগত বান্ধনিও পঠিয়াইছিল সেই সময়ত। লাহে লাহে তেনে ধাৰণা অসমীয়া মানুহৰ মনৰ পৰা আতৰ হ'ল, ক্ৰমে অসমীয়া ছাত্ৰৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। লক্ষ্মীনাথ বেজবৰুৱা কলিকতালৈ এবাৰ পঢ়িবলৈ গৈ আমনি লাগি ঘৰলৈ উলটি আহিছিল। পুনৰ তেখেতৰ পঢ়িবলৈ ধাউতি জন্মাত কলিকতালৈ গৈ পঢ়িবলৈ ললে। এই সময়তে অসমীয়া ল'ৰাবোৰে কলিকতাৰ শিক্ষাৰ প্ৰসাৰতা দেখি অসমতো শিক্ষা বিস্তাৰ আৰু অসমীয়া সাহিত্যৰ উন্নতি কল্পে কেইজনমান কৃতী ছাত্ৰই গোট খাই 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' নামে এখন সমিতি স্থাপন কৰে। প্ৰত্যেক জনেই অসমীয়া ভাষাত প্ৰবন্ধ, গল্প, কবিতা লেখিবলৈ গাত লয়। আৰু যেয়ে যেনেকৈ পাৰে সাহিত্য সৃষ্টি কৰি এখন মাহেকীয়া কাকত উলিয়াবলৈ যত্ন কৰে। সৰাহঁতৰ একাণপতীয়া যত্নত কাকত ওলাল। 'প্ৰতিমা'ৰ ধনিকৰ চন্দ্ৰকুমাৰে নাম দিলে "জোনাকী।" অসমৰ এন্ধাৰ আকাশত জোনাকীয়ে পোহৰ বিলালে, গুৰি ধৰিলে সেই চাম সাহিত্যানুৰাগী ছাত্ৰই। সেই চাম ছাত্ৰৰ মাজৰে পৰা যি-সকল ওলাল সেই সকলেই অসমৰ সাহিত্য কাননৰ একোপাহি পাৰিজাত হৈ অসমীয়া ভাষাত অমৰ সুগন্ধ বিলাই যাব পাৰিলে। বাধাৰ হেচাত অসমীয়া ছাত্ৰৰ চেপা খাই থকা প্ৰতিভাৰ সোণ জিলিকনি উঠিল এই 'জোনাকী'ৰ পাতে পাতে। এই জোনাকীয়ে অসমৰ বুকুত এটি অমৰ যুগ সৃষ্টি কৰিলে যি যুগৰ নাম হ'ল জোনাকী যুগ। এই জোনাকী যুগৰ সাহিত্যিক ছাত্ৰসকল অসমৰ ভাষা সাহিত্যৰ আকাশত অনিৰ্ব্বাণ জোটাতৰা হৈ জিলিকি ৰ'ল। অসমৰ ভাষাসাহিত্যৰ উন্নতি বিকাশত প্ৰেৰণাৰ ঢল বোৱালে। সেই সকলৰ মাজতে লক্ষ্মীনাথ বেজবৰুৱাৰ চিৰপ্ৰফুল্লিত মনৰ অবিহণাই হাঁহি ধেমালি খুহটীয়া কথাৰ খুনপাক মেলি জোনাকী কাকতক সকলোৰে আদৰণীয়, আকৰ্ষণীয় কৰি তুলিলে। লক্ষ্মীনাথ বেজবৰুৱাৰ এটা বিশেষত্ব আছিল। তেওঁ ইতিকিং কৰা কথাবোৰ এনেদৰে সজাই কব আৰু লেখিব পাৰিছিল যে তাক সতকাই বুজিব পৰা নগৈছিল। আক্ৰমণকাৰী সকলক তেওঁ বহুৱা তুলিব পাৰিছিল। অফুৰন্ত হাঁহি ধেমালিৰ খুনপাক লক্ষ্মীনাথৰ বিশেষত্ব আছিল নিজৰ বৰুৱা নিভাঁজ ভাষাৰে অসমীয়া সাহিত্যৰ ৰূপ দিয়া। অসমৰ গাওঁবোৰত যি নিভাঁজ অসমীয়া ভাষা চলে, সেই ভাষাবোৰ আম সাহিত্যত সংযোগ কৰি লেখাই আছিল লক্ষ্মীনাথৰ

দৃষ্টি। লক্ষ্মীনাথৰ আগলৈকে এই বিষয়ত কাৰো চকু পৰা নাছিল। সেই সময়ৰ বহুজনেই কোবাকুই কৰিছিল, অসমীয়া ভাষাতনো কি কৰিতা লেখিবা? অসমীয়াত ভাব শব্দই নাই। লক্ষ্মীনাথে চকুত আঙুলি দি দেখুৱাই দিলে 'হেৰ অসমীয়া, নিজৰ ঘৰখোৰত সোণ-হীৰা-মুকুতা জিনিকি আছে, বুটলি লা।" লক্ষ্মীনাথে বুটলি আনিলে। অসমীয়া ঘৰুৱা কথাৰ পৰা খাণ্ডি খাৰলী অসমীয়া ভাষাৰ প্ৰকৃতি, ফেহুজালি বুঁৰলী আদি ধুনীয়া ধুনীয়া মৌমিঠা শব্দবোৰ সাহিত্যত সমাবেশ কৰি দেখুৱাই দিলে অসমীয়া ভাষা কিমান চহকী। ভাৰতীয় সকলো ভাষাৰ ভিতৰতে অসমীয়া ভাষা সুৱলা, মৌমিঠা। ইউৰোপীয় ভাষাৰ ভিতৰত ফ্ৰেন্স্ ভাষাৰ দৰে কোমল চিমৈ পৰশা। উদ্ধাৰ কৰি আনিলে লক্ষ্মীনাথে অসমৰ মৌভৰালৰ পৰা ভাষাৰ মৌকোঁহ। অসমীয়া ভাষাৰ সমৃদ্ধি দিনে দিনে বাঢ়িবলৈ ধৰিলে। লেখক সকলে পালে ভাষাৰ সম্ভাৰ। সাহিত্য সমৃদ্ধি বাঢ়িল। 'জোনাকী' কাকতে অসমীয়া জাতিক জগাই তুলিলে। লক্ষ্মীনাথে পিচত নিজস্ব ভাবে 'বাঁহী" কাকত উলিয়ালে, বাঁহীৰ সুৰে সুৰে অসমীয়া ভাষা সাহিত্যত নতুন প্ৰাণৰ সঞ্চাৰ হবলৈ ধৰিলে। জোনাকীয়ে যি অসমীয়া ভাষাত যুগান্তৰ আনিলে, বাঁহীৰ সুৰে সেই জোনাকী পুনৰ নতুন ৰূপত মনোমোহা কৰি তুলিলে। জোনাকী বাঁহীৰ সুৰত অসমীয়া লিখক সমাজত নতুন উদ্দীপনাৰ সোঁত বব ধৰিলে। অতি অল্প দিনৰ ভিতৰতে অসমীয়া সাহিত্য সমৃদ্ধ হৈ উঠিল। কলিকতাত অনা-অসমীয়া সকলে অসমীয়াবোৰক ঠাট্টা মস্কৰা কৰি সাৰিব নোৱাৰা হ'ল। লক্ষ্মীনাথৰ বুজিব নোৱাৰা একোপাত বাক্য বাণে অনা-অসমীয়া কাগজক লৰচৰি কপাম। সেইবোৰৰ বাক্ বিতণ্ডা সেইদিনৰ 'প্ৰবাসী' নামৰ বঙালী কাকতত ওলাইছিল। ব্যঙ্গ ৰসিক লক্ষ্মীনাথৰ চোকা চোকা ব্যঙ্গ আঘাতে বিপক্ষক পেপুৱা লগাইছিল।

কৃপাবৰ বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি, চিকৰপতি নিকৰপতি, নোমল, লিটিকাই আদি ব্যঙ্গসৰ কিতাপবোৰ পঢ়ি আমি সৰুকালতে বৰ আমোদ পাইছিলো। লক্ষ্মীনাথৰ একোপাত শৰৰ কোবত অসমীয়া লেখক সকলো সমান সন্ত্ৰস্ত হৈ থাকিব লগীয়া হৈছিল। কাৰো ভুলি বুৰি কৰিবৰ উপায় নাই। অসমীয়া লিখকৰ লেখাত কেনেবাকৈ বঙলুৱা বা বিজতৰীয়া শব্দ সোমালে লক্ষ্মীনাথে ৰক্ষা নিদিয়ে। লক্ষ্মীনাথৰ চোকা চকু অসমীয়া বঙালী সকলোলৈকে সমান, কোনো সাৰি যাব নোৱাৰে। এই ক্ৰমবিকাশমান যুগটোত লক্ষ্মীনাথে সাৰথিৰ দৰে অসমীয়া ভাষাৰ গুৰি ধৰি ধৰি আজিৰ

এই সমৃদ্ধপূর্ণ অসমীয়া ভাষাৰ ঠাইলৈ আগবঢ়াই আনিলে। সেইবাবেই লক্ষ্মীনাথ বেজবৰুৱা দেৱক "অসম সাহিত্য সভাই" সাহিত্য-ৰথী বেজবৰুৱা নামেৰে বিভূষিত কৰিলে।

অসমীয়াই দুৰ্যোগৰ সোঁতত পূৰ্ব্বৰ শৌৰ্য্য হেৰুৱাই পিচ পৰা অৱস্থাত পিচুৱাই পৰিছিল। এটা নীচাত্মিকা মনোভাবে আৱৰি ধৰিছিল। লক্ষ্মীনাথে জগাই দিলে।

"আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম ?
সকলো আছিল সকলো আছে "নুগুনো নলওঁ নাম।"
বাজক ঢোল বাজক শঙ্খ বাজক মৃদং খোল
অসম আকৌ উন্নতি পথত হয় এই অসম বোল।"

লক্ষ্মীনাথৰ এই বাণীয়ে অসমীয়া ভাষা সাহিত্যক এটা শ্ৰেণী ভাষাত প্ৰতিষ্ঠিত কৰিলে।

আজিৰ অসমীয়া ভাষা ভাৰতীয় সংবিধান স্বীকৃত চৈধ্যটা ভাষাৰ ভিতৰত শ্ৰেষ্ঠ ভাষাৰূপে পৰিগণিত। লক্ষ্মীনাথৰ পিচত তেনে ধৰণৰ ভাষা সাহিত্যৰ বিশুদ্ধতাৰ প্ৰতি সজাগ প্ৰহৰীৰ দৰে চকু-ৰখোৱা লোক আৰু ওলোৱা নাই।

বাণীকান্ত কাকতী দেৱে এই বিষয়ত সত্যতা প্ৰমাণৰ চাবি কাঠি লৈ বিশ্ববিদ্যালয়ত স্বীকৃত ভাষা প্ৰতিষ্ঠিত কৰিলে। তথাপি সকলো কথাতে কাকতী দেৱে শেন চকু ৰখাটো টান হৈছিল। লক্ষ্মীনাথ দেৱ আছিল শঙ্খ-কৰ্ণীয়া। ক'ৰবাত অলপমান উমান পালেই মাৰি পঠিয়ায়। এয়ে আছিল লক্ষ্মীনাথ বেজবৰুৱাৰ অসমীয়া ভাষা সাহিত্যৰ প্ৰতি অগাধ প্ৰীতিৰ চিন।

বেজবৰুৱাই চিৰ প্ৰৱসুৱা জীৱন যাপন কৰিছিল। নিজৰ ওপজা ঠাই শিৱসাগৰ এৰি সুদূৰ কলিকতাত জীৱনৰ সৰহভাগ সময় কটাব লগীয়া হোৱাত ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰাই কলিকতাত সংসাৰ পাতিলে যদিও বঙালী পৰিবেশৰ মাজত তেখেতৰ নিজস্ব ব্যক্তিত্ব বিশেষ ভাৱে প্ৰকাশিত হৈ হ'বলৈ ধৰিলে। কলিকতাত থকা কালত সদায় নবকাঁহ বজাই শঙ্কৰী ঘোষা কীৰ্ত্তন গাই নাম গোৱা তেখেতৰ ধৰাবন্ধা নিয়ম আছিল। কলিকতাত পঢ়িবলৈ যোৱা অসমীয়া ল'ৰাবোৰক গোটাই লৈছিল, এই নাম প্ৰসঙ্গৰ লগৰীয়া কৰি সেই দিনৰ প্ৰবাসী ছাত্ৰ কবি যতীন্দ্ৰনাথ দুৱৰা বেজবৰুৱাৰ অতি প্ৰি [illegible] ত্ৰ আছিল। বেজবৰুৱাৰ ধাৰ্ম্মিক মনটো সমাজৰ ধৰা-বন্ধা নিয়মৰ পৰা বহুত উৰ্দ্ধত আছিল। ব্ৰাহ্মণ পৰিয়ালৰ ছোৱালী বিয়া

পৰোৱাৰ ফলত বেজবৰুৱাৰ মনটোতো এটা উদাৰ পৰিবেশৰ সৃষ্টি হৈছিল। বেজবৰুৱাই শঙ্কৰদেৱৰ ভাগৱতী ধৰ্ম্মৰ উদাৰ পন্থাৰ মাজত বিচাৰি পাইছিল মনে বিচৰা ভক্তিৰ পথ। সেয়েহে বেজবৰুৱাই জীৱনৰ ভাটিৰ্ফালী পৰত শঙ্কৰদেৱ মাধৱদেৱৰ ভাগৱতী ধৰ্ম্মৰ প্ৰতি অনুৰাগৰ চিনস্বৰূপে শঙ্কৰদেৱ মাধৱদেৱৰ পুথি লিখি অসমীয়া সাহিত্যৰ বৈষ্ণৱ ধৰ্ম্মৰ থাপনাত সজাই থৈ গ'ল দুখনি অমূল্য ধৰ্ম্মপুথি।

বেজবৰুৱাৰ দেশপ্ৰেম আছিল ফল্গুধাৰাৰ দৰে চিৰ প্ৰৱাহিত। অসমী আই বুলিলে সকলো পাহৰিব পৰা, অসমী আইৰ কল্যাণ কামনাত সপি দিব পৰা এখনি দৰদী হিয়া, যিখনি হিয়াৰ পৰা নিজৰি ওলাইছিল দেশপ্ৰেমৰ জুই চিনাকী—

"অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণী দেশ
এনেখন শুৱলা এনেখন সুফলা
এনেখন মৰমৰ দেশ।
অ' মোৰ সুৰীয়া মাত
অ' মোৰ সুৱদি মাত
পৃথিৱীৰ ক'তো বিচাৰি নোপোৱা
জনমটো ঘূৰিলেও পাত।
অ' মোৰ ওপজা ঠাই
অ' মোৰ অসমী আই
চাই লওঁ এবাৰ মুখনি তোমাৰ
হেঁপাহ মোৰ পলোৱা নাই।"

সুদূৰ বিদেশত বহি মাতৃ প্ৰেমেৰে ভৰপূৰ হিয়া এখনিয়ে হিয়াৰ পৰা নিগৰি নিজৰি ওলোৱা ওপজা ঠাইলৈ মৰম। অসমীৰ মুখখনি চাই লবলৈ যি আবেগ উচ্ছ্বাসি আকুল হেঁপাহৰ বিননি তুলিছিল, সেই গীত, সেই সুৰে প্ৰতি অসমীয়াৰ প্ৰাণত মাতৃভূমি ওপজা ঠাই, অসমী আইলৈ প্ৰেমৰ সোঁত, মৰমৰ সোঁত বোৱাই থাকিব চিৰকাল—পৃথিৱীত চন্দ্ৰ দিবাকৰ থাকে মানে। নিশ্চিতাকৈ এই অমৰ সঙ্গীতেৰ অসমীয়া জাতিক সদায় অক্ষয় কৱচৰ দৰে ৰক্ষা কৰিব, সহস্ৰ বিপদৰ সংঘাতত।

# বেজবৰুৱাৰ পৰামৰ্শ

শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা

যোৱা শতিকাৰ নৱম দশকত কলিকতাত জন্ম হোৱা অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা আৰু সেই সভাৰ যোগেদি হোৱা দেশহিতকৰ কাম-বোৰৰ কথা অসমীয়া সাহিত্যৰ বুৰঞ্জীত এক সোণালী অধ্যায়। সেই সভাৰ নিয়মিত সাধাৰণ অধিবেশন আৰু বছেৰেকীয়া অধিবেশনত যিবোৰ প্ৰবন্ধ ৰচনা আদি পাঠ কৰা হৈছিল সেই সম্পৰ্কে আজি বিতংভাৱে জানিবৰ উপায় নাই বুলিলেই হয়। সেই সভাৰ অধিবেশনবোৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ 'অসমীয়া ভাষা' শীৰ্ষক এলানি বক্তৃতা বিশেষভাৱে উল্লেখযোগ্য। সেই মূল্যবান বক্তৃতা লানি সভাত পাঠ কৰাৰ পিছত 'জোনাকী', 'বাঁহী', আদি আলোচনীত প্ৰকাশিত হলেও এতিয়া তাক চকুৰে দেখা পাবলৈকে টান হৈছে। সুখৰ বিষয় সাহিত্যৰথীৰ শতবাৰ্ষিকী উপলক্ষে এইবোৰ অপুৰণীয়া আৰু মূল্যবান ৰচনাই সম্প্ৰতি পোহৰৰ মুখ দেখাৰ আগন্তুক হৈছে। এই প্ৰবন্ধত আমি ওপৰত উল্লেখ কৰা 'অসমীয়া ভাষা' শীৰ্ষক বক্তৃতাৰ ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা 'জোনাকী'ত প্ৰকাশিত এটা বক্তৃতাত বেজবৰুৱাই অসমীয়া সাহিত্যিকলৈ আগ বঢ়োৱা দহোটা পৰামৰ্শ তলত তুলি দিলো। আজিৰ পৰা প্ৰায় চাৰি কুৰি বছৰৰ পূৰ্ব্বে আগ বঢ়োৱা পৰামৰ্শবোৰৰ চোক আজিও কমা নাই।

## প্ৰথম পৰামৰ্শ

"অসমীয়া পুৰণি ডাঙৰ গ্ৰন্থকাৰসকলৰ পুথিবিলাক ছপাই সৰ্ব্বসাধাৰণৰ হাতে চুকি পোৱা কৰিব লাগে। পুৰণি পুথিবিলাক ভাষাৰ ধৰণী। এই ধৰণীৰ ওপৰত ভাষাৰ নতুন ভঁৰাল নেসাজিলে ভাষাৰ উন্নতিৰ চেষ্টা সফল কৰা টান। পৃথিবীৰ আটাইবিলাক উন্নত ভাষা নিজ নিজ 'ক্লাচিক'ৰ দৃঢ় ভেটিৰ ওপৰত স্থাপিত। কিন্তু পুৰণি পুথিবিলাক ছপাবলৈ বিস্তৰ টকাৰ আৱশ্যক। আমাৰ টকা নাই। বঙ্গদেশৰ নিচিনা ধনী জমিদাৰো আমাৰ নাই যি মাতৃ ভাষাৰ উপকাৰৰ অৰ্থে ধনবিত দি এই পুৰণি পুথি-

বিলাক ছপাবৰ সুবিধা কৰিব পাৰে। যি এজন কি দুজন আছে, তেওঁ-লোকৰ মনত এনে স্বদেশ হিতকৰ ভাব খেলাবৰ বৰ আগত্তক নাই। তেওঁলোক বিদেশী লোকৰ হাতৰ মুঠিত; গতিকে তেওঁবিলাকৰ মনৰ ঢাল বিদেশী ভাষাৰ ফালেহে দেখা যায়। এইৰাবে আমাৰ পুৰণি পুথিবিলাক যে শীঘ্ৰে ছপা হৈ ওলাব এনে সম্ভব নাই। কিন্তু ছপা নহলেও, শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলিৰ হাতে-লেখা পুথিৰ অতিশয় প্ৰচাৰত আমাৰ এই অভাৱ অনেক অংশে দূৰ হৈছে। অসমত এনে এঘৰ মানুহ প্ৰায় নাই, যাৰ ঘৰত কীৰ্ত্তন বা দশম বা ঘোষা পুথি এখন নোলাৱ। আৰু এনে এজন লোক নাই যাৰ এইবিলাক শাস্ত্ৰৰ অন্ততঃ দহ ফাকি পদ মুখত নাহে। স্বদেশ-হিতৈষী শ্ৰদ্ধাস্পদ শ্ৰীযুত হৰিবিলাস আগৰৱালা ডাঙৰীয়াই দশম, কীৰ্ত্তনাদি কিছুমান পুথি ছপাই অসমীয়া ভাষাৰ যে কিমান উপকাৰ কৰিছে, তাক কৈ ওৰ পেলাব নোৱাৰি। পৰমেশ্বৰে যেন তেওঁক স্বদেশৰ এনে সেৱা কৰিবলৈ দীৰ্ঘজীৱী কৰি ৰাখে এই আমাৰ প্ৰাৰ্থনা।"

বেজবৰুৱা ডাঙৰীয়াৰ এই পৰামৰ্শ আংশিকভাৱে কাৰ্য্যকৰী হৈছে যদিও এতিয়াও মূল্যবান অলেখ পুৰণি পুথি-পাজি ছপা হৈ ওলাবলৈ বাকী। অসম পুৰাতত্ব বিভাগ, অসম সাহিত্য সভা, প্ৰকাশন পৰিষদ, দুখন বিশ্ব-বিদ্যালয় আদি অনুষ্ঠানে সমিলমিল ভাবে কৰোঁ বুলিলে বহুতেই কৰিব পাৰে। কোনে কি কৰিছে আৰু কি কৰা উচিত তাৰ লেখ-জোখ হোৱা প্ৰয়োজন। এইবোৰ কথা এটা সুকীয়া প্ৰবন্ধৰ বিষয় বস্তু হব পাৰে।

## দ্বিতীয় পৰামৰ্শ

অসমীয়া ভাষাৰ উন্নতি অভিলাষী আমাৰ অনেক বন্ধুৱে ভাবে যে, পাঠশালিৰ নিমিত্তে সৰহকৈ অসমীয়া পুথি নোলালে ভাষাৰ উন্নতি নহয়। এই বিশ্বাস আমাৰ নাই। স্কুলৰ কিতাপে কোনো দেশৰ কোনো ভাষাৰ উন্নতিৰ পক্ষে বিশেষ যে সহায়তা কৰিছে, এনে দেখা নেযায়। পৃথিবীত উন্নত ভাষাবিলাকৰ উন্নতি স্কুল কিতাপৰ ওপৰত নিৰ্ভৰ কৰি হোৱা নাই। যি বিলাক গ্ৰন্থকৰ্ত্তাই গ্ৰন্থ লিখি ভাষাৰ উন্নতি কৰিছে, তেওঁবিলাক পাঠ-শালিৰ পুথি লেখক নহয়। ছেক্সপীয়েৰ, মিলটন, চেৰিডন, বাৰ্কে পাঠশালিৰ ছাত্ৰৰ নিমিত্তে পুথি লিখা নাছিল। স্কুলৰ নিমিত্তে যি সকলে কিতাপ লিখিছিল আৰু লেখিছে সেই সকলক তেওঁলোকৰ নিজ নিজ পুথিৰে সৈতে মনৰৰ ভিতৰত চিৰকাললৈ দৰাৰ যাবি সুৱাই থলেও যে ইংৰাজী ভাষাৰ

কিবা বিশেষ ক্ষতি হব এনে মনে নধৰে। বঙলাভাষাৰ যি কেবা উন্নতি হৈছে, সি বঙ্গদেশীয় টেক্সট্ বুক কমিটিৰ পৰা হোৱা নহয়, বৰং বঙ্গদেশীয় স্কুলবিলাকত চলা কিতাপবিলাকৰ অদ্ভুত ভাষাৰ বাট যদি বঙ্গভাষাই ল'লেহেঁতেন, তেনেহলে বঙ্গভাষাৰ প্ৰভোতনি সোঁত বলেহেঁতেন বুলি আমাৰ বিশ্বাস। নুৰ দাঙিলেই দেখিবলৈ পোৱা যায়, আজিকালিৰ বঙ্গভাষাৰ গুৰিমাল স্কুলৰ কিতাপ লেখোতাসকল নহয়। বৰং দেখা যায় যে ভাষা বিষয়ত সুশিক্ষিত বিখ্যাত স্কুল পণ্ডিত সকলে শুৱলা ভাষা লেখিব নোৱাৰে। স্কুল মাষ্টৰৰ কলমৰ পৰা দৈবাৎহে শুদ্ধ ভাল ভাষাৰ কিতাপ ওলায়। হাৰ্বাৰ্ট স্পেন্সাৰে কয় "From his early days the boy whose father can afford to give him the fashionable education is drilled in grammar, practised in parsing, tested in detecting errors of speech. After public school career during which words, their meanings, and their right applications, almost exclusively occupy him, he passes through a university, where a large and often the larger part of his attention is still given to literary culture---models of style in prose and poetry being daily before him. So much for the preparation ; now for the performance. It is notorious that commentators on the classics are among the most slovenly writers of English. Readers of Punch will remember how, years ago, the Provost and Head Master of Eton were made to furnish food for laughter by quotations from a letter they had published. Recently the Head master of Winchester has given us in entire unconsciousness of its gross defects a sample of the English which long study of language produces."

অৱশ্যে এইবিলাক কথা কৈছো বুলি যে পঢ়াশালিৰ কিতাপবোৰ আমি একেবাৰেই কু মাৰি উৰাই দিবলৈ এনে নহয়। আমাৰ মানে এইটোহে যে ভাষাৰ উন্নতিৰ নিমিত্তে কিতাপ বছা সভাৰ ফালে যেন আমি টোপালি পাৰি বহি নেথাকোঁ। নপাৰঁত কিতাপ বছা সভাই এগুৰকে প্ৰসৱ কৰক বা সন্তান হাতীকে প্ৰসৱ কৰক আমি মাছ খাবলৈ আশা নকৰোঁ। কিতাপ বছা সভাই পঢ়াশালিত যি চলায় চলাওক; যি দলিয়াই পেলায় পেলাওক ; তাত আমি বেছি আনন্দিত বা বিষাদিত নহওঁ ; কাৰণ অসমীয়া ভাষাৰ উন্নতি সেই কেইখন কিতাপৰ সপক্ষে নহয়।।"

**The study of Sociology, Chapter XI**

এই দ্বিতীয় পৰামৰ্শটোৰ লগত বহুতে হয়তো সম্পূৰ্ণ একমত নহব পাৰে। লগতে এই কথাও মন কৰিব লাগিব যে বেজবৰুৱাৰ দিনত কলেজীয়া পুথি বা উচচ স্তৰৰ বিশ্ববিদ্যালয়ৰ পুথি যে আৱশ্যক হব এনে কথা কোনেও ভাবিবকে পৰা নাই। স্কুলৰ কথা এৰিও বেজবৰুৱাৰেই কেবাখনো গ্ৰন্থ বিশ্ববিদ্যালয় আৰু 'বুঢ়ী আইৰ সাধু' স্কুলীয়া পাঠ্য পুথি হৈ পঢ়াশালিত সোমাইছে। বক্তাৰ যাই উদ্দেশ্য পঢ়াশলীয়া পুথিতকৈ মৌলিক পুথিলৈ অধিক দৃষ্টি আকৰ্ষণ কৰাটোৱেহে আছিল। সেই কাৰণেই তেখেতে স্পষ্ট ভাবেই কৈছে "এইবোৰ কথা কৈছোঁ বুলিয়ে যে পঢ়াশালিৰ কিতাপবোৰ আমি একেবাৰেই ফু মাৰি উৰাই দিলো এনে নহয়।"

## ঃ তৃতীয় পৰামৰ্শ ঃ

"বহুতে ভাবে যে বিদেশী ভাষাৰ কিতাপ দেশীয় ভাষালৈ তৰ্জ্জমা কৰিলে দেশীয় ভাষাৰ উন্নতি সাধন হব। ভাষাৰ উন্নতিৰ অৰ্থে এই উপায়টো বেছি কাৰ্য্যকৰী যেন মোৰ মনে নধৰে। দেশীয় ভাষাত বিদেশী ভাষাৰ কিতাপৰ ভাঙনি এক প্ৰকাৰ নহয় বুলিলেই হয়। যি হয় সি নিশ্চয় এটা এধাখুন্দা ভাঙনি। এধাখুন্দা খাই অজীৰ্ণৰোগত পৰি ভাষা যে খীণাই যায়, চিকুন হব নোৱাৰে, এই কথা সকলোৰে জনা আছে। হোমাৰৰ 'ইলিয়াড'ৰ আৰু ভাৰ্জ্জিলৰ 'ইনিড'ৰ এধাখুন্দা ইংৰাজী ভাঙনিয়ে ইংৰাজী ভাষা যি ফেৰা চহকী কৰিছে, মিলটনৰ 'পেৰেডাইজ লষ্ট' আৰু বুনিয়ানৰ 'পিল-গ্ৰিমচ্ প্ৰগ্ৰেছে' কৰাৰ তুলনাত সি বালিচাহঁী। আজিকালিৰ মহাৰাষ্ট্ৰীয় ডেকাসকলে তেওঁলোকৰ মাতৃভাষাৰ উন্নতি কৰিবৰ মনেৰে আগৰ পৰা গুৰিলৈকে ইংৰাজী পুথিৰ তৰ্জ্জমাত লাগি গৈছে। এই বাটৰ বাটৰুৱা হৈ আমাৰ মহাৰাষ্ট্ৰীয় ভাইসকলে কিমান কৃতকাৰ্য্য হব ক'ব নোৱাৰোঁ। পৰিশ্ৰমৰ অনুযায়ী ফল পাব বুলি হলে আমাৰ বিশ্বাস নহয়। বিদেশী গ্ৰন্থৰ ভাল ভাববিলাক গ্ৰহণ কৰি সেইবিলাক জীণ নিয়াই নিজৰ তেজ মঙহৰ লগতে মিলাই নিজৰ ভাষাত সেইবিলাক ব্যৱহাৰ কৰিব পাৰিলেহে ভাষাৰ প্ৰকৃত উন্নতি হয়। ছেক্সপীয়েৰে ইটালী, ডেনমাৰ্ক প্ৰভৃতি দেশৰ গ্ৰন্থৰ পৰা ভাব, ঘটনা প্ৰভৃতি লৈ নিজৰ কৰি নিজৰ ভাষত সেইবিলাক ব্যৱহাৰ কৰি গ্ৰন্থ লিখি যেনেকৈ নিজ ভাষা চহকী কৰিলে আমিও সেই আহিমতে চলিলেহে আমাৰ অভীষ্ট সিদ্ধি হব। যেভাবেও কৃষ্ণমোহন বন্দোপাধ্যায় আৰু ডাক্তৰ ৰাজেন্দ্ৰলাল মিত্ৰই বঙলা ভাষাৰ উন্নতি কৰিবৰ অভিলাষ

কৰি ইংৰাজীৰ পৰা বঙলা ভাষালৈ খুব তৰ্জ্জমা কৰিছিল। কিন্তু সেই তৰ্জ্জমাবিলাকে বঙলা ভাষাৰ উন্নতি সাধিছে নে বিদ্যাসাগৰ আৰু বঙ্কিমৰ কিতাপে সাধিছে, তাক সকলোৱেই দেখিছে। বঙলা ভাষাৰ উন্নতি ঢৌত সেই তৰ্জ্জমা জাঁজিবিলাক যে কলৈ বাগৰি গ'ল কোনে কব পাৰে।"

এই পৰামৰ্শটোও কিছু পৰিমাণে বিতৰ্কমূলক। অনুবাদৰ আৱশ্যকতা উলাই কৰিব নিশ্চয় নোৱাৰি, কিন্তু আধাখুন্দা অনুবাদৰ দ্বাৰা হব পৰা সৰ্ব্বনাশৰ কথাও পাহৰিব নেলাগে।

## ঃ চতুৰ্থ পৰামৰ্শ ঃ

"আমাৰ অসমীয়া বন্ধুসকলে বেজাৰ কৰে আমাৰ অভিধান ব্যাকৰণ নাই বুলি। কিন্তু অলপ দকৈ ভাবি চালে ইমান বেজাৰৰ কথা নেদেখি। প্ৰথম ডোখৰত লিখিত অভিধান ব্যাকৰণ নোহোৱাকৈও এই পৃথিবীত বহুত ভাষাৰ উন্নতি হৈছে। বঙলা ভাষাৰতো আজিলৈকে এখন অভিধান, এখন ব্যাকৰণ নাই। এক ৰকমে চাবলৈ গলে ভাষাৰ পৰিবৰ্ত্তনাৱস্থাত অভিধান ব্যাকৰণে ভাষাক কঠোৰ নিয়মৰ গৰ্'লত বন্দী কৰি উন্নতিৰ প্ৰতিবন্ধকতা-চৰণ কৰিবৰ ফালেহে যায়। মোৰ আগৰ বক্তৃতা এটাত কৈ আহিছোঁ অভিধান ব্যাকৰণ ভাষাৰ লেমটৌহে, ভাষা অভিধান ব্যাকৰণৰ লেমটৌ নহয়। আজি ভাষাৰ নিমিত্তে অভিধান ব্যাকৰণৰ যি এঙাচোলা সিয়ালা, কাইলৈ সি ভাষাৰ গাত নোখোৱা হব। কাৰণ, ভাষা বৰ্দ্ধিষ্ণু। বিশেষকৈ অসমীয়া ভাষা পানীকেচুৱা। চকুচাওঁতেই অভিধান ব্যাকৰণৰ আইন তামাদি কৰা হব। অৱশ্যে আমি এই কথা কৈছোঁ বুলি আপোনাসকলে এনে নুবুজিব যে, যি কেদিন যায়, এটা অভিধান ব্যাকৰণৰ চোলা আমাৰ ভাষাৰ গাত থাকিলে বেয়া। কিন্তু চোলা নাই বুলি মূৰে কপালে হাত দি ৰহি থকাৰ ভ্ৰম দেখুৱাবলৈ বুলিহে এই কেষাৰ কথা কলোঁ। দুখীয়াৰ লৰা গাত চোলা নোহোৱাকৈও ডাঙৰ দীঘল হয়।"

সুখৰ বিষয় এতিয়া বহুত কবকাল হৈছে। এতিয়া আৰু আমি অভিধান ব্যাকৰণৰ অভাৱত মূৰে কপালে হাত দি থাকিবৰ দিন উকলি গৈছে। তথাপি তেনে এক দুৰ্দ্দিনতো আশাবাদী বেজবৰুৱাৰ পৰামৰ্শটো উলটি চাবলগীয়া বুলি আমি ভাবোঁ।

## পঞ্চম পৰামৰ্শ

"অসমীয়া ভাষাত আখৰ যোঁটনিৰ গোলমাল আছে বুলিও আমাৰ বন্ধু সকলে দুখ কৰে। দুখৰ কথাও। লাহে লাহে গোলমাল ভাঙ্গি আহিছে,

হিবও। উন্নতিৰ বাটত ই এখন এবেগেতীয়া জেওবা মাখোন। ইয়াক ব হবলৈ ভাষাই ডাঙৰ জাপ মাৰিব নেলাগে। বহুত উন্নত ভাষাইও বিন্যাসৰ গোলমালৰ হাত আজিলৈকে সাৰিব পৰা নাই। তথাপি সেই- লাক ভাষা আগুৱাব লাগিছে। অৱশ্যে বৰ্ণাশুদ্ধিৰ ভূমি নুটি যোৱা বৰ- বিনাৰ ফেৰ মাৰি জোটোৰপোটোৰকৈ খোজ কাঢ়িবলৈ আমাৰ ভাষাক দি দিয়া উচিত বুলি আমি নকওঁ। তেনেকৈ খোজ কাঢ়িবলৈ এৰি দিলে ভুটিৰ ভয় থোৱা ঋনা। তথাপি লাহে লাহে চুৰিয়া যামৰি স্তুতৰি নৈ বিধানে গৈ থাকিলে সিমান আশঙ্কাৰ কাৰণ নাই।"

দুখৰ বিষয় আজিও আমাৰ সাহিত্যত আখৰ জোঁটনী আউল ভগা নাই। সেই কাৰণে বেজবৰুৱাৰ এই চমু পৰামৰ্শটো এতিয়াও প্ৰণিধানযোগ্য হৈ আছে।

## ষষ্ঠ পৰামৰ্শ

অসমীয়া ভাষাৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈ গৈ, আমাৰ বন্ধুসকল সদায় সশঙ্কিত, পাচে কেনেবাকৈ বিদেশী শব্দ এটা আমাৰ লেখাৰ ভিতৰত সোমাব, এই বিষয়তো আমি বিশেষ ভয় খোৱাটো ভাল নহয়। আমি ভালকে পাওঁ বা বেয়াকে পাওঁ বিদেশী শব্দ আমাৰ ভাষাৰ ভিতৰত সোমাবই। ই প্ৰাকৃতিক নিয়ম। সকলো ভাষাৰ ভিতৰতে ভালেমান বিদেশী শব্দ আছে। আৰু সেই শব্দবোৰ লৈয়েই সেই সেই ভাষা চহকী। নতুনতে বিদেশী শব্দবোৰ কেনেবা কেনেবা লাগে, কিন্তু দিন চেৰেক পুৰণি হলেই সেইবোৰে চিনাকিমুখীয়া হৈ পৰি ভাষাৰ অঙ্গ প্ৰত্যঙ্গৰ ভিতৰত ঠাই লৈ ভাষা শৰীৰৰ পুষ্টি সাধন কৰে। বিদেশী শব্দেৰে নিজৰ অঙ্গপুষ্টি বিষয়ত ফ্ৰেন্স, ইংৰাজী, জাৰ্ম্মান আদি ভাষাৰতো কথাই নাই, সংস্কৃত ভাষাও (যাক আমি পৱিত্ৰাতিপৱিত্ৰ বুলি ভাবো) যে সেই বিষয়ত একেবাৰেই নিৰ্দ্দোষী এনে নহয়। কালক্ৰমত কত বিদেশী শব্দ সংস্কৃতৰ ভিতৰত সোমাই তাৰে সৈতে মিলি গৈছে তাৰ লেখ কোনে ৰাখিছে। সৰহ নেলাগে, যাক আমি খাচ অসমীয়া শব্দ বোলোঁ, সিলো কিমান খাচ বিৰ দি চাই নলেই ভুলাই পৰিব। অৱশ্যে অনাহকতে গোটাগোটে বিদেশী শব্দ গিলিব খোজা কথাটো ভাল নহয়। যি বস্তুটো গিলি তুমি জীণ নিয়াব নোৱাৰা, সেইটো গিলিলে তুমিয়েই বিপদত পৰিবা। আভোকত অনাৱশ্যকতে বিদেশী শব্দক আমাৰ ভাষাক গিলাবলৈ গলে, সি ভাষাৰ পেটত নৰে ওকালিত ভুলাই পৰিব। মূল কথা 'জীণ নিয়াব পাৰিলে খা, নোৱাৰি থালে

ৰসাতললৈ যা''। আৰু মনত ৰাখিব লাগে, জীৰ্ণ নিয়াৰ পাৰিবা ভোক থাকিলেহে ।''

এই পৰামৰ্শটো বিশেষ মূল্যবান। পৰামৰ্শৰ ভিতৰতে বহল ব্যাখ্যা দিয়া আছে ; অধিক মন্তব্য নিষ্প্ৰয়োজন ।

## সপ্তম পৰামৰ্শ

"বিদেশীয়ে আমাৰ ভাষাক হলা গছ দেখি একো কোৰ মাৰে, অসম গৱৰ্ণমেণ্টৰ শিক্ষাবিভাগে দুখীয়া ভাষা বুলি কটূক্তি কৰে, ই হাঁহে, সি ঠাট্টা কৰে। এইবিলাক কথাত আমি মৰ্ম্মান্তিক যন্ত্ৰণা পাওঁ, আৰু কান্দি কান্দি গৱৰ্ণমেণ্টক আমাৰ ভাষাক সহায় কৰিবলৈ প্ৰাৰ্থনা কৰোঁ। শিক্ষা-বিভাগৰ গৰাকী চাহাবৰ হাতে ভৰিয়ে ধৰি অসমৰ পঢ়াশালিত অসমীয়া ভাষাৰ কিতাপ চলাবলৈ কওঁ। কিন্তু এইবিলাক কৰি আমি কি লাভ পাইছোঁ ? আমাৰ কি কান্দোন কোনোবাই কাণ দি শুনিছে ? আমাৰ কি বেজাৰত কোনোবাই পুতৌ কৰিছে ? বা তিৰোতাই কন্দা দি এই কান্দোন কাটোন কৰা বাবে গৱৰ্ণমেণ্ট বা অইন মানুহৰ হাতত আমি মনুষ্যোচিত সন্মান লভিছোঁ ? অথবা মান অপমানৰ কথা কাটিকৈ খৈ আমাৰ অভীষ্টকে সিদ্ধি কৰিব পাৰিছো ? যদি নাই পৰা, তেন্তে এই অসাৰ্থক অথচ সৰু উপায় অবলম্বন কৰি লাভ কি ? কিয় আমি পাহৰিছোঁ যে "Self help is the best patron" ? কিয় আমি নিজে শকত নহওঁ পৰৰ ভকতলৈ আশা পালি নথকাকৈ ? নিজে যদি আমাৰ ভাষাত ভাল ভাল পুথি, কাকত, প্ৰবন্ধ লেখি আৰু আমাৰ ভাষাৰ আলোচনা কৰি তাক শকত কৰি তোলো, তেন্তে নিশ্চয় জানিব বিদেশী ঢোৰাসাপে ফোচ কৰিবলৈ এৰি তাৰ আগত মূৰ দোৱাব, গৱৰ্ণমেণ্টে দিগ্ দিগ্‌কৈ হাতত ধৰি আৰু তুলি চুমা খাব, আৰু একে লৰেই সি গৈ স্কুলৰ ওখ ওখ চকীমেজ আৰু আলমাৰিত উঠিব। Nothing succeeds like success বুলি ইংৰাজীত কয়। আজি কালি কন্দাকটাৰ দিন নাই। কন্দা কটাৰ দিন ওৰ পৰিল। কন্দুৱাক বৰ খাৰৈৰ পৰা কোনেও নোতোলে। এইবাবে আমাৰ অসমীয়া বন্ধুসকলে আত্মনিৰ্ভৰ মহামন্ত্ৰেৰে দীক্ষিত হৈ অসমীয়া ভাষাৰ উন্নতি মহাযজ্ঞত এলাহ, খিয়লা খিয়লি আদি মহাশত্ৰুবিলাকক আহুতি দি মাতৃভাষাৰ কুশলৰ অৰ্থে ককালত কাপোৰ বান্ধি লাগক। অসমীয়া ভাইহঁত! আহাঁ, আমি আজিৰ পৰা এই মুহূৰ্ত্ত এই ক্ষণৰ পৰা, প্ৰতিজ্ঞা

কৰোহঁক যে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে কায়মনোবাক্যে লাগিলোঁ। ঈশ্বৰক সাক্ষী কৰি আহঁা, আহঁা, আহঁা, আজি আমি এই প্ৰতিজ্ঞাসূত্ৰত আৱদ্ধ হওঁ; নতুবা নিশ্চয় জানিবা অসমীয়া ভাষাৰ উন্নতি আমাৰ দ্বাৰা নহয়।

বৰ দুখেৰে স্বীকাৰ কৰোঁ যে আমি মাতৃভাষাৰ উন্নতি কৰিবলৈ সচাঁসচিঁকৈ লাগো বুলি লগা নাই। আমি মুখেৰে কওঁ, কাৰ্য্যত নকৰোঁ, বা কৰিবলৈ হেলা কৰোঁ। এনে চেলেং পেতেং মন, এনে এধাডুখৰীয়া যত্ন লৈ আমি এই মহাকাৰ্য্য সাধি উঠিব নোৱাৰোঁ নোৱাৰোঁ। "কাৰ্য্যং বা সাধয়েচ্ছৰীৰং বা পাতয়েৎ" মন্ত্ৰক আমাৰ মন্ত্ৰ নকৰিলে আমি সংসাৰত কোনো কাৰ্য্য সম্পাদন কৰিব নোৱাৰোঁ। যোগ্যৰহে এই পৃথিৱী। এধামৰা অযোগ্য মানুহৰ নিমিত্তে এই পৃথিৱী নহয়। আমি যে এধাডুখৰীয়া মনৰ মানুহ, তাৰ এটা সৰু উদাহৰণ দিওঁ। অসমত দুখন বাতৰি কাকত কৰ্‌কৰাই কৰ্‌কৰাই কতকষ্টকৈ কত দিনৰ মূৰত ওলাইছে। এখন দেশী আৰু আনখন বিদেশী ভাষাত। কিন্তু এনে আমাৰ মাতৃভাষাৰ প্ৰতি ভক্তি যে দেশী ভাষাৰ কাকতখন লেখকৰ অভাৱত কলচপ্‌ কলচপ্‌ কৰিব লাগিছে। কলিকতা, শ্বিলং, নগাওঁ, সদিয়া সকলো ঠাইৰ পৰা আমাৰ শিক্ষিত ডেকা সকলে, বিদেশী ভাষাত ওলোৱা কাকতখনিত ছপা হবলৈ দীঘল দীঘল চিঠি লেখি সপ্তাহে সপ্তাহে পঠিয়াব লাগিছে; কিন্তু আমাৰ আইৰ ভাষাত লেখা প্ৰকৃত আমাৰ নিজৰ কাকতখনিত মনু মেধি আৰু ধনী বায়নক প্ৰবন্ধ আৰু চিঠি লেখিবলৈ তেওঁলোকে এৰি দিছে। কি বেজাৰৰ কথা! সচাঁসচিঁকৈয়ে আমি এনে হলোঁ। নহয় নহয়, অসমীয়া ভাইহঁত। এনেকৈ গতিৰে আমাৰ ভাষাৰ উন্নতি নহয়। আহঁা, আমি Sincere হওঁহঁক। নতুবা আমি গলো, গলো"।

এই পৰামৰ্শত অসমীয়া সাহিত্যিকলৈ সমূহ অসমীয়া জাতিলৈ বেজ-ৰৰ্‌কৰাই যি আকুল উদাত্ত আহ্বান জনাইছিল তাক সাৰোগত আৰু শিৰোগত কৰি লবৰ সময় কেতিয়াবাই হ'ল। এতিয়াও আমি সকলোৱে সেই আহ্বানত সক্ৰিয় সহাঁৰি জনাই কৰ্ম্মতৎপৰ হব লাগে।

## অষ্টম পৰামৰ্শ

"অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ হলে আমাৰ ভাষাত বাতৰি কাকতৰ আৰু সাধাৰণ প্ৰবন্ধেৰে পূৰ্ণ মাহেকীয়া আলোচনী কাকতৰ বহুল প্ৰচাৰ আৱশ্যক। আমাৰ কথাৰ লাখুটি 'আসাম' আৰু 'জোনাকী'। এই দুখন জীয়াই ৰাখি ভালকৈ চলাবলৈ যদি আমি কাৰবাৰ নকৰো, তেন্তে জানিবা

আৰু কি ভাষাৰ উন্নতি কৰিম ? বঙ্গদেশৰ বঙ্গবাসী, সঞ্জীৱনী আ
বাতৰি কাকতে বঙালী সৰ্ব্বসাধাৰণৰ মাজত উজু বঙলা ভাষাৰ বহু
প্ৰচাৰ কৰি সেই ভাষাৰ যেনে উপকাৰ সাধিছে, গধুৰ গধুৰ বঙালী লেখকে
গধুৰ গধুৰ বঙলা কিতাপ লেখি তাৰ এণ ভাগৰ এভাগ সাধিছেনে না
কব নোৱাৰে। ।"

কথাৰ লাখুটি "আসাম' আৰু 'জোনাকী' কাকত আজি নাই। আ
দুখন দৈনিক, এখন তিনিদিনীয়া আৰু খনচেৰেক সাদিনীয়া বাতৰি কাকত,
মাহেকীয়া আলোচনীও এখন মৰিছে, এখন ওলাইছে আৰু খনচেৰেক
কলফোপ কলফোপকৈ জীয়াই আছে। দুই এখনৰ বছেৰেকীয়া সংকলনো
নিয়মিতভাবে ওলাই আছে। এইবোৰ কাকতক ধন আৰু প্ৰবন্ধ সম্ভাৰ
আহাৰ পানীৰে সুস্থভাবে জীয়াই ৰখাটো প্ৰতি অসমীয়াৰে পৱিত্ৰ কৰ্ত্তব্য।

## নৱম পৰামৰ্শ

"সৰ্ব্বসাধাৰণে বুজিব পৰা ৰস পোৱা নাটক নভেল আৰু গল্পৰ
কিতাপে ভাষাৰ বৰ উন্নতি কৰে। মোৰ এনে বিশ্বাস যে, ভাষাৰ উন্নতি
বিষয়ত এখন ভাল উপন্যাস বা বুৰঞ্জী দহখন কঠোৰ বৈজ্ঞানিক কিতাপত
কৈও বেছি ফলদায়ক। দহখন বৈজ্ঞানিক পুথিৰ ভাগ দহজন কি কুৰিজন
বৈজ্ঞানিকৰ; কিন্তু এখন ভাল উপন্যাসৰ ভাষা এক কোটি লোকৰ। হাৰ্ব্বাট
স্পেঞ্চাৰৰ 'বায়লজি' বা ছাৰ চাৰ্লছ বেলৰ 'এনিমেল ফিজিয়লজি'ৰ ভাষা
স্পেঞ্চাৰৰ, বেলৰ আৰু তেওঁলোকৰ নিচিনা দহ পাঁচ জনৰ; কিন্তু ছাৰ ৱাল্টাৰ
স্কটৰ 'আইভেন হো' পূব পশ্চিম উত্তৰ দক্ষিণৰ গোটেই ইংৰাজী ভাষা
কোৱা লোকৰ। এই দেখি আমাৰ ভাষাত কিছুমান ভাল নাট, উপন্যাস
আৰু তেনে শ্ৰেণীৰ পুথি ওলালে আমাৰ ভাষাৰ খুব উপকাৰ হয়। বঙ্কিম
এইবাবেই বঙলা ভাষাৰ পৰম উপকাৰী ।"

আহলবঃ সপা‌েৰৈ সমাজ গঠনত নাট, উপন্যাস, চুটি গল্প আদি সকল
শ্ৰেণীৰ ৰাইজে সহজে ৰস গ্ৰহণ কৰিব পৰা সাহিত্য পুথিৰ আৱশ্যকতা
কোনেও নুই কৰিব নোৱাৰে। সন্তোষৰ কথা এই বিষয়ত আমি এতিয়া
দুখীয়া হৈ থকা নাই। সকলোবিধ সাহিত্যকে আমাক লাগে।

## দশম পৰামৰ্শ

"অসমীয়া ভাষাত বক্তৃতা কৰিবলৈকো আমাৰ ভাষাৰ বন্ধুসকলে
অভ্যাস কৰিব লাগে। এই বিষয়ে আওহেলা কৰাটো আমাৰ বৰ অন্যায়

হৈছে। ইংৰাজী ভাষাত বক্তৃতা কৰি বক্তা নাম পোৱাতকৈ আমাৰ মনেৰে অসমীয়া ভাষাত শুৱলা বক্তৃতা কৰি বক্তা নাম পোৱাটো বেছি গৌৰৱৰ কথা। কিন্তু আমাৰ ভিতৰত বহুতে এনে নেভাৱে। আমাৰ যে বুদ্ধিৰ বিকাৰ ঘটিছে তাৰ আৰু ভুল নাই। অসমীয়া ভাষাত ভাল বক্তৃতা কৰিবলৈ, প্ৰবন্ধ লেখিবলৈ, পঢ়িবলৈ, আৰু তৰ্ক কৰিবলৈ আমি নধৰিলে আমি ভাষাৰ উন্নতি কৰোঁ বুলি চিঞৰা মিছা। আমি অসমীয়া মানুহলৈ ঘৰৰ ভাই ককাইলৈ আন কি পিতাদেৱতালৈ চিঠি লেখো বিদেশী ইংৰাজী ভাষাত। তেওঁলোকেৰে সৈতে অষ্টপ্ৰহৰ কথা পাতো মাতৃভাষাত, কিন্তু চিঠি লেখিবৰ সময়ত ইংৰাজী ভাষাৰ মুখা পিন্ধো। আমাৰ আয়ে ইংৰাজী নেজানে দেখিহে, শুনাহেঁতেন তেওঁলৈকো ইংৰাজীত চিঠি লেখি আমাৰ vanity চৰিতাৰ্থ কৰিলো-হেঁতেন। এনে কৰাটো আমি গৌৰৱ যেন ভাবোঁ। আমাৰ বুদ্ধিয়ে বিকৃতিৰ বোধকৰো শেষ সীমা পালেহি। এইবিলাক অদ্ভুত কাৰ্য্য আমি কৰি কৰি অভ্যস্ত হৈছোঁ দেখিহে আমাৰ মনত অদ্ভুত যেন নেলাগে। অসমৰ ডাঙৰ ডাঙৰ কোনো কোনো গোসাঁয়ে এধাশুদ্ধা ভুল বঙলা ভাষাত নাট লেখি, ভাৰণা কৰি, তাৰ হাঁহি উঠা ফাল এটা যে আছে সেই কথা নেভাবি বা নেজানি যেনেকৈ খুব ভাল কৰিছোঁ বুলি আপোনাক গৌৰৱান্বিত ভাবে, আমিও এই কাৰ্য্যৰ হাঁহি উঠা ফালটোলৈ চকু নিদি তেনেকৈ আপোনাক গৌৰৱান্বিত বিবেচনা কৰোঁ। এই দোষত যে আমি অসমীয়া কেইটায়ে দোষী এনে নহয়, পৰপদসেৱী ভাৰতবৰ্ষ গোটেইখন। নাইট ইৰেজ্ৰি ইঁহা ডনকুইকজটৰ গ্ৰন্থকাৰ চাৰ্ভেণ্টিছৰ নিচিনা, ভাৰতবৰ্ষতো এজন চাৰ্ভেণ্টিছৰ দৰকাৰ দেখিছো।"

বৰ্ত্তমান যুগটোৱে হৈছে বক্তৃতাৰ যুগ। বহু ক্ষেত্ৰত জোৰেৰে মাত মাতিব নজনাৰ বাবে আমি ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হোৱাটো দেখা দেখা কথা। ইংৰাজী ভাষাক বিদায় দিয়াৰ আগন্তুক হোৱাৰ লগে লগে ভাৰতত আঞ্চলিক ভাষাবোৰৰ প্ৰতিপত্তি আৰু মৰ্য্যাদা আগতকৈ বহুগুণে বৃদ্ধি হৈছে। সেইকাৰণে এই সময়ত বেজবৰুৱাৰ এই পৰামৰ্শ কাৰ্য্যকৰী কৰাৰ সোণালী সুযোগ মিলিছে।

অসমত সুপ্ৰসিদ্ধ বেজবৰুৱা পৰিয়ালে আয়ুৰ্ব্বেদ চিকিৎসা কৰি ৰজা ঘৰত প্ৰজা ঘৰত সুখ্যাতি আৰ্জ্জিছিল। সেই বেজৰ ঘৰৰ সুযোগ্য সন্তান বেজবৰুৱাই অসমীয়া ভাষা সাহিত্যৰ কেনেদৰে বেজালি কৰিছিল অথবা কায়াকল্প চিকিৎসাৰে অসমীয়া ভাষাক, অসমীয়া সাহিত্যিক সঞ্জীৱিত

কৰিছিল তাৰ আভাস এই পৰামৰ্শাৱলীৰ মাজতেই নিহিত হৈ আছে। সদৌ শেষত আৰু এটা সজ পৰামৰ্শ তুলি দিয়া হল। এই পৰামৰ্শটো অৱশ্যে বেজবৰুৱাৰ নহয়, ভাষাবিদ পণ্ডিত বাণীকান্ত কাকতি দেৱৰহে। কাকতি দেৱৰ এই মূল্যবান পৰামৰ্শৰ প্ৰতি শতবাৰ্ষিকীৰ সময়ত প্ৰবীণ নবীন সকলো চাম সাহিত্যিকৰে দৃষ্টি আকৰ্ষণ কৰা হল।

## একাদশ পৰামৰ্শ

"বৰ্ত্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত ( literary style ) সাহিত্যিক ৰচনাৰীতি আন ঠাইত অতি বিৰল। নিভাঁজ অসমীয়া ঘৰুৱা শব্দ, উপযুক্ত ঠাইত উপযুক্ত ভাবৰ বাহন স্বৰূপে ব্যৱহাৰ কৰিলে তাৰ যে কি মধুৰ ঝঙ্কাৰ, কি প্ৰকাশিকা শক্তি, কি ধ্বনি, তাৰ উদাহৰণ 'বুঢ়ী আইৰ সাধু', 'ককাদেউতা আৰু নাতি লৰা।' অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে।

"জনচনে ইংৰাজী লিখক এডিচনৰ ৰচনা পদ্ধতি প্ৰশংসা কৰি কৈছিল যে যিসকলে নিভাঁজ, প্ৰাঞ্জল অথচ সৰস ইংৰাজী লিখিব খোজে, সেইসকলে আগেয়ে এডিচনৰ ৰচনাৱলী ভালকৈ পঢ়ি লব। অসমত নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লিখকক ক'ব খোজোঁ, বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হয়।"

# সাহিত্যৰথী বেজবৰুৱাৰ ব্যক্তিত্ব

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা যিদৰে বিচিত্ৰতাপূৰ্ণ তেখেতৰ জীৱন-বুৰঞ্জীও তদ্ৰূপ বিবিধ ঘটনাৰ সমাবেশত পৰিপূৰ্ণ। ১৮৯০ খৃষ্টাব্দত কলিকতাৰ এচম্ব্লি কলেজৰ পৰা বি, এ, পাছ কৰা বাতৰিটো পাই বেজবৰুৱা ডাঙৰীয়াৰ পিতৃ ৺দীননাথ বেজবৰুৱাদেৱে 'একেচাৱেই উঠি গোসাঁই ঘৰত সোমালগৈ আৰু তাত থকা থাপনাৰ কালে মূৰ থৈ সাষ্টাঙ্গে সেৱা কৰিলে।' জীৱন সোঁৱৰণত বেজবৰুৱাই নিজেই লিখি থৈ গৈছে যে তেখেতসকলৰ গোসাঁইঘৰত থকা থাপনাত কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী পুথি থৈ, তাৰ ওপৰত পাহে পাহে সোণ আৰু ৰূপৰ ফুল লগোৱা বগা কাপোৰ দি ঢাকি থোৱা হৈছিল। থাপনাৰ সোঁফালে একে শাৰীতে সুকীয়াকৈ শালগ্ৰাম সমূহ ৰখা হৈছিল; আৰু তাৰ পূজা দেউতাকে নিজে কৰিছিল। তাৰ উপৰিও এখন ডাঙৰ কৃষ্ণ-মূৰ্ত্তিও নিতৌ পূজা কৰা হৈছিল।

এই কথাকেইটি কোৱাৰ উদ্দেশ্য হ'ল পাঠকসকলক বেজবৰুৱাদেৱৰ নৈষ্ঠিক আচাৰ পদ্ধতি সম্পৰ্কে পৰিচয় কৰোৱা। ঈশ্বৰভক্ত দীননাথ বেজবৰুৱা ডাঙৰীয়াই মৰমৰ পুতেকে বি, এ মহলাত উঠাৰ বাবে গোসাঁই ঘৰত সোমাই ইষ্টদেৱতাৰ চৰণত সাষ্টাঙ্গে প্ৰণিপাত কৰি নিশ্চয় সুভৱিষ্যতৰ আশা কৰিছিল।

বেজবৰুৱাই জীৱন-সোঁৱৰণত কৈছে: "সেই সময়ত অসমত বি, এ, পাছ কৰাটো অসাধাৰণ ব্যাপাৰ আছিল। সুবিখ্যাত জগন্নাথ বৰুৱাই তেতিয়া অসমত বি, এ, জগন্নাথ। যদিও আনন্দৰাম বৰুৱা তেওঁৰ আগে-যেই বি, এ. হৈছিল তথাপি আনন্দৰাম চিভিল চাৰ্ভিচ পাছ কৰি চিভিলিয়ান হৈছিল দেখি সেই সৰু খ্যাতি তল পৰি তেওঁৰ চিভিলিয়ান বৰ খ্যাতি ওপৰ উঠিছিল আৰু সেই দেখিয়েই অসমত প্ৰথম বি, এ, পাছ বুলি জগন্নাথ বৰুৱা "বি, এ, জগন্নাথ" নামেৰে বিখ্যাত হৈছিল।"........

বেজবৰুৱাই বি, এ, পাছ কৰা সংবাদটো শিৱসাগৰ নগৰবাসী সকলোৰে কাৰণে আনন্দৰ বিষয় হৈছিল আৰু দীননাথ বেজবৰুৱা ডাঙৰীয়াই সেইবাবে

গৌৰৱ অনুভৱ কৰি পুতেকক মূৰ শুঙি আশীৰ্ব্বাদ দিছিল। ডাঙৰীয়া দীননাথ বেজবৰুৱা আছিল এজন চৰকাৰী বিষয়া—একষ্ট্ৰা এছিষ্টেণ্ট কমিশ্যনাৰ। পুতেকে বি. এ. পাছ কৰাৰ পিছত তেখেতে আশা কৰিছিল লক্ষ্মীনাথো এজন হাকিম হৈ বংশৰ মৰ্যাদা বৃদ্ধি কৰিব। আসাম গভৰ্ণমেণ্টে দুবাৰকৈ লক্ষ্মীনাথ বেজবৰুৱাক সেই পদ যাচিছিল। কিন্তু তেখেতে নললে। যিসময়ত চৰকাৰৰ ঘৰত হাকিম হৈ বহাটো পৰম সৌভাগ্যৰ কথা আছিল, সেই সময়ত বেজবৰুৱাই দুবাৰকৈ সেই পদ প্ৰত্যাখ্যান কৰা কথাই তেখেতৰ স্বাধীন চিন্তীয়া মনোভাৱৰ পৰিচয় দিছে। তেখেতে নিজেই কৈছে :

"মোৰ তেতিয়া অন্তৰৰ গুহ্যাতিগুহ্য প্ৰদেশৰ পৰা এই ভাৱ আৰু সংকল্প ওলাইছিল যে মই স্বাধীনভাৱে পৰিশ্ৰম কৰি এমুঠি ভাত খাম, পৰৰ গোলামী কৰি নহয়। তেনেহলেই মই তৰি যাম। স্বাধীন ব্যৱসায় বা চেষ্টাত মই যদি বৰ ডাঙৰ হব পাৰোঁ ভালেই। নহলে নাই ; তথাপি পেটে-ভাতে খাই তেনে জীৱন যাপন কৰাটোৱেই মোৰ উচচ আকাঙ্খা আছিল ; আৰু আজিও আছে। সেই দেখি মই আসাম গৱৰ্ণমেণ্টে যচা চাকৰি নললোঁ।"

স্বদেশহিতৈষী, দৃঢ়সংকল্প লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন-বুৰঞ্জীত এইটো মহাবীৰ লাচিতৰ দৰেই বীৰত্ব-ব্যঞ্জক প্ৰথম পদক্ষেপ। অনিশ্চিত ভৱিষ্যতৰ পিনে সাহসেৰে গতি কৰিবলৈ বেজবৰুৱাই বুকুত অসীম বল বান্ধি ললে। চৰকাৰী চাকৰি গ্ৰহণ নকৰা বাবে বেজবৰুৱাৰ পিতৃদেৱ আৰু বৰ ককায়েক গোবিন্দ বেজবৰুৱাই মৰ্ম্মান্তিক দুখ পালে। তেওঁবিলাকৰ মনলৈ লক্ষ্মীনাথৰ ভৱিষ্যত সম্বন্ধে এটা নৈৰাশ্যৰ ভাৱ আহিল। কিন্তু লক্ষ্মীনাথ বেজবৰুৱাই সেই সম্পৰ্কে একো কথা নকলে। কলিকতালৈ উভতি গৈ আইন আৰু এম. এ. একেলগে পঢ়িবলৈ খিৰ কৰিলে। বি. এ. পাছ কৰাৰ লগে লগে বেজবৰুৱাৰ বিয়াৰ কথা ওলাল। স্বাধীন-চিন্তীয়া বেজবৰুৱাই ভাবিছিল যে, পঢ়ি-শুনি আটাই যেতিয়া তেখেতে স্বাধীনভাৱে ধন উপাৰ্জ্জন কৰিব তেতিয়াহে বিয়া হব, আৰু আগতে তেখেতে বিয়া নকৰাওঁ বুলি স্থিৰ কৰিছিল। ইহাতে শিৱসাগৰত মাক-দেউতাকে এঘৰ সম্ভ্ৰান্তলোকৰ ঘৰৰ এটি কন্যাৰ সৈতে লক্ষ্মীনাথৰ বিয়া বন্দোবস্ত কৰিলে। বৰ ককায়েকে টেলিগ্ৰাম কৰি জনালে যে, তেওঁৰ বিয়াৰ দিন স্থিৰ হ'ল, তৎক্ষণাৎ আহিব লাগে। ইয়াৰ উত্তৰত বেজ-বৰুৱাই ঘৰলৈ টেলিগ্ৰাম কৰি জনালে যে, মহৰ্ষি দেৱেন্দ্ৰনাথ ঠাকুৰৰ নাতিনীয়েকৰ সৈতে তেখেতৰ বিয়া স্থিৰ হৈ গ'ল।

এই টেলিগ্ৰাম শিৱসাগৰত বজ্ৰপাতৰ দৰে হ'ল। বেজবৰুৱাৰ পিতৃ-মাতৃ, ককাই-ভাই, ওচৰ-চুবুৰীয়া আদি সকলো হতভম্ব হ'ল। শিৱসাগৰৰ পৰা ঘনে ঘনে টেলিগ্ৰাম কলিকতালৈ গ'ল। শেহত বেজবৰুৱাই খাটাং ভাৱে টেলিগ্ৰাম যোগে জনাই দিলে,—"কাইলৈ ১১।৩।১৮৯১তাং মোৰ বিয়া হ'ব।" জীৱন সোঁৱৰণত বেজবৰুৱাই লিখিছে :

"মোৰ বিয়াৰ এই খবৰে ৰংপুৰ, যোৰহাট, গোলাঘাটত কত জল্পনা কল্পনাৰ আন্দোলন সৃষ্টি কৰিলে, সেইবোৰৰ বিৱৰণ দি আৰু প্ৰবন্ধ নিদীঘলাওঁ।'....

এইখিনিতে বেজবৰুৱাই এই সম্পৰ্কে ঘটা অপ্ৰীতিকৰ অৱস্থা এটা লুকাই থলে। ব্ৰাহ্মধৰ্মী বঙালী ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰোৱা বাবে নৈষ্ঠিক দীননাথ বেজবৰুৱা আৰু মাক আদিয়ে মৰ্ম্মান্তিক শোক পালে। শিৱসাগৰৰ বেজবৰুৱা বংশৰ পৰাই আমি এই কথা জানো যে, লক্ষ্মীনাথ বেজবৰুৱাৰ বিয়াৰ দিনাই মাক-বাপেকে সেইটো লৰা মৰিল বুলি চৰু পেলাই দিলে। কোৱা শুনিছোঁ দীনানাথ বেজবৰুৱাই হেনো এইদৰে কৈছিল,—"সি মোক যেনেকৈ পুত্ৰ-সুখৰ পৰা বঞ্চিত কৰিলে সি নিজেও তেনে সুখৰ পৰা বঞ্চিত হব।" অসমত যেতিয়া বেজবৰুৱা ডাঙৰীয়াৰ মৃত্যু হ'ল, তেতিয়া অনেক অতীত কাহিনী মুখে মুখে শুনিছিলোঁ। শিৱসাগৰৰ এজন বয়োবৃদ্ধ বেজবৰুৱাই কৈছিল বোলে, বাপেকৰ শাও লগা বাবেই লক্ষ্মীনাথ বেজবৰুৱাৰ পুত্ৰ নহ'ল।

বেজবৰুৱাৰ বিয়াই তেখেতৰ জীৱন-যাত্ৰাৰ পথ পৰিবৰ্ত্তন কৰিলে। ঠাকুৰ পৰিয়ালৰ পূৰ্ণ প্ৰভাৱ বেজবৰুৱাৰ ওপৰত পৰিল। ৰাজপৰিয়ালৰ দৰে ভোগ-বিলাসৰ মাজত থকা সম্ভ্ৰান্ত ঠাকুৰ পৰিয়ালৰ এটি শিক্ষিত কন্যাক মেছত থাকি পঢ়া অসমীয়া ডেকাৰে বিয়া দিয়া এটা মস্ত ৰহস্য যেন হৈ থাকিল। বেজবৰুৱাৰ সংকল্প নিটিকিল। আনহাতে একো উপাৰ্জ্জন নাইকিয়া এজন কলেজীয়া ছাত্ৰই কিহেৰে কলিকতাত বিয়া পাতিলে সিও ভাবিব লগীয়া কথা।

ব্ৰাহ্মধৰ্ম্মৰ প্ৰতি কলিকতাৰ গোড়া হিন্দু সমাজৰ শুভদৃষ্টি নাছিল। অসমতো ব্ৰাহ্মসকলৰ প্ৰতি তেনেকুৱাই মনোভাৱ আছিল। এনে মনোভাৱ দূৰ কৰি বেজবৰুৱাই একো বেয়া কাম কৰা নাই বুলি ঠাৱৰ কৰিবৰ নিমিত্তে জীৱন-সোঁৱৰণত লিখিছে :

"....আদি ব্ৰাহ্মসমাজৰ ৰীতি-নীতি ভালেখিনি হিন্দুৰ লগত মিলে। আজিলৈকে চেন্সাছ ৰিপোৰ্টত আদি ব্ৰাহ্মসমাজৰ মানুহে নিজক হিন্দু বুলি লিখাইহে গৌৰৱ অনুভৱ কৰে।"....

যিহওক বেজবৰুৱাৰ এইখিনিতে এটা ডাঙৰ পৰিবৰ্ত্তন ঘটিল। প্ৰাচীন সংস্কৃতিৰ প্ৰতি গভীৰ অনুৰাগ থকা ঠাকুৰ পৰিয়ালৰ মনীষীসকলৰ সংস্পৰ্শত অহা বাবে প্ৰতিভাশালী অসমীয়া ডেকা বেজবৰুৱাৰ চিন্তাধাৰা তেওঁবিলাকৰ লগত খাপ খোৱা হৈ আছিল।

তেতিয়া মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ জীয়াই আছিল। খ্যাতনামা দাৰ্শনিক দ্বিজেন্দ্ৰ ঠাকুৰ, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ, অবনীন্দ্ৰনাথ ঠাকুৰ আদিৰ লগত বৈবাহিকসূত্ৰে সম্বন্ধ স্থাপিত হোৱাৰ ফলত বেজবৰুৱাই জ্ঞানবুদ্ধিৰেও তেওঁবিলাকৰ লগত ফেৰ মাৰি নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰিবলৈ অন্তৰত প্ৰেৰণা লাভ কৰিলে।

প্ৰজ্ঞাসুন্দৰী দেৱীৰ লগত বিয়া হোৱাৰ পাছত এদিন বেজবৰুৱা আৰু তেখেতৰ নৱ-পৰিণীতা ভাৰ্যা দুয়ো মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰক সেৱা জনাবলৈ গ'ল। মহৰ্ষিয়ে নাতিনী জোঁৱায়েক বেজবৰুৱাক এটা সোণৰ কলম উপহাৰ দি আশীৰ্ব্বাদ কৰিলে, "এই কলমৰ পৰা তোমাৰ সুনিপুণ লেখা ওলাব।" নাতিনীয়েক প্ৰজ্ঞাসুন্দৰীক এপাহ গোলাপ ফুল দি কলে, "তোমাৰ যশৰ সৌৰভ এই ফুলৰ সৌৰভৰ দৰে চৌদিশে বিস্তাৰ হব।"

মহৰ্ষিৰ আশীৰ্ব্বাদ আৰু সোণৰ কলমটোৱে অসমীয়া ভাষা আৰু সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যৰথী হিচাপে প্ৰতিষ্ঠা কৰিলে আৰু তেখেতৰ অৱদান যাউতিযুগীয়া কৰিলে। লগে লগে আমি অসমীয়া সমাজো গৌৰৱান্বিত হলো।

ঠাকুৰ পৰিয়ালৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন হোৱাৰ পাছত বেজবৰুৱা ডাঙৰীয়া কেনেকৈ সাহিত্য আলোচনাৰ মাজত সোমাল তাৰ বিষয়ে আলোচনা কৰিলে আমি দেখিবলৈ পাওঁ যে, ইয়াৰ গুৰিতে আছিল ঠাকুৰ বংশৰ সাহিত্যিক ডেকাসকলৰ যত্নত স্থাপিত "সুহৃদ সমিতি।" বেজবৰুৱাই জীৱন-সোঁৱৰণত লিখিছে :

"সুধীন্দ্ৰনাথ ঠাকুৰ, বলেন্দ্ৰনাথ ঠাকুৰ প্ৰভৃতি ডেকাসকলে "সুহৃদ সমিতি" নাম দি এখন সমিতি জোড়াসাঁকোৰ ঘৰতে পাতিলে; আমি আটাইবোৰ সেই সমিতিৰ সভ্য হলোঁহঁক। বাহিৰৰ দুই চাৰিজন ডেকা শিক্ষিত বন্ধুকো তাত স্থান দিয়া হৈছিল। সপ্তাহৰ ভিতৰত এদিনকৈ তাৰ অধিবেশন বহিছিল। সভাৰ উদ্দেশ্য—সভ্যসকলৰ মাজত মিলাপ্ৰীতিৰ ভাব বঢ়োৱা। উপায়—সাহিত্য চৰ্চা আৰু অন্তত মধুৰ প্ৰীতি ভোজন। সমিতিৰ কেবাখনো অধিবেশন হৈছিল। তাত সভ্যসকলৰ দ্বাৰাই ৰচিত ইংৰাজী আৰু বঙলা ভাষাত ৰচনা পঠিত হৈছিল আৰু তাৰ সমালোচনা চলিছিল। তাৰ পৰাই "সাধনা" নামৰ বঙলা মাহেকীয়া কাকতৰ জন্ম

হয়। তাৰ সম্পাদকৰ পদত সুধীন্দ্ৰনাথ ঠাকুৰক বহুৱা হৈছিল। কিছু-দিনৰ পিছত সুধীন্দ্ৰনাথৰ ঠাই ৰবীন্দ্ৰনাথ ঠাকুৰে ললে। "সাধনা"ই বঙ্গলা মাহেকীয়া কাকতবোৰৰ ভিতৰত শ্ৰেষ্ঠ আসন অধিকাৰ কৰিছিল। কিছুকালৰ পিছত "সাধনা" অন্তৰ্দ্ধান হ'ল। সমসাময়িক নহলেও সেই পৰিবাৰৰ পৰা আৰু এখন মাহেকীয়া বঙ্গলা কাকতৰ জন্ম হৈছিল। তাৰ গুৰি ধৰোতা আছিল মোৰ নিজা জেঠেৰী হিতেন্দ্ৰনাথ ঠাকুৰ, ক্ষিতীন্দ্ৰনাথ ঠাকুৰ আৰু ঋতেন্দ্ৰনাথ ঠাকুৰ। সম্পাদিকাৰ আসনত মোৰ সহধৰ্ম্মিণী শ্ৰীমতী প্ৰজ্ঞাসুন্দৰী দেৱী। এবছৰমানৰ পিছত সেইখন কাকতো শূন্যত বিলয়প্ৰাপ্ত হ'ল।"

এইখিনিতেই অসমীয়া লক্ষ্মীনাথ বেজবৰুৱাই আত্মপ্ৰকাশ কৰিবলৈ অপূৰ্ব্ব সুযোগ পালে। "ঠাকুৰ পৰিয়ালৰ এই সাহিত্যিক মহিলা আৰু পুৰুষসকলে অসমীয়া ভাষা আৰু বঙ্গলা ভাষাৰ পাৰ্থক্য আৰু বঙ্গলা ভাষাৰ শ্ৰেষ্ঠত্বৰ বিষয়ে লাহে লাহে মোৰে সৈতে আলোচনাত প্ৰবৃত্ত হবলৈ ধৰিলে। তেওঁলোকেই আগবাঢ়ি আহি মোক তৰ্কযুদ্ধত সুমাই ললে। অগত্যা মই সোমাব লগীয়াত পৰিলোঁ যদিও তেনে (Unpleasant) অৰ্থাত অপ্ৰীতিকৰ কাৰ্য্যত সোমাবৰ মন মোৰ সমূলি নাছিল। তেওঁলোকে ভাবিছিল, পূৰ্ব্ববঙ্গৰ ভাষাও যেনেকৈ নদীয়া-শান্তিপুৰ কলিকতীয়া ভাষাৰ এটা বেবেৰিবাং অৱস্থা বা দুৰৱস্থা অসমীয়া ভাষাও তেনে। তেওঁলোকৰ ইচ্ছা, মই অসমীয়া ভাষাৰ হকে চেষ্টা-চৰিত্ৰ পৰিত্যাগ কৰি বঙ্গভাষাৰ উন্নতি কামনাত লাগি যাওঁ। তাৰ গুৰিত এনে এটা ভাৱো আছিল যে তেওঁলোকৰ পৰিবাৰ ভুক্ত জোঁৱাই মই যেন সম্পূৰ্ণৰূপে বঙ্গালী হৈ যাওঁ।"

বেজবৰুৱাই জীৱন-সোঁৱৰণত কোৱা এই কথা কেইটি বিশেষ ভাৱে প্ৰণিধানযোগ্য। ঠাকুৰ পৰিয়ালৰ বংশ গৌৰৱ, শিক্ষা-সংস্কৃতি, উচ্চমান-সম্পন্ন জীৱন-নিৰ্ব্বাহৰ প্ৰণালীৰ মাজত সোমাই সেই সময়ত অকলশৰীয়া অসমীয়া লক্ষ্মীনাথ বেজবৰুৱাই কি অসীম মনোবল আৰু স্বদেশপ্ৰেমৰ জুই বুকুত লৈ আত্মপ্ৰতিষ্ঠা কৰিলে আৰু কেনেকৈ এজন নিভাঁজ অসমীয়া হৈ থাকিল এই কথা বেজবৰুৱাৰ জীৱন-চৰিতত যাউতিযুগীয়া হৈ থাকিব। বেজবৰুৱাই ঠাকুৰ পৰিয়ালৰ আশাৰ মূৰত বাৰ টাঙোন মাৰিলে। তেখেতে কৈছে:

"তেওঁলোকৰ সুখৰ সপোনত বাধাত ঘটিল, মই তেওঁলোকক নিৰাশ কৰিলোঁ। অসমীয়া ভাষাৰ হকে মোৰ হাতত ডাঙৰ টাগ্ৰোনডাল দেখি তেওঁলোকৰ মন ভাগি গ'ল। দিনে দিনে ভাষাৰ তৰ্কৰ পথাৰখন বহল হৈ যাবলৈ ধৰিলে আৰু ভেকাদলৰ অধিপতি, "ৰবিকাকাইও" গতি বিষম দেখি মৌনঅৱলম্বন কৰিলে।"

এইজন এলাপেচা বীৰ নে? ঠাকুৰ বংশৰে ছোৱালী বিয়া কৰাই অকলশৰীয়া এজন মানুহে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে ব্যক্তিকো নিমাত কৰি থলে। একো প্ৰলোভনে তেওঁক বঙালী ভাষা-সাহিত্যৰ মাজলৈ নিব নোৱাৰিলে। ইয়াৰ অন্তৰালত বেজবৰুৱাৰ মাতৃভাষাৰ প্ৰতি কিমান গভীৰ প্ৰেম আছিল, চেনেহী অসমীয়া ভাষাক তেখেতে প্ৰাণতকৈও আপোন বুলি কেনেকৈ গ্ৰহণ কৰিছিল সেই সত্যই লুকাই আছে। ৰবীন্দ্ৰনাথ ঠাকুৰে আৰু বেজবৰুৱাৰ লগত অসমীয়া বঙালী ভাষা সম্পৰ্কে একো কথা আলোচনা নকৰিলে। বহুত দিন পিছত হেনো এবাৰ শ্বিলঙত ৰবীন্দ্ৰনাথ ঠাকুৰে বেজবৰুৱাক এই বুলি কৈছিল,—"তোমালোকেই আসামক কালি আনি বঙ্গ ভাষাৰ পৰিসৰ কমাই দিলা।" কিতাপ লিখি ছপা কৰিবলৈ গ্ৰন্থকাৰসকলৰ আৰু উৎসাহ থাকিব ক'ত?"

ৰবীন্দ্ৰনাথৰ এই মন্তব্য প্ৰকাৰান্তৰে অসমীয়া ভাষাৰ বিজয় ঘোষণা। পূৰ্ব্ববঙ্গ আৰু আসাম লগ লগাই দুৰলীয়া লাটৰ অধীনত কৰা কামত অসমত বঙ্গলা ভাষা চলোৱা ষড়যন্ত্ৰ ব্যৰ্থ কৰোঁতা হেমচন্দ্ৰ বৰুৱাৰ পৰা আৰম্ভ কৰি "জোনাকী যুগ"ৰ ৰথীসকল আমাৰ চিৰনমস্য, চিৰপূজ্য হৈ থাকিব। ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত বেজবৰুৱাৰ এদিন এখন সৰু সুৰা তৰ্কযুদ্ধ লাগিছিল। "ভাৰতী" নামে বঙ্গালী কাকত এখনত ৰবীন্দ্ৰনাথ ঠাকুৰে অসমীয়া ভাষাৰ ওপৰত মন্তব্য প্ৰকাশ কৰি এটা প্ৰবন্ধ লিখিছিল। তাৰ প্ৰতিবাদ কৰি সেই কাকতত বেজবৰুৱায়ো এটা প্ৰবন্ধ প্ৰকাশ কৰিবলৈ পঠালে। "পুণ্য" নামে আন এখন বঙ্গালী কাকততো বেজবৰুৱাৰ প্ৰতিবাদ ওলাল। বেজবৰুৱাই ৰহস্য কৰি এইদৰে ইয়াৰ সামৰণি মাৰিছে:

"মোৰ বৈণীৰ ফালৰ পৰা কুটুমসকলে দেখিলে যে এইটো জাতি কৰিব নোৱাৰা জেব্ৰা জাতীয় জোঁৱাই। তেওঁলোক নিশ্চেষ্ট হ'ল।"

বেজবৰুৱাৰ দৃঢ়তা, অসমীয়া ভাষা–সাহিত্যৰ প্ৰতি গভীৰ অনুৰাগ, স্বদেশ প্ৰীতিৰ পৰিচয় ইয়াতেই সোণালী আখৰেৰে লিখা আছে। ......

বিয়াৰ দুমাহমানৰ পিছত অকলে বেজবৰুৱা শিৱসাগৰলৈ আহিছিল। সম্ভৱতঃ বঙ্গালী ব্ৰাহ্মধৰ্ম্মী ছোৱালী বিয়া কৰোৱা বাবে মাক-বাপেক, ককাই-ভাই আদিৰ মনত কি প্ৰতিক্ৰিয়া হৈছিল তাৰে ভু-ভা লবলৈ। এই কাৰ্য্যত মাক-বাপেকে যে মৰ্ম্মান্তিক বেজাৰ পাইছিল সেইটো বেজবৰুৱাই বুজিব পাৰিলে। মাকে হেনো শিৱসাগৰৰ স্বৰ্গীয় কালিপ্ৰসাদ চলিহা প্ৰভৃতি ডাঙৰ লোকসকলক মতাই আনি পৰামৰ্শ সুধিছিল কলিকতাৰ ঠাকুৰ পৰিয়ালৰ ওপৰত কেনেকৈ মোকৰ্দ্দমা এটা কৰি ক্ষতিপূৰণেৰে সৈতে

লৰাটো ঘূৰাই আনিব পাৰি। জীৱন সোঁৱৰণত বেজবৰুৱাই মাকে কোৱা কথা কেইষাৰ এইদৰে লিপিবদ্ধ কৰিছে :

"যিদিনাই তই তাঁৰেৰে দিয়া বাতৰি শিৱসাগৰ পালেহি সেইদিনাই সি চাৰিওফালে বিয়পি পৰিল। দেউতাৰ আৰু মই শোকত বিয়াকুল হলোঁ। চহৰৰ মানুহৰ মুখে মুখে বৌঢ়ি ফুটি গ'ল। বঙ্গালী পটিতো তুমুল আন্দোলন চলিল। কলিকতাৰ ঠাকুৰসকল বঙ্গালীৰ শিৰৰ মুকুট; এনেহেন ঠাকুৰৰ ঘৰত অসমীয়া এটাৰ বিয়া। নানা কথা-বাৰ্ত্তা চলিবলৈ ধৰিলে। আমাৰ কালিপ্ৰসাদ চলিহা বোপাই শিৱসাগৰৰ চিভিল চাৰ্জ্জন কলিকতীয়া বঙ্গালী হেমচন্দ্ৰ বন্দোপাধ্যাযৰ ওচৰলৈ গ'ল, কথাটোৰ ভু লবলৈ। তেওঁ চলিহাক কলে, কলিকতাৰ জোড়াসাঁকোত কেইবাঘৰো ঠাকুৰ আছে; তাবে কোনোবা ছালছিগা ভিকছ এঘৰত খুব সম্ভৱ এইখন বিয়া।' কালী বোপাৰপৰা কথাটো শুনি মোৰ আমঠু ক'লা পৰি গ'ল। ডাক্তৰ চাহাবে আৰু কৈছিল হেনো, "দেবেন্দ্ৰনাথ ঠাকুৰৰ ঘৰত যদি বিয়া হৈছে, তেন্তে তাত হেনো তই ঘৰ-জোঁৱাই সোমাইছ; নহলে বিয়া হোৱা অসম্ভৱ।"

হৈ যোৱা কামৰ বাবে আৰু অনুতাপ নকৰি মাক-বাপেক, ইষ্ট-মিত্ৰক দেখা শুনা কৰি বেজবৰুৱা আকৌ কলিকতালৈ উভতি গ'ল। ঠাকুৰ পৰিয়ালৰ এগৰাকী সম্ভ্ৰান্ত মহিলাক বিয়া কৰাই স্বাধীনভাৱে থাকিবলৈ বেজবৰুৱাক উপায় লগা হ'ল। ইফালে আইন পৰীক্ষা আৰু এম,এ, পৰীক্ষা দুয়োটাতে বেজবৰুৱাই ফেল কৰিলে। সন্মুখত সমস্যা উপস্থিত হ'ল। তেতিয়া কলিকতাত ব্যৱসায় কৰি থকা অসমীয়া সদাগৰ স্বৰ্গীয় ভোলানাথ বৰুৱাক বেজবৰুৱাই এদিন মনৰ কথা কলে। ভোলানাথ বৰুৱাই বেজবৰুৱাক নিজৰ ব্যৱসায়ত সুমাই ললে। প্ৰথমতে ভোলানাথ বৰুৱাই গাৰোপাহাৰৰ পৰা কপাহ নি কলিকতাৰ মেকুলিউড কোম্পানীক বেচিছিল। ইয়াৰ পিছত "বি, ব্ৰাদ্ৰাছ" নাম দি চেগুণ কাঠৰ কাৰবাৰ আৰম্ভ কৰিছিল, কিন্তু এই উদ্যম সফল নহ'ল। এই ব্যৱসায় এৰি আসানসোল ৰেল ষ্টেশ্যনত অসমৰ চাহ খুচুৰাকৈ বিক্ৰী কৰিবলৈ লৈছিল। তাৰ লগতে অলপ-অচৰপ কাঠো ৰাখিছিল। ইয়াৰ পিছত ৰেলৰ শ্লিপাৰ যোগান ব্যৱসায় হাতত লয়। এই কামত সহায় কৰিবলৈ ভোলানাথ বৰুৱাৰ বংশৰে গোপীনাথ বৰুৱা নামে এজনক আনি বেজবৰুৱাৰ লগ লগাই দিয়ে। যেতিয়া "জোনাকী" ওলায়। এই গোপীনাথক বেজবৰুৱাই প্ৰকাশক হিচাপে নিযুক্ত কৰিছিল। কিছুকালৰ পিছত গোপীনাথক ভোলা বৰুৱাই গুইলেকৰ আৰু মনোহৰপুৰত থকা শ্লিপাৰৰ ব্যৱসায় চাবলৈ

কলিকতাৰ পৰা লৈ গ'ল। তেতিয়া বেজবৰুৱা ভোলানাথ বৰুৱাৰ কলিকতাত থকা ব্যৱসায় কেন্দ্ৰৰ প্ৰধান কৰ্ম্মী হ'ল।

কাঠৰ ব্যৱসায় লাহে লাহে ভালদৰে আহিল। এঠাইত এটা দুমহলীয়া ঘৰ ভেৰোণীয়াকৈ লৈ ভোলানাথ বৰুৱা আৰু বেজবৰুৱা তালৈ উঠি গ'ল। ঘৰটোত দুটা ভাগ আছিল। সমুখৰ ভাগত ভোলানাথ বৰুৱা আৰু ভিতৰৰ ভাগটোত বেজবৰুৱা থাকিবলৈ ললে। তেতিয়া বেজবৰুৱাই নৱ-পৰিণীতা ভাৰ্য্যাক ঠাকুৰ পৰিয়ালৰ পৰা লৈ গৈ স্বতন্ত্ৰভাৱে দাম্পত্য বিবাহিত জীৱন আৰম্ভ কৰিলে। ভোলানাথ বৰুৱাৰ সৈতে খোৱা-বোৱা একেলগেই চলিছিল।

ভোলা বৰুৱাৰ কাঠৰ ব্যৱসায় ঠন ধৰি উঠিল। বেজবৰুৱা আৰু ভোলানাথ বৰুৱা দুয়ো এতিয়া ব্যৱসায়ী লোক। বেজবৰুৱাই জীৱন সোঁৱৰণত লিখিছে :

"আমাৰ প্ৰথম ডোখৰ ব্যৱসায় জীৱনৰ পাঁচ বছৰমানলৈকে, কলিকতাত আমাৰ নিজৰ গাড়ী, ঘোঁৰা আৰু কেৰেণী-মহৰিৰ অস্তিত্ব সমূলি নাছিল। আমি "নিতাই গৌড় দুই ভায়ে" নিতৌ ট্ৰেম গাড়ীত বা পদব্ৰজে ঘূৰিছিলোঁ। দুয়ো সকলোবোৰ ঠাইলৈকে একেলগে গৈছিলো। বি, বৰুৱাৰ গাত খাকী কোট (ডিঙি নোখোলা) আৰু পট্লুং, মূৰত ক'লা বা ছাঁই-বৰণীয়া টুপী এটা। হাতত ছাতি এটা আৰু মোৰ মূৰৰ পৰা ভৰিলৈকে পূৰা ইউৰোপীয় সাজ।"

সেইয়া সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যৱসায়ী জীৱন। কাঠৰ বেপাৰী। ইয়াৰ মাজতো বেজবৰুৱাৰ স্বাধীনচিতীয়া মনোভাৱৰ জীৱন্ত উদাহৰণ লুকাই আছে। গীতাত কোৱাৰ দৰে বেজবৰুৱাই সকলো অৱস্থাকে হাঁহি মুখে গ্ৰহণ কৰিব পাৰিছিল।

ভোলাবৰুৱা আৰু লক্ষ্মীনাথ দুয়ো ককাই-ভাই যেন হৈ কলিকতা মহানগৰীত ব্যৱসায় সূত্ৰে ঘূৰি ফুৰে। বি, বৰুৱাই যেতিয়া বেজবৰুৱাৰ সৈতে খোজ কাঢ়ি ঘূৰি ফুৰিছিল তেতিয়া হেনো বৰুৱাই এই গীতটো গাই পথশ্ৰম লাঘৱ কৰিছিল।

"চলৰে মন যায় ৰে কাশী,
বাবা বিশ্বনাথকে দেখে আসি।
কাশী গেলে দেখতে পাব,
কত শত যোগী ঋষি।"........

বেজবৰুৱাই ভোলাবৰুৱা সম্পৰ্কে মন্তব্য কৰিছে এইবুলি :—

"মানুহক নানা কৌশলেৰে বশ কৰা বিদ্যাত বি, বৰুৱা বৰ পটু আছিল।"

লাহে লাহে বি. বৰুৱাৰ কাঠৰ ব্যৱসায় বহল হৈ আহিল। হিচাপ-কিতাপ ৰখা আৰু আন আন সকবৰ সকলো কাম অকল বেজবৰুৱাই কৰিছিল। তেতিয়ালৈকে কেৰাণী-মহৰি কোনো নাই। কম খৰচতে যাতে ব্যৱসায় চলে সেইটোৱেই তেওঁলোকসকলৰ উদ্দেশ্য আছিল আৰু বেজবৰুৱাই অম্লান বদনেৰে কাম কৰি গৈছিল। এতিয়া তেখেতে সংসাৰ যাত্ৰা আৰম্ভ কৰিছে। প্ৰজ্ঞাসুন্দৰী দেৱী ৰন্ধন-বিদ্যাত পাকৈত। সাধাৰণ বিধৱ ভাত-ৰান্ধনি এটা আছিল যদিও প্ৰজ্ঞাসুন্দৰীয়ে দিনৌ ইংৰাজী আৰু দেশী প্ৰণালীৰে ৰন্ধা বিবিধ সুখাদ্য আহাৰ প্ৰস্তুত কৰিছিল। কলিকতাৰ প্ৰথম জীৱনত বেজবৰুৱাই আছিল ছোট চাহাব, মেনেজাৰ, একাউণ্টেণ্ট, কেৰেণী ইত্যাদি আৰু তেওঁলোকৰ পৰিয়াৰ আছিল সুপকাৰ। দুয়ো আনন্দ মনেৰেই এই অৱস্থা গ্ৰহণ কৰিছিল। বেজবৰুৱাই ঠাৱৰ কৰি লৈছিল ভোলা বৰুৱাৰ ব্যৱসায়েই তেখেতৰ ব্যৱসায়, তেওঁৰ মঙ্গলেই বেজবৰুৱাৰ মঙ্গল। মুঠতে ভোলানাথ আৰু লক্ষ্মীনাথ হৰি-হৰ আত্মা যেন হৈ পৰিল। ব্যৱসায় ক্ষেত্ৰতো যাতে অসমীয়াৰ মন উজ্জ্বল হয় এনেই আছিল বেজবৰুৱাৰ মনৰ প্ৰবল আকাংক্ষা। বেজবৰুৱাই কৈছে যে, ৰন্ধা-বঢ়া কাৰ্যত প্ৰজ্ঞাসুন্দৰী দেৱী লাগি থকাৰ বাবে এটা কাম হ'ল। "আমিষ ও নিৰামিষ" নামে তিনিখন ৰন্ধন বিদ্যাৰ কিতাপ প্ৰজ্ঞাসুন্দৰীয়ে বঙ্গালী ভাষাত লিখি উলিয়ালে। এই কিতাপ তিনি খণ্ডৰ প্ৰচুৰ সমাদৰ হ'ল।

যেতিয়া আৰ্থিক অৱস্থা অলপ টনকিয়াল হ'ল বেজবৰুৱাই এখন সৰু গাড়ী আৰু এটা ঘোঁৰা কিনিলে। নিজৰ গাড়ীত উঠি অফিচলৈ আৰু ঘৰলৈ তলৈ গৈ গা ফুৰোৱাৰ আনন্দ উপভোগ কৰি ৰসৰাজ বেজবৰুৱাই কৈছে:

"মই প্ৰথম দিনা গাড়ীত উঠি যাওঁতে কচোৱানটোৱে যেতিয়া মূৰত ডাঙৰ পাগুৰি এটা মাৰি আৰু পাগুৰিটোৰ আগকালে গাড়ীৰ গৰাকীৰ নাম থকা পিতলৰ বৰ আখৰ লগাই, দীঘল চাপকন চোলা আৰু ঠেঙা পিন্ধি হাতত চাবুক লৈ ঘোঁৰা চলাইছিল আৰু চহিচটোৱে গাড়ীৰ পিছফালে চাকোটাত ধৰি ঠিয় হৈ, তেনেকুৱা পিতলৰ বৰ আখৰ পাগুৰিত লগাই, গাত কোট, কঁকালত ছালৰ কমৰবন্ধ মাৰি, তল ভোখৰত বগা পটলুং আৰু খালুৰ তলৰ পৰা সৰু গাঁঠিলৈকে কাপোৰৰ পটি মাৰি "হেয় ঐ চগৰৱাল! হুচিয়াৰ যাও!" বুলি কলিকতাৰ বাটত মুহুৰ্মুহুৰ চিঞৰিয়াই গৈছিল, তেতিয়া

মই মনত স্বৰ্গলৈ যোৱা জখলাটোৰ কোনটো ওখ চাপত উঠি আছিলোঁ, কব নোৱাৰোঁ। বাটত যাওঁতে থাকি থাকি মোৰ মনত খেলাইছিল "চিনাকি মানুহ লগ নাপাওঁ কিয় ?" মোৰ মনৰ প্ৰসন্নতাবৰ্দ্ধক গাড়ী ঘোঁৰাৰ কিবা যে বৈশিষ্ট্য আছিল এনে নহয়। তেনে গাড়ী ঘোঁৰা কলিকতাৰ বাটত হেজাৰবিজাৰ ঘূৰি ফুৰিছে। ঘাইকৈ অফিচ অঞ্চলত।"

১৮৯৫ খৃষ্টাব্দৰ মে' মাহত শিৱসাগৰৰ পৰা এখন টেলিগ্ৰাম পাই দেউতাকৰ নৰিযাৰ খবৰ লবলৈ বেজবৰুৱা অসমলৈ আহে। প্ৰজ্ঞাসুন্দৰীক জোড়াসাঁকোত থৈ আহিছিল। শিৱসাগৰত দহ-বাৰদিন মান থাকোতেই কলিকতাৰ পৰা ব্যৱসায় সম্পৰ্কীয় এটা জৰুৰী কামত ভোলানাথ বৰুৱাই বেজবৰুৱাক মাতি পঠিযালে। নৰিয়া পানীতে দেউতাকক এৰি বেজবৰুৱা কলিকতালৈ উভতি গ'ল। ১৮৯৫ খৃষ্টাব্দৰ ২৭ মে'ত বেজবৰুৱাৰ পিতৃ স্বৰ্গীয় দীননাথ বেজবৰুৱা ডাঙৰীয়া নিজ গুৰুৰ থান পুণ্যভূমি কমলাবাৰী সত্ৰত স্বৰ্গী হয়। বেজবৰুৱাৰ জীৱনত শোক-বেজাৰৰ প্ৰথম কাৰণ আৰম্ভ হ'ল পিতৃদেৱেকৰ মৃত্যু। পিতৃ বিয়োগৰ এমাহৰ পাছত কলিকতা আৰু জোড়াসাঁকোত থকা শহুৰেকৰ ঘৰত এটি কন্যাৰ জন্ম হয় ১৮৯৫ খৃষ্টাব্দৰ জুন মাহত। মানৱ জীৱনৰ হৰ্ষ-বিষাদৰ অভিজ্ঞতা আজ্জিবলৈ বেজবৰুৱাৰ সাংসাৰিক জীৱন আগবাঢ়িল। প্ৰথম সন্তান কন্যাটি দেখাত দিপ্‌লিপ্ আছিল। নাম দিলে সুৰভি। আদৰৰ কন্যাটি যেন এটি কবিতাহে আছিল। কিন্তু বিধিৰ নিষ্ঠুৰ বিধানত মাত্ৰ পাঁচ বছৰ বয়সত সুৰভিৰ মৃত্যু হয়। সুৰভিৰ মৃত্যুৱে বেজবৰুৱা আৰু প্ৰজ্ঞাসুন্দৰী দেৱীৰ মনত গভীৰ শোকৰ ছাঁ পেলালে। বেজবৰুৱাই কৈছে :

"জীৱনত প্ৰথমতে আমি এই দাৰুণ শোক পালোঁ। মাকৰ আৰু মোৰ হিয়া ভাগি টুকুৰাটুকুৰ হ'ল। ৰাতি শৰকৈ কোনেনি নিমতলা ঘাটত পুৰি-লেগৈ আজিলৈকে মই কব নোৱাৰোঁ। কাৰণ মোৰ তেতিয়া এক প্ৰকাৰ অজ্ঞান অৱস্থা। সুৰভিক যমৰ বুকুত দি পিচদিনা পুৱাই আমি দুয়ো জোড়াসাঁকোৰ পৰা আমাৰ হাওৰাৰ শূন্য ঘৰলৈ উভতি আহিলো। আমাৰ মনৰ অৱস্থা "বৰ্ণনাতীত"।

বেজবৰুৱাই শোক পাহৰিবৰ কাৰণে ভগৱৎ গীতা পঢ়িবলৈ আৰম্ভ কৰিলে। গীতাৰ দ্বিতীয় অধ্যায়ৰ ২৮ নম্বৰ শ্লোকটোৱে বেজবৰুৱাৰ মন ভালেখিনি থিৰ কৰিলে বুলি নিজেই কৈছে। এই শ্লোকৰ সাৰাংশ হ'ল—

প্ৰাণীবোৰ আদিতে অব্যক্ত ; মাধোন মাজছোৱাত ব্যক্ত অৰ্থাৎ প্ৰকাশিত হয়, আৰু মৰিলেও আকৌ সেই অব্যক্ত হৈ পৰে। এতেকে তাৰ নিমিত্তে শোক কিহৰ ?

ঈশ্বৰৰ প্ৰতি একান্ত অনুগত, জ্ঞা গম্ভীৰ পুৰুষ বেজবৰুৱাই জ্ঞানৰ আলোকেৰে শোক পাতলাব পাৰিলেও মৃত্যুৰ মুখত পৰা কন্যাটিৰ, দেহ ত্যাগ কৰিলে এজন মূৰ্ত্তিৰচা মানুহৰ হতুৱাই "গোৰিচ প্লষ্টাৰে"ৰে মূৰ্ত্তি এটি সজাই বৈঠকখানাত থৈ দিছিল। ইং ১৯০০ খৃষ্টাব্দৰ এপ্ৰিলমাহত মানুহ-বিছুৰ দিনা সপৰিবাৰে বেজবৰুৱা হাওৰাৰ উঠি গ'ল। তাত ভোলা বৰুৱাই প্ৰায় ৭।৮ কঠা মাটিৰে সৈতে এটা ডাঙৰ ঘৰ কিনি ললে। অবিবাহিত ব্যৱসায়ী ভোলা বৰুৱা মাজে-সময়ে আহি তাত থাকেহি। বেজবৰুৱাই সেই ঘৰটোৰ অনেক উন্নতি সাধন কৰি তাক এখন মনপুতীত পৰিণত কৰিলে। সেই বছৰৰে ১৭ নবেম্বৰত তেখেতৰ দ্বিতীয়জনী ছোৱালী অৰুণাৰ জন্ম হয়।

১৯০৩ খৃষ্টাব্দৰ শেষৰ ফালে ভোলা বৰুৱা আৰু বেজবৰুৱাৰ মাজত কিবা কাৰণত মতানৈক্য ঘটিল। ভোলা বৰুৱাৰ লগত বেজবৰুৱাৰ ব্যৱসায় সংক্ৰান্তত সম্পৰ্ক ছেদ হ'ল। বেজবৰুৱাই আকৌ নিজৰ ভাগ্য অন্বেষণ কৰিব লগীয়া হ'ল। তাৰ পৰা উৰিষ্যাৰ সম্বলপুৰলৈ গৈ জীৱনৰ শেষ-ছোৱালৈকে নিজা ভাৱে কাঠৰ ব্যৱসায় কৰি জীৱন-নিৰ্ব্বাহ কৰিছিল।

## বেজবৰুৱাৰ ব্যক্তিত্ব

জন্মভূমি এৰি হাবিয়ে-বনে ঘূৰি ফুৰা লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনত অনেক বৈশিষ্ট্যৰ সমাবেশ হৈছিল। তেখেতৰ ঘৰুৱা জীৱনত কথা-বাৰ্ত্তা চলিছিল বঙালী ভাষাৰে আৰু লিখা-পঢ়া হৈছিল নিভাঁজ অতুৰা ঠাচৰ অসমীয়া ভাষাৰে। ভাৰ্য্যা গৰাকী আৰু ছোৱালীকিজনীৰ লগত বঙালী ভাষাৰে কথা কৈ জীৱন-নিৰ্ব্বাহ কৰা বেজবৰুৱাই কেনেকৈ কেনিও পানী নলগাকৈ অসমীয়া ভাষাৰে গীত, কবিতা, নাটক, উপন্যাস, সাধুকথা, তত্ত্বকথা আদি লিখি অসমীয়া ভাষাৰ সমৃদ্ধি সাধন কৰিলে সেই ইতিহাস অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীৰ পাতত যাউতি যুগলৈ থাকি যাব। ১৯৩১ চনৰ ডিচেম্বৰ মাহত শিৱসাগৰৰ কালীপ্ৰসাদ স্মৃতি ভৱনত অসম সাহিত্য সভাৰ অধিবেশন হৈছিল। তাতে বেজবৰুৱা ডাঙৰীয়াক "সাহিত্য-ৰথী" উপাধি দিয়া হৈছিল। সাহিত্য সভাৰ প্ৰধান সম্পাদক আছিল দেৱেশ্বৰ চলিহা। আমি নিজে সেই সভাত উপস্থিত আছিলোঁ। এখন শাঁচিপতীয়া পুথিৰ আকাৰে অভিনন্দন পত্ৰ পাঠ কৰি যেতিয়া বেজবৰুৱা ডাঙৰীয়াৰ হাতত অৰ্পণ কৰা হৈছিল তেতিয়া ভৰা, শঙ্খ, বৰকাঁহ, খোল তাল, উৰুলিধ্বনিৰে সভাঘৰ মুখৰিত হৈছিল। বেজবৰুৱাই থিয় হৈ পুথিখন দুই হাতে লৈছে। হিমালয় সদৃশ স্থিৰ, অবিচলিত

চিত্ত, প্ৰশান্ত গম্ভীৰ বেজবৰুৱাৰ সেই ৰূপটো আজিও মানস পটত এটি জীৱন্ত ৰূপ হৈ আছে। বেজবৰুৱাই উত্তৰ দিওঁতে ধেমেলীয়া সুৰত সামৰণি মাৰি এইদৰে কৈছিল :

"মই হেনো কিবকিবি লিখিছিলো আৰু তাতে হেনো এওঁবিলাকে কিবাকিবি পালে ; সেইবাবে এতিয়া মোক কিবাকিবি দিছে ।"

সেইদিনা গধূলি আমোলাপট্টিৰ জনম ঘৰত অৰ্থাৎ স্বৰ্গীয় মাধৱ বেজবৰুৱাৰ ঘৰত বেজবৰুৱাৰ কাৰণে এটি ভোজ হৈছিল। কচু শাক, ঢেকীয়া শাক, কাহুদি, খাৰলি, শুকান খৰিচা আদি বিবিধ অসমীয়া দিহেৰে ভোজৰ আয়োজন হৈছিল। ভোজৰ আগতে গোঁসাই ঘৰত নামকীৰ্ত্তন। বেজবৰুৱাই নিজে ভোৰ তাল লৈ সম্পূৰ্ণ প্ৰসঙ্গ কৰি বাল্যজীৱনৰ মধুৰ সোঁৱৰণীৰে আকৌ এবাৰ হৃদয় বুৰাই লৈছিল। সৰু কালত পুৱা সন্ধ্যা গোঁসাই ঘৰত সোমাই নাম গোৱা অভ্যাস থকাৰ কথা জীৱন সোঁৱৰণত বেজবৰুৱাই কৈছে।

১৯৩০ চনত যেতিয়া সপৰিবাৰে বেজবৰুৱাই অসম ভ্ৰমণ কৰিছিল সেই বছৰৰ ২১ অক্টোবৰ তাৰিখে দিনত চন্দ্ৰকান্ত ভৱনত বেজবৰুৱাক সম্বৰ্দ্ধনা জনোৱা হৈছিল আৰু ৰাতিলৈ যোৰহাট থিয়েটাৰে এটি অভিনয়ৰ আয়োজন কৰিছিল। বেজবৰুৱা সপৰিবাৰে ডাক বঙ্গলাত আছিলহি। তেতিয়া আমাৰ ডেকা তৰপৰ মাজত এটা অসন্তোষৰ সৃষ্টি হৈছিল যে, লক্ষ্মী নাথ বেজবৰুৱাৰ দৰে এজন সাহিত্যিকক যোৰহাটৰ কোনো এঘৰ মানুহে এৰাতিলৈ আলহী ৰাখিব নোৱাৰি ডাক বঙ্গলাতহে থাকিবলৈ দিলে। ধনগৰ্ব্বী আৰু অগুণকাৰী যোৰহটীয়া ৰাইজৰ ই এটা জলন্ত উদাহৰণ। যাহওক, ৰাতি আয়োজন কৰা অভিনয় হৈছিল শ্ৰীমিত্ৰদেৱ মহন্তৰ 'বৈদেহী বিয়োগ' নাটকৰ। স্বৰ্গীয় পাৰ্ব্বতী প্ৰসাদ বৰুৱাই প্ৰথমে নটৰাজৰ সৃষ্টি নৃত্য আৰু পাছত এটি নাগিনী ছোৱালীৰ নৃত্য দিছিল। ৰামৰ ভূমিকাত গণেশ গগৈ, লক্ষ্মণৰ ভূমিকাত এই প্ৰবন্ধ লিখক নিজে আৰু সীতাৰ ভূমিকাত ওলাইছিল শ্ৰীশশী প্ৰসাদ বৰুৱা। অভিনয়ৰ সাফল্য দেখি বেজবৰুৱাই কৈছিল,

"মই আহি ইয়াত যি অভিনয় দেখিলো কলিকতাত ইয়াতকৈ ভাল কিবা হয় বুলি ধাৰণাই নহ'ল। এই দলটো লৈ গৈ মই কেনাকতে কৰি আহিব পাৰোঁ।"

মূল নাটৰ অন্তত "কৃপাবৰৰ ওভোতনি" বুলি এখন ধেমেলীয়া নাট হৈছিল। শ্ৰীমিত্ৰদেৱ মহন্ত ওলাইছিল কৃপাবৰ বৰবৰুৱাৰ চৰিত্ৰত আৰু আমি নিজে ওলাইছিলো বৰবৰুৱাৰ প্ৰতিদ্বন্দী পোহাঞ্জি বৰুৱাৰ চৰিত্ৰত। আমাৰ ৰচনাৰ মাজত কৃপাবৰক আমন্ত্ৰণ কৰা নানা ব্যক্তিগত কথা ওলালত

দৰ্শকৰ মাজত গণ্ডগোল সৃষ্টি হ'ল। দৰ্শকৰ মাজৰ পৰা এটা বৰ ডাঙৰ চিঞৰ আহি মঞ্চত আমাৰ কাণত পৰিল, "Stop it. What nonsense is going on" বন্ধ কৰা, কি চলিছে সেইবোৰ? দৰ্শকৰ মাজত বিৰাট গণ্ডগোল আৰম্ভ হ'ল। সেই সময়ৰ থিয়েটাৰৰ চেক্রেটেৰী শ্ৰীপূৰ্ণানন্দ শৰ্ম্মা, পাঠক ডাঙৰীয়া আৰু মই নিজে মঞ্চৰ ওপৰত আঠুকাঢ়ি হাতযোৰকৈ ক্ষমা বিচাৰিলোঁ। প্ৰেক্ষাগৃহৰ আগশাৰীত বিশিষ্ট আসনত বহি থকা বেজবৰুৱা আৰু তেখেতৰ পৰিয়াল বৰ্গৰ সকলোটি অবিচলিত। বেজবৰুৱাৰ স্থিৰ গম্ভীৰ মূৰ্ত্তি স্থিতপ্ৰজ্ঞ মহাপুৰুষৰ দৰে অচল অটল। গোলমাল হোৱা দেখি হাঁহি মুখে বেজবৰুৱা থিয় দিলে আৰু কলে।

"যি Joke কৰিব জানে সি Joke লবও জানে। আপোনালোকে মিছাতে গোলমাল কৰিছে। মই চুলি এডালমানো বেয়া পোৱা নাই।" .. এইয়া বেজবৰুৱাৰ ব্যক্তিত্বৰ পৰিচয়।

" ইয়াৰ পাঁচ দিনৰ পিচত অক্টোবৰ মাহৰ ২৬ তাৰিখে তিনিচুকীয়াত বেজবৰুৱাৰ সম্বৰ্দ্ধনা। মোৰ ভিনীহি ৺সোমেশ্বৰ বৰুৱা অভ্যৰ্থনা সমিতিৰ সভাপতি। মোক মাতি পঠিয়ালে সম্বৰ্দ্ধনা সভাখনৰ ছবি লবি দিবলৈ। সেই সভাৰ সভাপতি হৈছিল স্বৰ্গীয় ৰজনীকান্ত বৰদলৈ ডাঙৰীয়া। তেখেত তেতিয়া মাকুম জংচনৰ ওচৰত থকা নিজৰ চাহ বাগিচা হেভেলাত আছিল। পুৱা দহমান বজাত সপৰিবাৰে বেজবৰুৱা ডাঙৰীয়া ডিব্ৰুগড়ৰ পৰা তেখেতৰ জীয়েক শ্ৰীমতী ৰত্না বৰুৱা আৰু ছোৱালীয়েক আদিৰে সৈতে সোমেশ্বৰ বৰুৱাৰ বঙলাত উপস্থিত হ'লগৈ। দুমহলীয়া বঙলাৰ ওপৰত থকা মুকলি আগ ঘৰত সকলোটি ডাঙৰ গোল টেবুল এখনৰ চাৰিওফালে বহিছে। আমিও বহিছিলোঁ। বেজবৰুৱাৰ লগত ব্যক্তিগত পৰিচয় আছিল। প্ৰজ্ঞাসুন্দৰী দেৱীয়ে মোক দেখিয়েই মন্তব্য কৰিলে, "আপনি ৰামেৰ পাৰ্ট নিলেন না কেন? থিয়েটাৰটা খুব ভাল লেগেছিল।" চাহ বিস্কুট খাই বহি কথা পাতি থাকোতে বেজবৰুৱাৰ, নুমলীয়া জীয়েক দীপিকাই বেজবৰুৱাক কৈছে:

"বাবা, এইতো তোমাৰ আসাম? কি আছে এখানে? জঙ্গল, জঙ্গল। চাৰদিকেই জঙ্গল। এই জংলী আসামকে নিয়েই তুমি আবাৰ গৰ্ব্ব কৰ?"..

বেজবৰুৱাই অলপ খঙৰ সুৰত ইমানকে ক'লে,

"দেখোহে, বেশী বাড়াবাড়ি কৰোনা। ভালো হবেনা কিন্তু।"... দীপিকাই আৰু নাৰাতিলে। কিছু কালৰ পিছত দীপিকাই খৃষ্টধৰ্ম্ম গ্ৰহণ কৰিলে। সন্ন্যাসিনী হৈ কেনিবা গুচি গ'ল।....

সেইদিনা দুপৰীয়া সোমেশ্বৰ বৰুৱাৰ ঘৰত বেজবৰুৱাৰ সৈতে মধ্যাহ্ন

ভোজন কৰা স্মৃতিটো বৰ মধুৰ। অসমীয়া ধৰণেৰ মাটিত পীৰা পাৰি লোৱা হৈছিল।

আবেলি "ৰবিচন্দ্ৰ গোলাপচন্দ্ৰ স্মৃতি ভৱন"ত ৰাজহুৱা সভা। সভাপতি স্বৰ্গীয় ৰজনীকান্ত বৰদলৈ। অসমীয়া উপন্যাস সাহিত্যত বেজাৰৰ ঢকুলো উলিওৱা বৰদলৈ আৰু বসৰ সাগৰ হাঁহিৰ থুনুপাক স্ৰষ্টা বেজবৰুৱাৰ মিলন এটি উপভোগ্য অনুষ্ঠান হৈছিল। বেজবৰুৱাই কথা কবলৈ উঠোতে এইদৰে ৰসসৃষ্টি কৰিছিল—

"বৰুৱাৰ ঘঙলাত ৰঙ্গালাওটোৰ মান একোটা ৰসগোল্লা, কুলাখনৰ সমান একোখন লুচি খাই ববপেনীয়া বৰবৰুৱাৰ পেটত উশাহ লবলৈকে ঠাই নাইকিয়া হ'ল। কথানো আৰু কেনেকৈ ক'ম?".... বেজবৰুৱাই পৰিহাস সম্পৰ্কে "বাঁহী"ত ( ২৩ বছৰ ১১ সংখ্যা ) আলোচনা কৰিছিল।

বেজবৰুৱাই যদিও ঠাকুৰ পৰিয়ালৰ বঙ্গালী ছোৱালী বিয়া কৰাই সংসাৰ কৰিলে, এটা দিনলৈকো বেজবৰুৱাক বঙ্গালী ভাষাই বশ কৰিব নোৱাৰিলে। বঙ্গালী ভাষাৰ লগত বেজবৰুৱা তেল পানী হৈয়েই থাকিল। ১৮৯৫ চনৰ পঞ্চম ভাগ "জোনাকী"ত আজিৰ পৰা ৭৩ বছৰৰ আগতে ভাৰতবৰ্ষৰ ভাষা সমস্যাটো বেজবৰুৱাই বিচাৰ কৰি চাইছিল। সমস্ত ভাৰত বৰ্ষত এটা ভাষা চলা সম্পৰ্কে তেখেতে এইদৰে লিখি থৈ গৈছে। আজি এই কথা জানি আমি উপকৃত হ'ম। বেজবৰুৱাই কৈ গৈছে :

"হিন্দী ভাষা অতি শ্ৰেষ্ঠ ভাষা। সি যেনে তেজী, তেনে কোমল, যেনে তপত তেনে চেচাঁ, যেনে কটু তেনে মধু। একাধাৰে হিন্দী ভাষাত যে সকলো ৰস বিদ্যমান, যি হিন্দী ভাষা শুনিছে, পঢ়িছে, শিকিছে আৰু আলচ কৰি চাইছে সিয়েই তাৰ সাক্ষী দিব পাৰে। ভাৰতবৰ্ষৰ অধিক সংখ্যক মানুহে হিন্দী ভাষা বুজে আৰু কয়। ইংৰাজ প্ৰভৃতি ইউৰোপীয় সকলে হিন্দীভাষা অতি আদৰেৰে শিকে আৰু কয়। ভাৰতেশ্বৰী মহাৰাণী ভিক্টোৰিয়াই মৌলবী ৰাখি অতি যত্নেৰে হিন্দী ভাষা শিকিছে; আৰু সেই ভাষাত কথা কব পৰা হৈছে।....

যদি ইংৰাজী ভাষাৰ বাহিৰেও ভাৰতবৰ্ষত কোনোবা ভাষা গোটেই ভাৰতবাসীৰ পৰস্পৰ কথা কবৰ আৰু ভাব সালনাসলনি কৰিবৰ উপযোগী তেন্তে সি হিন্দী ভাষা। হিন্দী ভাষা দেশ উদ্ধাৰৰ ভাষা। ল'ৰা শুওৱা, টোপনি মতা, মৃদু মধুৰ বঙ্গালী ভাষা প্ৰতাপসিংহ, ৰঞ্জিতসিংহৰ ভাষা নহয়। মৃত ভাৰতবাসীৰ শৰীৰত প্ৰাণৰ সঞ্চাৰ কৰিবলৈ সাম্য, মৈত্ৰী আৰু ভাতৃ ভাব বিস্তাৰ কৰি ভাৰত ভূমিত একতা স্থাপন কৰিবলৈ ইয়াতকৈ উৎকৃষ্ট আৰু যোগ্য ভাষা নাই।"....

মহাত্মা গান্ধীয়ে হিন্দীক ৰাষ্ট্ৰভাষা কৰাৰ স্বপ্ন দেখাৰ বহুত আগতে অসমীয়া সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই ওপৰত কোৱাৰ দৰে ভাবিছিল। ইয়েই প্ৰমাণ কৰে বেজবৰুৱাৰ দৃষ্টি কিমান সুদূৰপ্ৰসাৰী আছিল।

## বেজবৰুৱাৰ কবি-প্ৰাণ

বেজবৰুৱাৰ কবি-প্ৰাণটো ধৰা পৰিছে তেখেতৰ জীৱন সোঁৱৰণৰ 'অষ্টম আধ্যাত'। বেজবৰুৱা তেতিয়া কলেজৰ ৩য় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। বাইৰণ, শ্যেলী, কীটচ, ৰবীন্দ্ৰনাথ আদিৰ কবিতা পঢ়ি ডেকা ছাত্ৰ বেজ-বৰুৱাৰ প্ৰাণ ৰসত উপচি উঠিল। সাধাৰণতে কলেজীয়া ছাত্ৰৰ এই সময়তে মন ৰূপ-ৰস গন্ধ-স্পৰ্শ শব্দৰ প্ৰেৰণাত নাচি উঠে। বেজবৰুৱাই কৈছে:

"মোৰ মনৰ বহল পথাৰ খন বাইৰণৰ কবিতাই কোমলালে, শ্যেলীৰ কবিতাই হাল বালে, কীটচৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰৰ কবিতাই এনে কৰিলে যে ভাত লাহী ধানৰ কঠীয়াৰতো কথাই নাই; বিহমনা কোট কোৱা, পথৰুৱা বিহলঙনি আৰু ঢোবাটকে আদি কৰি যিহৰ গুটি হওক পৰিলেই, সিয়েই ভৰভৰ কৰি গজি 'মোক চা' 'মোক চা' কৈ উঠিব।.... যিপিনেই চাই পঠিয়াও সেইপিনেই পুঞ্জীভূত সৌন্দৰ্য্য, স্তূপীকৃত মাধুৰ্য্য, ৰাশিকৃত আনন্দ। জলত মধু, খলত মধু, মানুহত মধু, ফলত মধু। আকাশে মধু বৰষিছে। বতাহে মধু বলাইছে। মোৰ মনত প্ৰেম আৰু ভাল পোৱা এই দুটাৰ Chemical Combination অৰ্থাৎ ৰাসায়নিক সংমিশ্ৰণ ঘটি ভয়ানক খেলি মেলি লাগি পৰিল। এজনী চিলনীৰ দৰে এচাটি মলয়া বতাহে, "চিলনীৰ জীয়েক"ৰ দীঘল চুলি যেন মোৰ দীঘল মনটো উৰাই নি ক'ৰবাত তুলিলে, মন উধাও, উদাস হ'ল। ক্ষন্তেকে ক্ষন্তেকে তাৰ পৰিবৰ্ত্তন, এবাৰ সি ৰঙৰ ৰহ ঘৰা আৰু চকু চাওঁতেই আকৌ অভাৱৰ তাড়ণাত অথিৰ অধীৰ।.... মন উৰি গৈ কোনোবা নজনা নুশুনা দেশত ওলাই মোৰে নিচিনা কোনোবাই বীণ বাই প্ৰেমৰ সুমধুৰ সুৰেৰে নিজক মতলীয়া আৰু জগতক বলীয়া কৰিছে। মোৰে নিচিনা কত চকুৰে চিকুণ পুৰাৰ পোহৰ পোহৰাইছে। চাবলৈ মন ব্যাকুল হৈ উঠিল।"....

ডেকা বেজবৰুৱাৰ প্ৰাণ কবি কল্পনাৰ প্ৰেৰণাত কিদৰে উদ্বুদ্ধ হৈছিল সেই কথাৰ ভু লওক তেখেতৰ নিজৰ বৰ্ণনাৰ পৰাই:

"এদিন তিনি অনা দুপইচাৰে তিনিটা মাটিৰ 'টব' বা 'পট' (গামলা) আৰু মাটি কিনি আনি সেই টবত ছটা পইছা দি কিনি অনা গোলাপ তিনি জোপা কই পানী দি পতি কৰিবলৈ ধৰিলোঁ।। গোলাপৰ ওচৰত বহি গোলাপক সোধোঁ—

বল গোলাপ মোৰে বল ।
তুই ফুটবি সখি কবে ?
চাঁদ হাঁসিছে সুধা হাস,
বায়ু ফেলিছে মৃদু শ্বাস,
পাখি গাইছে মধুরবে,
তুই ফুটিবি সখি কবে ?

এমাহৰ মূৰত যেতিয়া তাৰে এজোপাই এটা কলি পেলালে মোৰ মহা আনন্দ; মহা উছাহ, যেন মই পুত্ৰৰত্নহে লাভ কৰিবলৈ গৈছো ।"....

বিয়া কৰোৱাৰ আগতে কলেজীয়া ছাত্ৰ হৈ থকা কালৰ মধু স্মৃতি সুৱঁৰি উত্তৰ কালত লিখা এই আত্মকথাত পুত্ৰহীন বেজবৰুৱাৰ 'পুত্ৰৰত্ন' এটিৰ ভাৱৰ আঁৰত গভীৰ বেদনা এটিৰ সন্ধানো আছে।

এঁতিয়া আমি এই হেন এজন বহুগুণী, স্বদেশ প্ৰাণ, অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ প্ৰতিনিধি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ "কবিতা" নামৰ কবিতাটিৰ পৰা কেইপদমান উদ্ধৃতি দি তাৰ আঁৰত লুকাই থকা বেদনাৰে অমৰ বেজবৰুৱাৰ পবিত্ৰ স্মৃতিত অৰ্ঘ্য যাচোঁ । বেজবৰুৱাই কৈছে:

"শোকৰ সঙ্গীত সিটি বিষাদৰ সুৰ
আতুৰৰ হুমুনিয়া, লোতক চকুৰ ।
বেজাৰৰ ক'লা ৰেখা, তৃষ্ণা তৃষিতৰ
বিধবাৰ বুকুফটা যাতনা কাতৰ ।
ছুয়া মুয়া সুখৰ সি কন্তেকীয়া হাঁহি,
সুৰভি বিলাই যোৱা গোলাপৰ পাহি ।"

ব্যাধৰ শৰ বুকুত লৈ থপ্ কৰে চকুৰ আগত পৰা ক্ৰৌঞ্চ পখীটিৰ বেদনাত আদি কবি বাল্মীকিৰ যিদৰে কবিতা ওলাই আহিল, বেজবৰুৱাৰ অতি চেনেহৰ প্ৰথমা কন্যা সুৰভিৰ মৃত্যুৰ বেজাৰতেই ওপৰত দিয়া কবিতাৰ জন্ম হোৱা স্বাভাৱিক।' জীৱন সোঁৱৰণত তেখেতে মৰমৰ জীয়েক সুৰভিক a poem এটি কবিতা বুলি বৰ্ণাই থৈছে ।

শ্ৰীমন্ত শঙ্কৰদেৱৰ পাছত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই অসমীয়া ভাষা, সাহিত্য, ধৰ্ম্ম আলোচনা আদিৰে সাহিত্যৰ বুৰঞ্জীত যিটি অধ্যায় দান কৰি গ'ল তাৰ বিচাৰ কৰাৰ দিন আজি উপস্থিত ।

১৮৬৮ খৃষ্টাব্দৰ শাৰদীয় লক্ষ্মীপূর্ণিমাৰ দিনা শ্ৰীলৌহিত্যৰ বুকত ওপঙি থকা এখন নাৱৰ কুক্ষিত জন্ম হোৱা লক্ষ্মীনাথ বেজবৰুৱা অসমলৈ উভতি আহি ১৯৩৮ চনৰ ২৬ মাৰ্চ্চ তাৰিখে সেই ব্ৰহ্মপুত্ৰৰ পাৰত থকা ডিবুৰু চহৰত স্বৰ্গী হলহি । ব্ৰহ্মপুত্ৰৰ বালিত নশ্বৰ দেহা চিতাগ্নিৰ শিখাত ছাই হৈ গ'ল আৰু তেওঁৰ অবিনশ্বৰ আত্মা প্ৰত্যেক অসমীয়াৰ হিয়াই হিয়াই এটি অবিস্মৰণীয় অমিয় জোঁকাৰ হৈ থাকি গ'ল ।....

"ভাগি গ'ল বীণধ্বনি, ছিগি গ'ল তাঁৰ ।
ৰৈ গ'ল অৱশেষ অমিয়া জোঁকাৰ ॥"

# সাংবাদিক বেজবৰুৱা

শ্ৰীঅমিয় কুমাৰ দাস

এশবছৰ আগতে এনে এটা সময়ত সাহিত্যৰথী বেজবৰুৱাৰ জন্ম হৈছিল। আজি তেওঁৰ এশবছৰীয়া জন্মতিথিত সেই সময়ৰ কথাই মনলৈ আহে। সেই সময়টো কেৱল অসমৰ কাৰণেই নহয়, গোটেই ভাৰতৰ কাৰণে এটা পৰিবৰ্ত্তনৰ যুগ আছিল। ইংৰাজে ভাৰতবৰ্ষলৈ বেপাৰ কৰিবলৈ আহি নিজৰ সাম্ৰাজ্য পাতি বহাত, ভাৰতত অসন্তোষ হবলৈ ধৰিলে। অৱশ্যে এই অসন্তোষৰ ভাব ভাৰতীয় জনতাৰ অন্তৰলৈ বিয়পি যোৱা নাছিল, কেৱল মাত্ৰ কিছুমান ৰজা আৰু ৰৰমূৰীয়া বিষয়া আৰু সৈন্যবাহিনীৰ অন্তৰহে স্পৰ্শ কৰিছিল। এই অসন্তোষ চিপাহী বিদ্ৰোহৰূপে ভাৰতৰ বহুতো প্ৰদেশত প্ৰকাশিত হৈছিল। ইয়াৰ প্ৰভাৱ অসমলৈকো আহিছিল। এই কাৰণে ইংৰাজ চৰকাৰে ৺মণিৰাম দেৱানক ফাঁচী দিছিল। বিদ্ৰোহ দমন হোৱাৰ পাছত ভাৰতত এটা নতুন পৰিস্থিতিৰ উদ্ভৱ হ'ল। এই পৰিস্থিতিত শাসনতন্ত্ৰৰ সালসলনিৰ লগতে ভাৰতীয় জনতাৰ অন্তৰত এটা নতুন প্ৰভাৱ পৰিল। এই প্ৰভাৱত শিক্ষিত ভাৰতীয় লোকৰ মনলৈ ভাব আহিবলৈ ধৰিলে যে, ভাৰতত ব্ৰিটিশ সাম্ৰাজ্য স্থাপন ভগবানৰ বিধান। এই কাৰণে প্ৰয়োজনীয় ৰাজভক্তিৰ ভাব আহিবলৈ ধৰিলে আৰু জনতাৰ অন্তৰতো মহাৰাণীৰ শাসনলৈ ভক্তিৰ ভাব আহিল। ব্ৰিটিশ শাসনৰ ন্যায় পৰায়ণতাত অগাধ বিশ্বাস আছিল। অসমলৈকো এনে এটি ভাৱ নহাকৈ নাছিল। আজিৰ যুগৰ অসমীয়া ডেকা আচৰিত হয়, অসমীয়া কবিয়ে কেনেকৈ লিখিব পাৰিছিল—

"সুৱঁৰিলে মান দিন
কঁপি উঠে ধনী দীন
ব্ৰিটিশৰ পোহৰত
দুখ নিশা আঁতৰে।"

কিন্তু, এনে এটা ভাব সেই সময়ত ভাৰতৰ সকলো প্ৰদেশতে আছিল। লব্ধ-প্ৰতিষ্ঠ সাহিত্যিক, খ্যাত-নামা বুৰঞ্জীবিদ আৰু অৰ্থনৈতিক পণ্ডিত স্বৰ্গীয় ৰমেশ চন্দ্ৰ দত্তয়ো ভাৰতৰ অৰ্থনীতি সম্পৰ্কে তেওঁৰ বিখ্যাত গ্ৰন্থ

(History of Early British Rule) "প্ৰথম যুগৰ ব্ৰিটিশ শাসনৰ বুৰঞ্জী" লিখোঁতে সেই সময়ত মহাৰাণীয়ে শাসনৰ দায়িত্ব লোৱাত তেওঁৰ মনলৈ অহা ৰাজভক্তিৰ কথা উল্লেখ কৰিছে। "ইংৰাজী সাহিত্য, ইংৰাজৰ চিন্তাধাৰা, ইংৰাজৰ চৰিত্ৰ আৰু ব্ৰিটিশ শাসনলৈ ভক্তিৰ পৰিবেশ"ত তেওঁৰ ডাঙৰ হোৱাৰ কথা উল্লেখ কৰিছে।

সাহিত্যৰথী বেজবৰুৱাও অসমত এনে এটা মনোভাবৰ পৰিবেশত জন্ম হৈছিল। সেই সময়ত অসমত ব্ৰিটিছ শাসন সুপ্ৰতিষ্ঠিত হোৱাত আগৰ অনিশ্চয়তা নাথাকিলেও আৰু ব্ৰিটিশ শাসনলৈ দেশৰ লোকৰ বিশ্বাস আৰু আস্থা থাকিলেও অসমীয়া ভাষাৰ অস্বীকৃতিৰ কথাষাৰে অসমৰ লোকক বেজাৰ নিদিয়াকৈ নাছিল। কিছুমান অসমীয়া মনীষীয়ে কিদৰে অসমীয়া ভাষাৰ স্বীকৃতিৰ বাবে যত্ন কৰিব লগীয়া হৈছিল, তাৰ স্মৃতিয়েই অসমৰ বাবে এটা ডাঙৰ জাতীয় প্ৰেৰণাৰ দৰে আছিল। এই প্ৰেৰণাৰে অনুপ্ৰেৰিত পৰিবেশৰ মাজত বেজবৰুৱা ডাঙৰ হোৱাত অসমীয়া ভাষা, অসমীয়া সাহিত্য, অসমীয়া সংস্কৃতি সকলোলৈকে এটা মহান শ্ৰদ্ধাৰ ভাব তেওঁৰ নোহোৱাকৈ কেনেকৈ থাকে ?

এই শ্ৰদ্ধাৰ ভাবে ছাত্ৰজীৱনৰে পৰা অসমীয়া সাহিত্যৰ সেৱাত ব্ৰতী হোৱাত তেওঁক উদগনি দিলে। কলিকতালৈ গৈ কলেজত পঢ়ি থাকোঁতে 'বীণ বৰাগী'ৰ কবি স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ লগ হৈ "জোনাকী" নামৰ এখন মাহেকীয়া কাকত চলোৱাত লাগিল। এইদৰে ছাত্ৰজীৱনতেই তেওঁৰ সাহিত্য প্ৰতিভা বিকশিত হ'বলৈ ধৰে। এইখন আলোচনীৰ জৰিয়তেই উপন্যাস আৰু হাস্যৰস সাহিত্যৰ সৃষ্টি হ'ল। বেজবৰুৱা অসম আৰু অসমীয়াৰ প্ৰেমিক হলেও তেওঁৰ বৰ চোকা পৰ্য্যবেক্ষণীয় দৃষ্টিৰ ওচৰত অসমীয়া সমাজৰ দুৰ্ব্বলতা ধৰা নপৰাকৈ নাছিল আৰু সেইবাবে তেওঁ এনেবিলাক কথা হাস্যৰসেৰে সমাজৰ আগত দাঙি ধৰিবলৈ বিচাৰিছিল।

ইংৰাজ সাহিত্যিক এডিশ্যনে ছাৰ ৰোজাৰ ডি কভাৰলীৰ দৰে এটা কাল্পনিক চৰিত্ৰৰ আশ্ৰয় লৈ সমসাময়িক ইংৰাজ সমাজ আৰু তেওঁ-লোকৰ ৰাজনীতিৰ সমালোচনা কৰিছিল। সাহিত্যিক বেজবৰুৱায়ো কৃপা-বৰ বৰবৰুৱাৰ দৰে এটি কাল্পনিক চৰিত্ৰৰ আশ্ৰয় লৈ অসমীয়া সমাজৰ দোষকে আদি কৰি বহুতো কথাৰ সমালোচনা কৰিছিল। কৃপাবৰে যে কেৱল হাস্যৰসৰ জৰিয়তে লোকৰ দোষকেই দেখুৱাইছিল এনে নহয়, কৃপাবৰে কাল্পনিক কথোপকথনৰ মাজেদি চিন্তাগধুৰ কথাও আলোচনা নকৰা নহয়। বেজবৰুৱাৰ ধেমেলীয়া লিখাত আক্ৰান্ত হোৱা কিছুমানে যে বেয়া নাপাইছিল এনে নহয়। সেইবাবে তেওঁ শ্ৰীকৃষ্ণই ৰুক্মিণীৰ লগত কৰা

পৰিহাসৰো অৱতাৰণা কৰি লিখিলে, "ঠাট্টা, তামচা অথবা কৌতুক যাক পৰিহাসৰ ওচৰ চুবুৰীয়া স্বৰূপে ভাঙনি কৰিব পাৰি, অনেকে নুবুজে, পৰিহাস নুবুজাক মূৰ্খ বুলিব নোৱাৰি। কাৰণ, পণ্ডিতৰো পণ্ডিত, বিদ্বানৰো বিদ্বান, বুদ্ধিমন্তৰকৈ বুদ্ধিমন্ত এনে অনেক লোক আছে যি ঠাট্টা তামাচা বুজিব নোৱাৰে ইংৰাজীত যাক Wit and Humour বোলে। এনে মানুহো অনেক দেখিছোঁ যাৰ Intelligence কুলায় পাচিয়ে নধৰে। গহীন গম্ভীৰ ধীৰমতি অনেক আছে, যাৰ বুদ্ধিবোৰ বেজীটো যেন জোঙা, কিন্তু Wit and Humour বুজিবৰ বেলিকা সি ডাঢ়িৰ কথাকে নকওঁ মূৰ নকটা ভোটা খুৰ যেন হয়।..........Wit and Humour অৰ বেপাৰ কৰোঁতাৰ বিপদেই এনেকুৱা। বতাহত ঘৰৰ দুৱাৰ-দাং লৰিলেও ওচৰ চুবুৰীয়া বৰলাৰ গাত দায় পৰা কথাষাৰ "ঠাৰি নথকাকৈ এনেই কথাৰ গছত লগা নাই" বোলা কথাষাৰৰো ঠাৰি আছে"....ইত্যাদি। এইদৰে বেজবৰুৱাই পৰিহাস সম্পৰ্কে "বাঁহী"ত (২৩ বছৰ ১১ সংখ্যা) আলোচনা কৰিছিল।

অসমত ছপাখানা আৰু বাতৰি কাকতকে লৈ আলোচনী উলিওৱা আজি ৩০।৪০ বছৰ আগলৈকে যে কি টান কথা আছিল সেইটো বৰ্ত্তমান যুগৰ অসমীয়াই বুজি নাপাব। কিন্তু, যি সময়ত তেওঁলোকে "জোনাকী" প্ৰকাশ কৰাত লাগিব লগীয়া হৈছিল, সেই সময়ত তাতোকৈ টান আছিল। কোনো-খন কাকতৰেই স্থায়িত্ব বোলা কথাষাৰ নাছিল। অসমীয়া পঢ়ুৱৈ সমাজৰ মনোভাৱ কথা নানান প্ৰকাৰে আলোচনা কৰিছিল। "জুগুলী কাকতৰ ফৌজদাৰী গোচৰ আসাম ল জাৰ্ণেলৰ পৰা উদ্ধৃত"-শীৰ্ষক এটা প্ৰবন্ধই সেই সময়ত পঢ়ুৱৈ সমাজক হাঁহিত পেটৰ নাড়ী ছিঙিছিল। এনে বিধৰ ব্যঙ্গাত্মক ৰচনাৰ বাহিৰেও বেজবৰুৱাই 'জুগুলী' মৰাৰ কাৰণ আলোচনা কৰিছিল। কিন্তু সেইবিলাকতো ৰচনাভঙ্গীয়ে হাঁহিৰ ৰস সৃষ্টি নকৰাকৈ নাছিল।

'জুগুলী'ৰ মৃত্যুৰ কাৰণ আলোচনা কৰোঁতে অসমৰ চেন্সাছৰ কথা উলিয়াই কৃপাবৰে লিখিলে "যাওক, এতিয়া এই ত্ৰিশ লাখ নিবহ-নিপানী অসমীয়া হৈছে অসমীয়া ভাষাৰ ৰণুৱা। বৰবৰুৱাই মন কৰিছে, এই ত্ৰিশ লাখৰ আদখিনি তিৰুতা, আৰু বাকী থকা আদখিনিৰ আদখিনি ল'ৰা আৰু নৰীয়া। গতিকে, সেইবোৰ যুঁজত অপাৰগ। তেনেহলে আমি হিচাপত পালোঁ ১৫ লাখ, ১৫ লাখৰ আদখিনি ৭½ লাখ কামিলা অসমীয়া ৰণুৱা। এই ৭½ লাখৰো আদ লাখক আমি বটাবকৰা চূণৰ মকৰা বুলি এৰিলোঁ। বাকী যি ৭ লাখ থাকিল তাৰ ৫ লাখক আই সৰস্বতীৰ অচিনাকি বুলি

নহয় এৰিলোঁ। তেনেহলে থাকিল দুলাখ, বৰবৰুৱা বৰ সাৱধানী মানুহ। সেইটো লক্ষ্য কৰা সকলে দেখিছে। সেইদেখি যাতে হিচাপত ভুল নহয় তেওঁৰ হিচাপৰ ফাটত সোমাবৰ ভয় থকা নাইবা হিচাপ কৰোঁতে হাতৰ পৰা উফৰি যোৱা বা চিটিকি যোৱাৰ ভয় থকা, নাইবা হিচাপৰ চুকত বা তলীত লাগি হেৰোৱাৰ ভয় থকা এলাখক তেওঁ এৰি দিলে। এতিয়া থাকিল গোট ৰণুৱা এলাখ। এই এলাখ জানিবা অসমীয়া ভাষাৰ নাৰায়ণী সেনা। কিন্তু অসমীয়া ভাষাৰ নাৰায়ণী সেনাই 'জুগুলী' নললে। বেচ নিদিলে। সেইদেখি জুগুলী মৰিল। লগতে জুগুলীৰ এজেণ্ট টিকিধৰ শৰ্ম্মাই "জুগুলীৰ বিত্তক" উদৰস্থ কৰাটোও"জুগুলী মৰাৰ এটা কাৰণ বুলি লিখিছিল। (বাঁহী ষষ্ঠ বছৰ ৬ সংখ্যা।) "ইয়াৰ উপৰিও জুগুলী মৰাৰ আৰু এচিকটা কাৰণ আছিল, জুগুলী মঙ্গলবাৰে বাৰবেলা উপজিছিল। তাৰ উপৰি জুগুলীৰ গাত আগৰ কাকত মৃতকৰ দুপাট পুহকৰ লাগি আছিল। সেই বাৰবেলা আৰু পুহকৰ কেইপাটে গোট খাই জুগুলীক পাতল কৰি লোকক পেংলাই কৰা স্বভাৱৰ কৰি পেলালে। জুগুলীয়ে লোকক হাঁহোতে নিজৰ সম্পৰ্কে হাঁহিটোও এদিন ইমানকৈ উঠিল যে তেওঁ হাহোঁতে হাহোঁতে তেওঁৰ পেটু নাড়ী সোপাই ছিগি গ'ল আৰু তেওঁ মৰি থাকিল।" (বাঁহী ষষ্ঠ বছৰ ষষ্ঠ সংখ্যা।)

বেজবৰুৱাই সহযোগী কাকতকো ব্যঙ্গ নকৰা নহয়। 'বৰবৰুৱাৰ যাতৰি কাকত' শীৰ্ষক এটা কবিতাত ওলাইছিল।

"কৃপাবৰ নিগদতি শুনা বোপা কাণপাতি
কোনে কয় কাকত নচলে ?
চলাব জানিলে চলে ঠেলি হেঁচি লৈ গ'লে
কাকততো ৰত্নৰূপ ফলে,
জাননীত টোপা খহু কাকতৰ টিকাত বহু
'খহুবাম' লগোৱা মলম।
'খহুবাম' অৱতৰি মলমৰ কুঠাৰ ধৰি
নিখহুৱা কৰিলে অসম ॥"
—ইত্যাদি।

"এতেকে বোপা সুদৰ্শন চক্ৰ ! কাকত চলিব তোমাৰ নিচিনাকৈ অলপ চক্ৰাকাৰে ঘূৰিলেই আৰু একো নালাগে। তুমি মোক এজোকা বা দোজোকা বিজ্ঞাপনৰ বৰবেঙেনা সংগ্ৰহ কৰি দিয়াচোঁন। মই একে টিনিকতে কাকত মাকত যি লাগে হোৱাহোৱে চলাই দিওঁ। পানীয়েও, বাযেও এবং যদি

দৰকাৰ পৰে ঘৰৰ চালেও। মই চলাব জানো।...... তোমালোকে চলাব নাজানা এইবাবে। মোৰ অনেক ত্রিক (Trick) বুধি আছে।......

হাতত কাকত এখন থাকিলে বৰ সুবিধা। দিনৌ নিজৰ জয়ঢোল স্বনামী বেনামী কৰি বজাই থাকিব পাৰি। সাত শত্রুৰ কাণ ঘোলা কৰিব পাৰি। মিত্রৰ কাণৰ কণা মাকৰি সৰাব পাৰি ....কাকতৰূপী ৰিভলভাৰ হাতত নথকাক জাঁই চেৰেক গুলিয়াই চিট ভোলোঙা খুৰাই পেলাব পাৰি আৰু তাৰ উপৰিও কাকো গালি পাৰিবৰ মন গ'ল—তেতিয়াই নিজেই গালিৰ প্রবন্ধ মালা গুথি তাক "প্রাপ্ত" বুলি মোৰ কাকতৰ শ্রী বঢ়াই দিব পাৰি।......গাঁৱৰ বৰ সবাহত যদি কোনেও মোক বহিবলৈ বৰঠঙা নিদি তাৰ সলনি গলধনত হাত দি খেদি দিলে তেতিয়াই খং কৰি ঘৰলৈ আহি মোৰ কাকতত বেনামী কৰি আন চিঠি লেখোঁতা হৈ মোৰ সেই চোৰ তাঙৰণ জনৰ হতুৱাই মোকে স্বৰ্গত তোলাই দি মোৰ গুণ চতুৰ্গুণ আৰু লোকৰ দুৰ্গুণ দহগুণ উলিয়াই দিব পাৰি। গদৰ্ণমণ্ডলীয়ে যদি কোনো কাৰণত মোক ববটো নকৰে, তেতিয়াই মই যে বৰ এই কথা মোৰ বান্ধ জগৰা, ফেদুৰা, মোলোকা, চতাই প্রভৃতি মাতঃবৰ ব্যক্তিসকলৰ হতুৱাই লেখাই বা এই ভূমণ্ডলত অনুপস্থিত তেওঁলোকৰ নামত লেখাই গদৰ্ণমণ্ডলীৰ মুখিয়াল মণ্ডল সকলৰ বাৰ্কবোধ কৰি তেওঁলোকক অবাক কৰি দিব পাৰি। অন্ততঃ তেওঁলোকে কি অন্যায় কামটো কৰিলে সেইটো তেওঁলোকে বুজক নুবুজক আন ভোদাবোৰক বুজাই দিব পাৰি। তেহেলৈ গদৰ্ণমণ্ডলীৰ মণ্ডলীসকলে তালৈ কাণকে কৰক বা আওকাণকে কৰক।" (বাঁহী ৭ম· বছৰ ভাদ)। হাস্যৰসিক বেজবৰুৱাই সেই সময়ত এইবিলাক কালৈ ইঙ্গিত কৰি লিখিছিল, সেইবোৰ উলিওৱাৰ প্রয়োজন নাই। সাংবাদিকৰ শক্তিৰ অপব্যৱহাৰ কৰা দেখি বেজবৰুৱাই এনে বিধৰ ব্যঙ্গেৰে পাচুৰৈ সমাজৰ হাঁহিৰ ধুমুহা তুলি প্রতিপক্ষক সাৱধান কৰি দিছিল।

ব্যঙ্গচিত্র আৰু বিদ্রূপাত্মক ৰচনাত বেজবৰুৱা অননুকৰণীয় আছিল। সাংবাদিক হিচাপে বেজবৰুৱাই একো একোটা সাময়িক বিষয়বস্তু লৈ যি ব্যঙ্গচিত্রৰ অৱতাৰণা কৰিছিল সেই চিত্রৰ মান আধুনিক জোখত জুখিলেও ওখ বুলি চোকা সমালোচকেও স্বীকাৰ কৰিব লাগিব। মূৰবিহীন কৃপাবৰে হাতত মূৰটো লৈ হেমলেটৰ স্বগতোক্তিৰ সুৰত ("To be or not to be that is the question") "লগাম নে নলগাম মূৰ এইয়ে হৈছে প্রশ্ন" শীৰ্ষক ব্যঙ্গচিত্রখনে আধুনিক যুগতো ওখ ঠাই নোপোৱাকৈ নাথাকে। ইয়াৰ বাহিৰেও গোৱালপাৰাক বঙ্গদেশলৈ নিবলৈ কৰা অপচেষ্টাক "হামকো বাঙালী বাবু, টানাটানি মত কৰো" আৰু "বঙালী চিলাই নিলে ঔ" শীৰ্ষক ব্যঙ্গচিত্র বিলাকেও বেজবৰুৱাৰ কৃতিত্বৰ প্রমাণ দিব।

বিদ্ৰূপাত্মক ৰচনাৰ যুক্তিযুক্ততা সম্পৰ্কে তেখেতে লিখিছিল, "সকলো দেশৰ সাহিত্যতে এৰিষ্টফেনিছৰ দিনৰ পৰা আজিলৈকে Satire আৰু বিদ্ৰূপাত্মক ৰচনাৰ ( অৱশ্যে গালিৰ নহয় ) এটা ওখ ঠাই আছে। অসমীয়া সাহিত্যতো তেনে ঠাই নাথাকিবৰ কাৰণ কি মই কব নোৱাৰোঁ। অৱশ্যে অসমীয়া কৃপাবৰৰ উৰাও গৰুগুৰ উৰাওৰ টিপচী তাণ্ডৱ হ'ব পাৰে। কিন্তু এনে এটা দিন অসমীয়া সাহিত্য ৰাজ্যলৈ আহিব বুলি আশা নকৰিমনে যে তেতিয়া কৃপাবৰ-ৰূপী টেকেলাৰ পিছত অসমীয়া এডিশ্যন, ছুইফ্‌ট্ বাজাও ওলাব ? সাহিত্য আৰু সমাজৰ দোষ গুচাবৰ নিমিত্তে, ভুল শুধৰাবৰ নিমিত্তে, সঁচা তৰ্ক, সঁচা সমালোচনা নিশ্চয় ডাঙৰ অস্ত্ৰ। কিন্তু, মিছা তৰ্ক ইংৰাজীত ক'বৰ নিচিনা Hydra headed monster অৰ্থাৎ জানিবা দহমূৰীয়া ৰাৱণ। তাৰ মূৰ যিমান কাটিবা সিমানে গজি উঠিব। তৰ্ক কৰোঁতা জনে 'Though Vanquished will argue still' অৰ্থাৎ সেই তৰ্কবাগীশজনে মৰিও নমৰে। এনে স্থলত বিদ্ৰূপ ব্যঙ্গ Satire এ বৰ গুণ দিয়ে। সেইদেখি বিদ্ৰূপ ব্যঙ্গলৈ সকলো দেশৰ সাহিত্যই আসন পাতি থৈছে।" (বাঁহী ৯ৰ্থ বছৰ ৭ম সংখ্যা )

বেজবৰুৱাৰ বাক্যৰচনালৈকো মন কৰিবলগীয়া। লম্বায়ে বৰবৰুৱাক কলেহি "আজি ৰাতৰি কাকত পঢ়ি মোৰ মনত খুকুৰি এটা জোক লগা দি লাগিল ডাঙৰীয়া। একোপধ্যে তাক এৰুৱাব নোৱাৰি ডাঙৰীয়াৰ কাষলৈ লৰি আহিলোঁ। ডাঙৰীয়াই জোকটোত ডাঙৰীযাৰ মুখৰ বাক্যৰূপী চাদা ধপাতৰ পিক পেলাই দি তাক নেৰুৱালে সি নেৰে। আৰু কবলৈ কি, ডাঙৰীয়াৰ বাহিৰে মোৰ "ছিদ্যতে হৃদয় গ্ৰন্থি ভিদ্যতে সৰ্ব্ব সংশয়ঃ" কৰোঁতা আন নাই।" কৃপাবৰৰ দৰে লম্বাও এটা কাল্পনিক চৰিত্ৰ। এওঁলোক দুয়োজনাৰ কথোপকথনৰ মাজেদি বেজবৰুৱাই মহাত্মা গান্ধীৰ এষাৰ কথা (বিহাৰত হোৱা ভুঁইকঁপ সম্পৰ্কে) আলোচনা কৰিছে। মানুহৰ পাপৰ ফলত বিহাৰত ঈশ্বৰে শাস্তি দিয়া বুলি মহাত্মাই কোৱাত কবি ৰবীন্দ্ৰনাথ ঠাকুৰে কলে "সেইটো প্ৰাকৃতিক ঘটনা, তাত ঈশ্বৰে আঙুলি ৰাটিয়াবলৈ অহা নাই।" এই কথাষাৰৰ আলোচনাত গীতা, কীৰ্ত্তন ঘোষাকে আদি কৰি বহুতো গ্ৰন্থৰ শ্লোকৰ অৱতাৰণা কৰি কৃপাবৰে লিখিলে "মোৰ মনৰ চালটো মহাত্মা গান্ধীৰ কথাত হেঁ দিবলৈ ভূমিকম্প, হৃদিকম্প আৰু পালজ্বৰ, একেয়া জ্বৰৰ নিচিনা। দেহ কম্পবোৰ বিনাকাৰণত ঈশ্বৰৰ লমফজমফ নহয়।...... ঈশ্বৰৰ ইচ্ছা নহলে দুবৰি বনৰ পাত এটাও নলৰে, পৃথিবী লৰাটো কি কথা।"

একালে সাধাৰণ কথা "জোক এৰুৱাবলৈ চাদা পাতৰ পিক", আনহাতে সংস্কৃতৰ শ্লোক। এইদৰে এনেকৈ খাপ খুৱাই আন কোনোৱাই বহুৱাব

পাৰিবনে ? কৃপাবৰে ডেকা বয়সত অসমৰ পঢ়ুৱৈসকলক নানান প্ৰকাৰে হাঁহি-ধেমালিৰ মাজেদি আনন্দ দিয়াৰ পাছত কৃপাবৰ লাহে লাহে বুঢ়া হ'লহি। "বুঢ়া হোৱাটো যে কি বীভৎস ব্যাপাৰ সেইটো কৃপাবৰৰ আগেয়ে মালুম নাছিল। কৃপাবৰে শঙ্কৰাচাৰ্য্যৰ মোহমুদ্‌গৰ শ্লোকটো পঢ়ি আনৰ আগত ফৰফৰকৈ মাতি পণ্ডিত বোলাবলৈ মুখস্থ কৰি থৈছিল। কিন্তু সেইবোৰ কথা বয়সৰ আগ ডোখৰত কদাপি হৃদয়ঙ্গম কৰিব পৰা নাছিল।" এতিয়া বয়সৰ ভাটীত কৃপাবৰৰ মনলৈ ভাৱৰ বুৰবুৰণি আহিছে। তেওঁৰ মনলৈ আহিছে "ডেকাকালত বৰবৰুৱাই ওপৰে ওপৰে ওপঙি ফুৰা চেলেকণা মাছ বুকুত লৈ বৈ যোৱা সৰু কপহী নৈ এখন আছিল মাথোন, ব'ঠাৰ কোব কিমান দূৰলৈকে বহাৰ আঁটিকাল পোৱা লুইত নাছিল। শাস্ত্ৰৰ কথাবোৰ ব্যক্তিগত অনুভূতিৰে, অভিজ্ঞতাৰে, ৰিজাই নুবুজিলে নোৱাৰি। আগেয়ে দুৰ্কপলীয়া বৰবৰুৱাৰ তেনে অনুভূতিৰ অভিজ্ঞতা 'হস্তীহস্ত সহস্ৰাণাং' বুলিলেই হয়। আজি ঠেকা খাই, গঁতা খাই, হামখুৰি খাই তেওঁৰ 'ঘটলে আক্কেল' আজি বৰ বুজন আক্কেল।......চিনাকিৰ কথাকে নকওঁ, অচিনাকি ডেকায়ো বাটে পথে বুঢ়াক বুঢ়া শগুণটো বুলি হাঁহে—যেন ডেকা কোনো কালে বুঢ়া নহয়। একেবাৰে খাতাং কথা। যেন তাৰ ডেকাত্বৰ দখলী স্বত্বটো কোনোবা লৰ্ড-কৰ্ণৱালিছৰ পৰা সি চিৰস্থায়ী বন্দবস্ত কৰি ৰাখিছে। ইফালে বুঢ়াই ডেকাক উতনুৱা বুলিছে, অবিবেচক অপৰিণামদৰ্শী বুলিছে। আৰু কত কি বুলিছে কোনে জানে? যেন বুঢ়া কেতিয়াও ডেকাই হোৱা নাছিল, আৰু সোলাবুঢ়াই ডেকালিও কৰা নাছিল। আৰু যেন বুঢ়াই একেবাৰেই মহামুনি শুকদেৱৰ নিচিনাকৈ ডাড়ি-গোফেৰে ভোবোকাৰ হৈ উপজিছিল। ডাঙৰে সৰুক আৰু সৰুৱে ডাঙৰক এনে জবৰ্দ্দস্তকৈ হেয়জ্ঞান কৰে যেন ডাঙৰ সৰু হবৰ বাটত আৰু সৰু ডাঙৰ হ'বৰ মাজবাটত দুৰ্ল্লঙ্‌ঘ্য বিন্ধ্যগিৰি পৰি আছে। মোৰ ভাইটি!........ মোৰ সমাজিকৰ বৃন্দাবন বিচাৰি ওলাইছোঁ। বাট এৰি দিয়া ইত্যাদি।" এইদৰে কৃপাবৰে ডেকা আৰু বুঢ়াৰ যি চিৰন্তন সমস্যা তাকো আলোচনা কৰিছে। বেজবৰুৱাই কৃপাবৰৰ জৰিয়তে অসমীয়া সমাজ, সাহিত্যৰ পৰা আৰম্ভ কৰি নানান দাৰ্শনিক তথ্যও আলোচনা নকৰা নহয়। কৃপাবৰে সমাজিকত উনবিংশ শতাব্দীত জাৰ্ম্মানীৰ সৰু সৰু ৰাজ্যবিলাক একেটা বান্ধোনেৰে বন্ধা প্ৰিন্স্ বিছমাৰ্কৰ্কো দেখে, আনহাতে হিৰণ্য-কশিপুকো দেখে। মৰিবৰ সময়ত বিছমাৰ্কৰ মনলৈ বেজাৰ আহিছে, তেওঁ জাৰ্ম্মানীৰ কাৰণে ইমান কৰা সত্বেও তেওঁক কেৱে ভাল নাপায়। তিনিখন যুজ পাতি আশীহেজাৰ চিপাহীৰ মৃত্যুৰ কাৰণ তেৱেঁই। "মোৰ কামৰ পৰা মোৰ মনলৈ আনন্দ অহা নাই।"

আনহাতে হিৰণ্যকশিপুৰ ভায়েক হিৰণ্যাক্ষ যুঁজত মৰিল। হিৰণ্য কশিপুৱে শোক কৰা পুতেক সকলক সান্ত্বনা দিছে—"বীৰ পুৰুষৰ শত্ৰুৰ আগত প্ৰাণ পৰিত্যাগ কৰাই প্ৰশংসনীয়। আত্মাৰ মৃত্যু নাই, আত্মা দেহৰ পৰা পৃথক।" কৃপাবৰে সমাজিকতো দৰ্শনৰ তথ্য দেখে। বেজবৰুৱাৰ কৃপাবৰ সেইবাবে কেৱল হাঁহি-ধেমালিৰ কথাৰ বাবেই সৃষ্টি হোৱা নাছিল। দাৰ্শনিক তথ্যও হাঁহি ধেমালিৰ মাজেদি বুজাবলৈ যত্ন কৰিছিল।

বেজবৰুৱাই যি সময়ত অসমীয়া সাহিত্যত ৰাজত্ব কৰিছিল সেই সময়ৰ সামাজিক দৃষ্টিভঙ্গী আজিতকৈ বেলেগ আছিল। সেইকাৰণে বেজবৰুৱাৰ কিছুমান ৰচনাত যে আসোঁৱাহ উলিয়াব নোৱাৰি সেইটো নহয়। কিন্তু, আমি চাব লাগে বেজবৰুৱাৰ সময়ৰ দৃষ্টিভঙ্গীৰে।

বেজবৰুৱাই এটা কবিতা ব্যঙ্গাত্মকভাবে "কমাৰৰ তিনি ভাই সাহিত্যিক" লিখিছিল (বাঁহী ৪ৰ্থ বছৰ)। সেই সময়ত অসমীয়া ভাষাৰ শুদ্ধতা সম্পৰ্কে বাদানুবাদ চলিছিল। কমাৰৰ তিনি পুতেকে লিখা পঢ়া শিকি চকী-মুঢ়াত বহি হাকিম-হুকুম হৈ লো খুন্দা হাতৰ কুটকুটনি হোৱাত অসমীয়া ভাষা নতুন কৰিবলৈ লাগিছে। এয়ে কবিতাৰ বিষয়বস্তু। ব্যঙ্গাত্মক ভাবে লিখা হৈছিল। সেইসময়ত এই কবিতাই হাঁহিৰ বাহিৰে আন একো ভাব পঢ়ুৱৈ সমাজৰ মনলৈ অনা নাছিল। সেইবাবে আধুনিক দৃষ্টিভঙ্গীৰে তুলাচনীত এই কবিতা জুখিবৰ প্ৰয়োজন নাই।

১৯১৭ চনত বেজবৰুৱাই কলিকতা এৰি সম্বলপুৰলৈ যাবলগীয়া হোৱাত কলিকতাত থকা কেইজনমান ছাত্ৰক তেওঁৰ ঘৰলৈ মতাই বাঁহীৰ ভবিষ্যত সম্পৰ্কে আলোচনা কৰিছিল। বন্ধুবৰ কৃষ্ণকান্ত সন্দিকৈ, বেণুধৰ শৰ্ম্মা আৰু লক্ষ্মীনাথ ফুকন প্ৰভৃতিৰ লগত লিখকো আছিল আৰু তেওঁ-লোকৰ অনুৰোধত লিখকৰ ওপৰত প্ৰুফ্ চোৱা আৰু ছাপাখানাৰ লগত যোগাযোগ ৰখা আৰু ছাপাৰ শেষত ডাকঘৰত পোষ্টত দিয়া আদি কামৰ দায়িত্ব পৰিছিল। এইদৰেও বেজবৰুৱাই বাঁহী চলাব লগীয়া হৈছিল।

১৯১৮ চনটো ভাৰতৰ জাতীয় জীৱনত এটা স্মৰণীয় বছৰ। জাতীয় জীৱনৰ এটা পৰিবৰ্ত্তনৰ দুৱাৰদলিত ভাৰত খিয় দিলে। ১৯১৭ চনত ভাৰত সচিব মণ্টেগুৱে বৰ আশা কৰিছিল যে, তেওঁ স্বায়ত্ব শাসন দি ভাৰতৰ জাতীয় জীৱনত এটা সন্তোষ আনিব। কিন্তু ভাৰতলৈ আহি ছুফৰত ঘুৰোঁতে বুজিলে, তীখাৰ জঁকাৰ আমোলাতান্ত্ৰিক শাসনৰ গুৰিয়াল সকলে ভাৰতবাসীক বিষম অবিশ্বাস কৰে। তেওঁলোকে নিজৰ কৰ্তৃত্বৰ ওপৰতহে বিশ্বাস কৰে আৰু কোনো এটা প্ৰস্তাৱ কাৰ্য্যত পৰিণত কৰোঁতে কল

ৰেগুলেশ্যনৰ আইন এনেদৰে বান্ধি-চাতি লৈ "তাক নাকচ কৰিবলৈ দিহা কৰে" ইত্যাদি মণ্টেগুৱে তেওঁৰ ভাৰতীয় ডায়েৰীত লিখিছিল। এনে এটা পৰিস্থিতিত ভাৰতীয় নেতা সকলে মণ্টেগুৰ শাসন সংস্কাৰ গ্ৰহণ কৰিব নে বৰ্জ্জন কৰিব ইয়াকে ভাবি স্থিৰ কৰিব পৰা নাছিল। ভাৰতীয় নেতাসকলৰ মনোভাৱৰ সমালোচনা কৰি নতুনকৈ ওলোৱা 'সাদিনীয়া অসমীয়া'লৈ প্ৰৱস্থৱাৰ চিঠিত বেজবৰুৱাই ভাৰতীয় নেতাসকলক লণ্ডণৰ টুলীষ্ট্ৰীটৰ তিনিটা দৰ্জ্জীৰ লগত তুলনা কৰাত কলিকতাত থকা অসমীয়া ছাত্ৰসকলে বেজাৰ পাই প্ৰতিবাদ জনাইছিল। বেজবৰুৱাক বিচাৰ কৰোঁতে সেইসময়ত ৰাজনৈতিক পৰিবেশ সম্পৰ্কে যি মনোভাব সৃষ্টি হৈছিল আমি তাকো সুৱঁৰিব লাগে, সেই সময়ত 'কনষ্টিটিউশ্যনেল' আন্দোলন ব্যৰ্থ হোৱাত উঠি অহা ডেকাসকলে বিপ্লৱবাদৰ নীতি গ্ৰহণ কৰিব ধৰিছিল আৰু আনহাতে কংগ্ৰেছৰ নেতাসকলে আন্দোলনাত্মক কাৰ্য্যতেই নিজক আৱদ্ধ ৰখাত লব্ধপ্ৰতিষ্ঠ সাংবাদিক স্বৰ্গীয় ৰামানন্দ চাটাৰ্জীৰ দৰে লেখক এজনেও কংগ্ৰেছক সমালোচনা নকৰাকৈ নাছিল। কংগ্ৰেছৰ নেতা সকলে 'ভাল ল'ৰাৰ' (Good boys) দৰে গোটেই বছৰ নিয়ায় আৰু ৰবদিনৰ বন্ধত তেজী বক্তৃতা দিবলৈ গোট খায়; ইত্যাদি Modern Review ত লিখা হৈছিল। কংগ্ৰেছৰ নেতাসকলৰ এনে আন্দোলনাত্মক মনোভাৱেৰে সৈতে দেশ-সেৱা কৰা কথা কবি ৰবীন্দ্ৰনাথেও তেওঁৰ উপন্যাস "ঘৰে বাইৰে"ত তেওঁৰ নায়কৰ জৰিয়তে উল্লেখ কৰিছিল। সেইবাবে বেজবৰুৱাই কংগ্ৰেছৰ নেতাসকলক সমালোচনা কৰাত ধৰিব লগীয়া একো নাই। কংগ্ৰেছৰ নেতা সকলৰ আন্দোলনাত্মক মনোভাবৰ কথা সুৱঁৰিয়েই নিশ্চয় বেজবৰুৱাই তেওঁৰ ৰচনাৱলীত কেইবা ঠাইতো ব্যৱহাৰ কৰা টুলীষ্ট্ৰীটৰ দৰ্জ্জী উপমাৰ অৱতাৰণা কৰিছিল।

১৯৩১ চনৰ আৰু এটা কথাও মনলৈ আহে। ১৯৩১ চনৰ মাৰ্চ্চ মাহত আৰৱিন চুক্তিয়ে সৃষ্টি কৰা এটা লেখত লবলগীয়া পৰিবেশত কৰাচীত কংগ্ৰেছৰ অধিবেশনৰ পাছত কানপুৰত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষত ৺গণেশ শঙ্কৰ বিদ্যাৰ্থীয়ে মৃত্যু বৰণ কৰিব লগীয়া হৈছিল। এনে বিধৰ সাম্প্ৰদায়িক সংঘৰ্ষ বন্ধ কৰিবলৈ কৰ্ম্মীয়ে মৃত্যু বৰণ কৰা উচিত বুলি মহাত্মাই ইয়ং ইণ্ডিয়াত লিখাত 'বাঁহী'ত লিখা হ'ল "এতিয়া খাওঁতে মৰক, শোওঁতে মৰক, উঠোতে মৰক, বহোঁতে মৰক" ইত্যাদি। এই কথাত কিছুমানে আঘাত নোপোৱাকৈ নাছিল। লিখকে কলিকতাত ৺বেজবৰুৱাৰ লগত এটা মৰমৰ মৰুৱা পৰিবেশৰ মাজত কথাবাৰ আলোচনাও কৰিছিল। সুৰ সাধকে সুৰ মিলাবলৈ মাজে সময়ে কিছুমান অৰ্থহীন শব্দও ব্যৱহাৰ নকৰা নহয়।

সেইদৰে বেজবৰুৱায়ো তেওঁৰ অসংখ্য ৰচনাৱলীৰ কিছুমান ঠাইত এনেদৰে ব্যৱহাৰ কৰিছিল যেন লাগে।

বেজবৰুৱাৰ কাপ আছিল বানপানীত ফেনে ফোটোকাৰে বৈ অহা লুইতৰ সোঁতৰ দৰে। লুইতৰ বুকুত উটি অহা জাঁজীয়ে লুইতৰ সৌন্দৰ্য্য অলপো ক্ষুণ্ণ নকৰে, বৰঞ্চ লুইতৰ মহত্ব আৰু স্বাভাবিকতাত খাপ খাই গাম্ভীৰ্য্য বঢ়ায়। সেইবাবে বেজবৰুৱাই হাঁহিৰ সৃষ্টি কৰোঁতে এনেবিধৰ অলাগতিয়াল শব্দও ব্যৱহাৰ কৰাত সমালোচকে দোষ ধৰিব নালাগে। বেজবৰুৱাই বাঁহী পৰিচালনা কৰোঁতে ভাৰসাম্য ৰক্ষা কৰিব পৰা নাছিল বুলিও আধুনিক সমালোচকে সমালোচনা কৰিব পাৰে; কাৰণ মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱক লৈয়েই তেওঁ সৰহভাগ যুঁজ্‌ৰাগৰ আৰু বাদ প্ৰতিবাদ কৰিবলগীয়া হোৱাত সেই সময়ৰ উঠি অহা পঢ়ুৱৈ সমাজে ভাল পোৱা আন বহুতো কথালৈ মন দিয়া হোৱা নাছিল বুলি কব পাৰে। 'প্ৰবাসী', 'ভাৰতী' আদি কৰি বঙালী আলোচনীৰ লগত ৰিজাই বিচাৰ কৰিব নালাগে। 'প্ৰবাসীৰ' পঢ়ুৱৈৰ সংখ্যা কিমান আছিল তাকো আমি ভাবি চাব লাগে। বেজবৰুৱাই যিমান অসুবিধাৰ মাজেদি এখন আলোচনী চলাই নিব লগা বা তাক জীয়াই ৰাখিব লগা হৈছিল, তেনেবোৰ অসুবিধাৰ মাজেদি যাবলগীয়া হোৱা নাছিল। অসুবিধাৰ কথাবিলাক বেজবৰুৱাই নানান প্ৰকাৰে পঢ়ুৱৈ সকলক জনাই আছিল। আলোচনী আৰু বাতৰি কাকত চলাওঁতাৰ আজি যি সম্ভাৱনা আহিছে, সেই সময়ত সেই সম্ভাৱনা নাছিল।

১৯২৭ চনৰ এটা কথা উল্লেখ কৰিলে পঢ়ুৱৈ সকলে যেন আমনি নাপায়। সেই সময়ত বাঁহী গুৱাহাটীৰ নিউপ্ৰেছৰ পৰা ওলাই আছিল। বেজবৰুৱা তেতিয়া খাছীয়া পাহাৰৰ উম্‌লিঙৰ শালবনৰ মাজত কামত থাকিব লগীয়া হৈছিল। হঠাতে খবৰ আহিল, পাহাৰত উঠা নমা কৰোঁতে তেওঁ বৰ ক্লান্ত হৈ পৰিল আৰু মূৰ ঘূৰণি হ'ল। বেজবৰুৱাক গুৱাহাটীলৈ আনিবলৈ যত্ন কৰা হ'ল। কিন্তু বেজবৰুৱা নাহিল। "বৰা, ভয় নকৰিবা, কামখিনি শেষ কৰি লওঁ।" এনেকুৱা পৰিস্থিতিৰ মাজতো উম্‌লিঙৰ শালবনৰ পৰা বেজবৰুৱাই প্ৰবন্ধ লিখি বাঁহী চলাই আছিল। অসমৰ পঢ়ুৱৈ সমাজৰ সন্মুখত সেই সময়ত যিবিলাক বিষয় বস্তু আছিল তেওঁ নিজক তাৰ মাজতেই সীমাবদ্ধ কৰিব লগীয়া হৈছিল।

বেজবৰুৱাই যিদৰে অসমীয়া সাহিত্য গঢ়ি তোলাৰ দৃষ্টিভঙ্গী লৈছিল, সেইদৰে অসমীয়া জাতিক কিদৰে ভাৰতত সুপ্ৰতিষ্ঠিত কৰিব পাৰি তেওঁ তাকো চিন্তা কৰিছিল। সংখ্যাত তাকৰ ভাৰতৰ এটা চুকত থকা এই অসমীয়া সকলে কেনেকৈ একতাৰ বান্ধোনেৰে বান্ধ খাই "ভাৰতৰ জাতি

বোৰৰ ভিতৰত প্ৰথম শাৰী লব" এয়ে তেওঁৰ ভাব আছিল। "ভাষাৰ বান্ধোন যদিও বৰ টান, বৰ কটকটীয়া, বৰ লাগতিয়াল তথাপি কালত তাৰো বিপৰ্য্যয় নঘটি নাথাকে।"বেজবৰুৱাই আমেৰিকা আৰু ইংলণ্ডৰ বিচ্ছেদৰ দৃষ্টান্ত উল্লেখ কৰি ভাবিছিল যে, "ধৰ্ম্মৰ বান্ধ যুগমীয়া বান্ধ, অনন্ত, অচ্ছেদ্য অভেদ্য।" কিন্তু, অসমৰ ভিতৰত হিন্দু মুছলমানকে লৈ বহুতো লোক আছে। এই সকলক কেনেকৈ ধৰ্ম্মৰ বান্ধোনেৰে বান্ধ খুৱাব পাৰি? এই প্ৰশ্নৰ উত্তৰ বিচাৰ কৰি বেজবৰুৱাই পাইছিল: ৰাজসিক আৰু তামসিক ধৰ্ম্মৰ বিশ্বব্যাপী বিশ্বজনীন শক্তি নাই আৰু হ'ব নোৱাৰে। সাৰ্ব্বভৌম, সাৰ্ব্বজননী, চিৰন্তন সেই ধৰ্ম্ম কেইটা হৈছে বুদ্ধৰ ধৰ্ম্ম, খৃষ্টৰ ধৰ্ম্ম, আৰু মহম্মদৰ ধৰ্ম্ম। হিন্দু ধৰ্ম্মক যে আমি এই শাৰীৰ পৰা বাদ দিছোঁ এনে নহয়। কিন্তু হিন্দু ধৰ্ম্মৰ তাণ্ডৰণ অনেক, অলেখ, ভৰি ভূৰি, বৃন্দবৃন্দ। সেইদেখি তাৰ সাৰ্ব্বভৌম, সাৰ্ব্বজনীন, চিৰন্তন তাণ্ডৰণ বাছি উলিয়াবলৈ সময় লাগে। আচল হিন্দু ধৰ্ম্ম অজৰ অমৰ যদিও তাৰ ওপৰত ৰাজসিক, তামসিক আৱৰ্জ্জনা পৰ্ব্বত প্ৰমাণ হৈ আছে। এই পৰ্ব্বত প্ৰমাণ আবৰ্জ্জনা দূৰ কৰিবলৈ পৰমেশ্বৰে মাজে মাজে ভাৰতলৈ একোজন মহাপুৰুষ প্ৰেৰণ কৰি আছে। ঈশ্বৰ প্ৰেৰিত ঈশ্বৰাংশ সম্ভূত একো একোজন মহাপুৰুষে ধৰ্ম্মৰ গ্লানি গুচাই অধৰ্ম্মৰ বিনাশ সাধন কৰি প্ৰকৃত ধৰ্ম্ম পুনৰ সংস্থাপন কৰি আহিব লাগিছে। ভাৰতবৰ্ষৰ মাটি বৰ সাৰুৱা। সেইদেখি ইয়াত যেনেকৈ শস্যসাৰ আদি হয়, হাবি বন আদিও তেনেকৈ হয়, সোনকালে গজে। অধৰ্ম্ম, অপধৰ্ম্ম, ভাৰতত সৰহকৈ জনমে দেখি সেইবোৰ ঘনে ঘনে কাটি ভাৰত মুকলি কৰি থাকিবলৈ ভাৰতত যুগে যুগে মহাপুৰুষৰ আবিৰ্ভাব আৱশ্যক হয়। সেইদেখি ষোড়শ শতিকাৰ ধৰ্ম্ম বিপ্লৱতো উত্তৰ ভাৰতৰ চাৰি দিশত চাৰি অৱতাৰ আমি দেখিবলৈ পাওঁ—শ্ৰীশঙ্কৰ, শ্ৰীচৈতন্য, ৰামানন্দ, হৰিব্যাস। এই চাৰিওজনেই পৰমেশ্বৰৰ সাত্বিক গুণ প্ৰকাশ কৰোঁতা সাত্বিক ধৰ্ম্ম প্ৰচাৰক। শঙ্কৰৰ ধৰ্ম্ম সাম্প্ৰদায়িকতা শূন্য। অসমীয়া জাতিৰ মন্দিৰ গঠনত আমি মহম্মদীয় ভাই সকলক বাদ দিলে নচলিব।........অসমীয়া হিন্দু মুছলমান দুয়ো মিলিহে এক পূৰ্ণ অসমীয়া জাতি। মহম্মদৰ সাত্বিক শিক্ষাত তামসিক আৰৱত শান্তি স্থাপিত হৈছিল। মূৰ্ত্তি পূজা বিগৰ্হিত শঙ্কৰদেৱৰ ধৰ্ম্মৰ প্ৰতি মুছলমানসকলে সন্মান প্ৰদৰ্শন কৰি হিন্দুৰে সৈতে মিলিবৰ সুপথ অনেক। প্ৰায় একে ভাবাপন্ন, একে স্বভাৱৰ এই দুই ধৰ্ম্মাৱলম্বী অসমীয়া দুই জাতিয়েই নিজৰ সাম্প্ৰদায়িকতাৰ সঙ্কীৰ্ণতা পৰিহাৰ কৰি জাতীয় ভাৱত অনুপ্ৰাণিত হৈ বিৰাট অসমীয়া জাতি গঠন কৰক। এনে অসাম্প্ৰদায়িক উদাৰ ধৰ্ম্ম শঙ্কৰৰ। এই ধৰ্ম্ম কুৰি শতিকাৰ উদাৰ,

সুলভ্য, যুগৰ উপযোগী নহয় যদি কোন ধৰ্ম্ম হ'ব পাৰে ? শঙ্কৰদেৱৰ পিছৰ সাম্প্ৰদায়িক সঙ্কীৰ্ণতা পৰিহাৰ কৰি তেওঁৰ এই উদাৰ সাত্বিক ধৰ্ম্মক ধৰি নিশ্চয় অসমীয়াই আজিও জাতীয়তাৰ দৃঢ় বান্ধোনেৰে নিজক বান্ধি উন্নতিৰ ওখ চূড়াত উঠিব পাৰে।" (বাঁহী ৪ৰ্থ বছৰ ১২ সংখ্যা)। এয়ে বেজবৰুৱাৰ ধ্যান আৰু সাধনা আছিল। শিৱসাগৰৰ জিকিৰ নামৰ পৰিবেশত ডাঙৰ হোৱা বেজবৰুৱাৰ এনে এটা কথা ভবা স্বাভাৱিক আছিল। অসমত মহাপুৰুষীয়া ধৰ্ম্মৰ উদাৰতাৰ কথা এগৰাকী খৃষ্টান পাদুৰীয়েও (Rev. Dr. Sword.) 'অসমত বেপ্টিষ্ট মিশ্যনৰ এশ বছৰ' (Hundred years of Baptists in Assam.) বোলা ইংৰাজী কিতাপ খনতো আলোচনা কৰিছে।

মহাপুৰুষীয়া ধৰ্ম্মৰ আলোচনা প্ৰসঙ্গত আৰু এটা কথা মনলৈ আহে। আচাৰ্য্য বিনোৱাজীয়ে মহাপুৰুষীয়া ধৰ্ম্মৰ কথা উল্লেখ কৰি কৈছিল "অসমৰ এই গুৰু দুজনাই (মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ) ভাগৱত মথি অসমক যি অমূল্য বস্তু দি গ'ল, অসমে তাৰ মোল নুবুজিলে। প্ৰচাৰ কৰিব নোৱাৰিলে।" যি হওক বিনোৱাজীৰ যত্নত ভাৰতৰ গাৱেঁ-ভুঞে নাম ঘোষা প্ৰচাৰ হ'ব ধৰিছে।

জাতি গঠনৰ আদৰ্শত প্ৰণোদিত বেজবৰুৱাই মহাপুৰুষীয়া ধৰ্ম্মক উপলুঙা কৰা অসমীয়া লিখক কিছুমানৰ মন্তব্যত "ভুজলুকীয়া প্ৰত্নতত্ত্বজ্ঞ পণ্ডিত" 'ভোমকোৰোলা' ইত্যাদি কঠুৱা আৰু নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰাত তেওঁৰ দোষ হোৱা বুলি কব নোৱাৰি। এনেবিলাক কাৰণত বেজবৰুৱাই সাংবাদিক হিচাপে যি বাদানুবাদত সোমাব লগীয়া হৈছিল সেই বাদানুবাদৰ ফল স্বৰূপে "আধুনিক প্ৰণালীৰে মহাপুৰুষ সকলৰ চৰিত ৰচনা আৰু সমসাময়িক আচাৰ নীতিৰ উল্লেখ থকা পুৰণি অসমীয়া সাহিত্যৰ আলোচনাৰ সূচনা কৰিলে।" এয়ে ডাক্তৰ বাণীকান্ত কাকতিৰ মত।

বেজবৰুৱাই অসমৰ লোকক জাতি হিচাবে গঢ় দিবলৈ যি পৰামৰ্শ আগ বঢ়াইছিল সেই পৰামৰ্শ অসমীয়াই লোৱা হলে আজি অসম যি বিপদৰ সম্ভাৱনাত পৰিব লগীয়া হৈছে, তেনে সম্ভাৱনা নহলহেঁতেন।

# বেজবৰুৱা আৰু আমাৰ সত্ৰ সভাসমূহ

শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা

বেজবৰুৱাই যি কালচোৱাত জন্ম লৈছিল সেই সময়ত কনজাৰ্ভেটিভ অৰ্থাৎ ৰক্ষণশীল দলৰ প্ৰভুত্ব। বেজবৰুৱাই তেওঁৰ চোকা মিঠা লেখনী যুগ-বিৰোধী শক্তিৰ পৰাজয়ৰ অৰ্থে প্ৰয়োগ কৰিছিল। অতি সাধাৰণ কথাতে জাত যোৱা, এঘৰীয়া হোৱা, তিৰোতা জাতিৰ প্ৰতি অন্যায়, ভণ্ড নৈষ্ঠিকতা আদি অকাৰ্য্য বোৰে বেজবৰুৱাৰ দৰদী মন দকৈ স্পৰ্শ কৰিছিল আৰু গল্পই প্ৰবন্ধই তেওঁ এইবোৰৰ প্ৰতিবাদ কৰিছিল তেওঁ বিশিষ্ট মনোগ্ৰাহী বাক্-ভঙ্গীৰে। মহাপুৰুষ সকলে আমাৰ দেশত যি উদাৰ ধৰ্ম্ম প্ৰচাৰ কৰিছিল তাত এনে কঠোৰ নৈষ্ঠিকতাৰ কথা নাছিল, কিন্তু তেওঁলোকৰ ধৰ্ম্মৰ পাছত গৈ বাকলিটো ৰ'ল, সাহটো শুকাল। গোঁসাই-মহন্ত, মেধি-পাচনী আদি নতুন নতুন পদবী আৰু শ্ৰেণীৰ সৃষ্টি হৈ মহাপুৰুষ সকলৰ পৰবৰ্ত্তী সমাজ পঙ্কিল কৰি পেলালে। মহন্ত সকলৰ ভিতৰতে নানা সংহতি, নানা পন্থ। খোৱা-বোৱা, বিয়া-বাৰু লুৰি-লুৰিয়েহে হয়। কাল-সংহতিৰ মানুহে মাহ প্ৰসাদ বিলালে ব্ৰহ্মসংহতিৰ মানুহে নাখায়। ব্ৰহ্মসংহতিৰ হাতে নিকাই নাখায়, এনেবোৰ কথা। বহাৰ আসনৰো তাৰতম্য হ'ল আহোম ডা-ডাঙৰীয়া সকলৰ আহিত। বামুণীয়া মহন্ত সকলৰ ভিতৰতো প্ৰভেদে দেখা দিলে। বামুণীয়া মহন্ত সকলে অ-মহন্ত উকা বামুণ সকলক অলপ ঘৃণা-মিশ্ৰিত কৃপাৰে সৈতে চাবলৈ আৰম্ভ কৰিলে। অতি আধুনিক কালত ধনৰ বলত হোৱা তথা-কথিত গোঁসাই সকলৰ কথানো কি কম? তেখেত সকলৰ উধ-নীয়া গপ আৰু ভেমৰ অভিজ্ঞতা আমাৰ বহুতৰে আছে। সৰুকালৰ অৰ্থাৎ আজিৰ পৰা আঠৈকুৰি বছৰ মানৰ আগৰ কথা। আমাৰ জীয়াৰী এগৰাকী ওচৰৰ সত্ৰ এখনলৈ পৰিছিল। শহুৰেক বুঢ়াগোঁসাই জীৱিত থকা পৰ্য্যন্ত বাইদেউক আমাৰ ঘৰলৈ আহিবলৈ নিদিলে আৰু আমাৰ মানুহ খবৰ খাতি লবলৈ গলে 'তাং-তিং' বামুণ (তান্ত্ৰিক) বুলি নিন্দা ভৰ্ৎসনা কৰি পঠিয়াই দিয়ে, যদিও আমাৰ বৈষ্ণৱ পৰিয়াল অনেক কালৰ পৰা আউনীআটী সত্ৰৰ শিষ্য। পাছলৈ এই মহাজনীয়া উত্তাপ শাম কাটিলে।

বেজবৰুৱাই তেওঁৰ "জীৱন সোঁৱৰণ"ত এটি অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছে। তেওঁৰ ভাষাৰেই ইয়াত তুলি দিলোঁ--

"বিয়াৰ দিনা কন্যাৰ ককায়েক নে কি কব নোৱাৰোঁ, গোসাই প্ৰভুৰ প্ৰতিমূৰ্ত্তিটো আৰু তেওঁৰ ব্যৱহাৰ অতিকৈ চকুত পৰা হৈছিল। বিয়াৰ সভাত তেওঁ এটা কাঠৰ মুঢ়াৰ দৰে বহি আছিল; আৰু পাছে আমাৰ নিচিনা সাধাৰণ মানুহৰ লৈতে কথা-বাৰ্ত্তা পাতি আমাক আদৰ অভ্যৰ্থনা কৰিলে কেনেবাকৈ গোঁসাই প্ৰভুৰ দীঘল ভেমটোৰ এডোখৰ চুটি হৈ পৰিব—এই ভয়তে সশঙ্কিত হৈ আছিল। তেওঁলোকতো পুৰণি সম্ভ্ৰমৰ দাবী কৰিব পৰা গোঁসাইয়েই; অসমত কেঁচা মৰীয়া গোঁসাইৰ পৰা আৰম্ভ কৰি খৰিকটীয়া গোঁসাইলৈকে গোঁসাই নামধাৰী সকলে সাধাৰণ ভদ্ৰলোকৰ ঘৰলৈ ছোৱালী দিবলৈ ওলায, অথচ বিয়াৰ সময়ত আকোৱালে নোপোৱা ভেমৰ খুঁটাত আউজি থাকি কিযে কৰে, তাক কি কবা। এবাৰ মনত আছে—এজন শিৱসাগৰৰ ভদ্ৰলোকৰ বিয়াত নিমন্ত্ৰিত হৈ মই দৰাঘৰীয়াৰ লৈয়ে বিয়ালৈ গৈছিলোঁ। আমি কৈনাঘৰীয়া গোঁসাইৰ পদূলিমূৰ পাওঁতেই গোঁসাইৰ ঘৰৰ পৰা আদেশ আহিল যে আমি আমাৰ ভৰিৰ জোতা মোজা সোলোকাই পদব্ৰজে গৈহে তেওঁৰ চাৰিচাপৰ ভিতৰ সোমাব পাৰিম। আমিও জোতা মোজা নোসোলোকাও, তেওঁলোকেও নেৰে। শেষত দৰাঘৰীয়া আৰু কন্যাঘৰীয়াৰ মাজত হতাহতি হবৰ উপক্ৰম। অনেক কষ্টৰ আৰু অনেক কথাৰ আজোৰ-পিজোৰৰ পিচতহে এটা হেস্ত-নেস্ত হৈ এই গজ-কচ্ছপীয়া যুদ্ধৰ ওৰ পৰে।"

বেজবৰুৱাৰ আত্মজীৱন সমসাময়িক অসমীয়া সমাজৰ এখন ছবিৰ দৰে। বেজবৰুৱাই নাটকে প্ৰবন্ধে অনেক ঠাইত আমাৰ সত্ৰ-মহন্ত সকলক ব্যঙ্গ কৰি লিখিছে। ব্যঙ্গ বুলিলেই অলপ অতি-ৰঞ্জিত হয়েই, বেজবৰুৱাও এই অতিশয়োক্তি দোষৰ পৰা মুক্ত নহয়। একদৰ্শিতাদোষ বেজবৰুৱাৰ লেখাত যথেষ্ট আছে। পাঠকসকলে নিশ্চয় লক্ষ্য কৰিছে যে ৰজনীকান্ত বৰদলৈৰ উপন্যাস কেইখন মানত সত্ৰবিলাকৰ এটা বেলেগ চিত্ৰ পোৱা যায়। বৰদলৈৰ সত্ৰ বিষয়-দগ্ধ মনৰ শান্তিৰ নিজৰা। বেজবৰুৱাৰ চিত্ৰ কোনো কোনো ক্ষেত্ৰত বিদৰে বাস্তৱ, বৰদলৈৰ চিত্ৰও সত্যৰ অনুগামী। "ডাঙৰ ডাঙৰ সত্ৰবোৰত সুন্দৰ অসমীয়া অঙ্কীয়া ভাৱনাৰ লগে লগে নাইবা অঙ্কীয়া ভাৱনাক খেদাই নাট বৰচোঁতা গোঁসাই মহন্ত সকলে বাৰে বাঙৰা অশুধ বঙলা ভাষাত নাট ৰচি, ভাৱনা কৰি নিজক গৌৰৱান্বিত আৰু দৰ্শকক সুখী বিবেচনা কৰিছিল।" এনে অৱস্থাত বেজবৰুৱাই টান কথা এষাৰ নুকুনাই পাৰে কেনেকৈ?

সত্ৰবিলাকৰ লগত বেজবৰুৱা পৰিয়ালৰ কেনে সম্পৰ্ক আত্মজীৱনীত তাৰ যথেষ্ট আভাস দিছে। নাৰত আহোতে দূৰৈৰ পৰা কমলাবাৰী সত্ৰৰ গছ দেখি ৺দীননাথ বেজবৰুৱাৰ পুত্ৰ পৰিবাৰে ভক্তিৰে সেৱা কৰা কথাও আত্মজীৱনীত আছে।

"শ্ৰীমধুদ্বিষ ঈশ্বৰৰ কীৰ্ত্তন মঙ্গল নিৰন্তৰ
যিটো ভূমি ভাগে শুদ্ধৰূপে হোৱে জাত।
তাৰ ধূলি যিটো শিৰে ধৰে নিশ্চয়ে জানিবা সিটো নৰে
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত॥"

সত্ৰসমূহ অসমীয়া সমাজৰ নিয়ামক আৰু শাসক। অসমীয়া সমাজে ৰজা আৰু গুৰু দুয়ো ঘৰকে সমান ঠাই দিছিল। আধ্যাত্মিক বুনিয়াদী শিক্ষাৰ ক্ষেত্ৰত এই সত্ৰবিলাকৰ পতনত বেজবৰুৱাৰ দেশপ্ৰেমী অন্তৰে আঘাত পাইছিল আৰু তাৰ প্ৰতিক্ৰিয়া স্বৰূপে দুষাৰ ব্যঙ্গ উক্তি কৰিছিল, অনুষ্ঠানটিৰ প্ৰতি ভক্তি নোহোৱা বুলি নহয়।

আধুনিক সমাজ বেজবৰুৱাৰ দিনতকৈ বহু পৰিমাণে উদাৰ আৰু সংস্কাৰমুক্ত হৈ আহিছে। নতুনৰ এই বিজয়ত বুঢ়াদলৰ বহুতেই নিজকে খাপ খুৱাব নোৱাৰি মূৰে কপালে হাত দি নিৰুপায় আৰু নিঃসহায় হৈ বহি গৈছে। হেমকোষৰ হেমবৰুৱাই সত্ৰ মহন্তৰ দোষৰ ফালটো দাঙি ধৰে আৰু সেই বংশৰে লক্ষ্মীনাথে তাকে আৰু অলপ সদৰী কৰে।

কাশ্যপগোত্ৰঃ চৈতন্যচন্দ্ৰঃ হেমচন্দ্ৰমনুচকাৰ।

# বেজবৰুৱাৰ ঐতিহ্যপ্ৰীতি আৰু জাতীয়তাবোধ

শ্ৰীসৰ্ব্বেশ্বৰ ৰাজগুৰু

অসমীয়া সাহিত্য তথা সংস্কৃতিৰ ক্ষেত্ৰত মহাপুৰুষ শঙ্কৰদেৱৰ পাচত যি জন পুৰুষৰ প্ৰতিভা, ব্যক্তিত্ব আৰু কাৰ্য্যকলাপ সদৌ অসমীয়া ৰাইজে বৰ্ত্তমান যুগৰ আদি ভাগৰ পৰা বৰ্ত্তমানলৈকে নেতৃত্বস্থানীয় বুলি গ্ৰহণ কৰি আহিছে আৰু জীৱনৰ প্ৰায় ৪ দশকৰ কাৰ্য্যাৱলীৰে যি জন পুৰুষৰ জীৱনীয়ে তেওঁলোকৰ অন্তৰত চিৰসেউজীয়া স্মৃতি ৰেখাঙ্কিত কৰি ৰাখিছে, একে আষাৰতে কবলৈ গলে সেইজন হল লক্ষ্মীনাথ বেজবৰুৱা। স্বভাৱ-সুলভ অসমীয়া চাৰিত্ৰিক বৈশিষ্ট্য, দিগন্ত প্ৰসাৰী ব্যক্তিত্ব আৰু বহুমুখী প্ৰতিভাৰ উপৰিও ঐতিহাসিক পাণ্ডিত্য প্ৰতিভাৰে মোৱামৰীয়া মানৰ আক্ৰমণৰ পাচত পশ্চিমীয়া শাসন আৰু সভ্যতাৰ আগমনত অসমৰ এই যুগ সন্ধিক্ষণত বেজ-বৰুৱাই অসমীয়া সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত সূত্ৰধাৰী ৰূপে যি নিৰ্দ্দেশনা আৰু প্ৰস্তাৱনা কৰি গ'ল সেইয়া অসম বুৰঞ্জীৰ পাতত চিৰসমুজ্জ্বল আৰু স্বমহিমা হৈ আছে আৰু হৈ থাকিবও। বেজবৰুৱা স্বভাৱতে আছিল হাস্যৰসিক, কিন্তু তাৰ বাহিৰেও তেখেত আছিল ব্যঙ্গকাৰ, গল্পকাৰ,' নাট্যকাৰ, শিশু সাহিত্যিক, চিন্তাশীল প্ৰবন্ধকাৰ, কবি, সাংবাদিক আৰু ঔপ-ন্যাসিকো। এই সকলো বিধ ৰচনাৰ মাজেদি আমাক সততেই অনুপ্ৰাণিত কৰি থকা বেজবৰুৱা মানুহজন এজন অসমীয়া মানুহ, কথাৰ ছেৱত অসমীয়া হাঁহিত অসমীয়া, চুপতিত অসমীয়া, কবিতাৰ সুৰত অসমীয়া, কলা কৃষ্টি আৰু ধৰ্ম্মৰ কথাতো অসমীয়া। সেয়ে নহয়, তেখেতৰ ৰচনা-ৰাজিৰ অন্তৰালত যেন নিহিত আছে অসমীয়াই নিজৰ প্ৰাচীনতা বা ঐতিহ্যৰ গভীৰ উপলব্ধিৰে জাগৃত হৈ তাৰ লগত যোগ-সূত্ৰ ৰক্ষা কৰি বৰ্ত্তমানত নিজ জাতিটোক প্ৰতিষ্ঠা কৰি তোলাৰ এটি উদাত্ত আহ্বান। অসমীয়াত্ব বা অসমীয়াৰ বৈশিষ্ট্য বেজবৰুৱাৰ কাৰ্য্যকলাপ আৰু ৰচনাৰ মাজেদি যিমান উজ্জ্বল আৰু নিখুঁত ভাবে প্ৰকাশ পাইছিল, বেজবৰুৱাৰ সমসাময়িক আন এজন সাহিত্যিকৰ কাৰ্য্য কলাপ বা ৰচনা ৰাজিত তেনে উজ্জ্বল ভাৱে প্ৰকাশ পাইছিল বুলি আমি আঙুলিয়াই দিব নোৱাৰো। সেই কাৰণেই এই ক্ষেত্ৰত বেজবৰুৱা

সেই সন্ধিক্ষণৰ পৰা আজি পৰ্য্যন্ত অপ্ৰতিদ্বন্দ্বী আৰু অদ্বিতীয়। যুগৰ পাচত যুগৰ পৰিবৰ্ত্তন আছে, মূল সত্য বা মূল কথাৰ পৰিবৰ্ত্তন নহলেও বাহ্যিক ৰূপৰ এটি পৰিবৰ্ত্তন আছে। ইয়াক নুই কৰিব নোৱাৰি। কিন্তু লক্ষ্য ৰাখিব লাগিব যাতে নিজৰ সাংস্কৃতিক বৈচিত্ৰ্য বা মূল কথাবোৰ হেৰাই নেযায়। অতীত অসমৰ সভ্যতা সংস্কৃতিৰ ভাবধাৰা আৰু কাৰ্য্যাৱলীৰ লগত এটি যোগসূত্ৰ সংঘটিত কৰি ভবিষ্যতৰ কাৰণেও পন্থা নিৰ্দ্দেশ কৰি থোৱাতেই বেজবৰুৱাৰ কাৰ্য্যাৱলীৰ স্বৰ্ণসমুজ্জ্বল বৈশিষ্ট্য নিহিত আছে। যুগ সন্ধিক্ষণত এটা জাতিক সভ্যতা সংস্কৃতিৰ ক্ষেত্ৰত বা তেওঁলোকৰ সাংস্কৃতিক চিন্তাধাৰাৰ ক্ষেত্ৰত স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি নেতৃত্ব দিব পৰাটোৱেই হে প্ৰধান কথা। যুগ পৰিবৰ্ত্তনৰ সময়ত একোটা জাতিৰ নিজৰ সাংস্কৃতিক বৈশিষ্ট্য হেৰাই যাবৰ উপক্ৰম হয় আৰু এইদৰেই সাংস্কৃতিক বৈচিত্ৰ্য বা বৈশিষ্ট্য হেৰাই গলেই জাতিটোৰ স্বতন্ত্ৰতা বা জাতীয়তাও হেৰাই যায়। এনেদৰেই বহুতো মূধাফুটা জাতিৰ স্বতন্ত্ৰতা আৰু সভ্যতা সংস্কৃতি বিলোপ হৈ যোৱাৰ উদাহৰণ জগতৰ বুৰঞ্জীত আছে। বেজবৰুৱাই দক্ষতাৰে অসমীয়াৰ অসমীয়াত্ব তথা সাংস্কৃতিক বৈচিত্ৰ্য ৰক্ষা কৰি অতীতৰ লগত যোগ সূত্ৰ ঘটাই এই যুগ সন্ধিক্ষণত অসমীয়া জাতিটোৰ নেতৃত্ব কৰিছিল। এই খিনিতেই বেজবৰুৱাৰ ওপৰত ঐতিহ্যৰ প্ৰভাৱ তেখেতৰ জাতীয়তা বোধ আৰু ঐতিহাসিক পাণ্ডিত্যৰ কথা আহি পৰে।

বেজবৰুৱাৰ পিতৃদেৱ দীননাথ বেজবৰুৱা আৰু তেখেতৰ ঘৰখন দুটা যুগৰ দোমোজাত অৱস্থিত। মোৱামৰীয়া মানৰ আক্ৰমণত মধ্যযুগীয়া অসমীয়া সমাজ বিধ্বস্ত হল আৰু মধ্য যুগীয়া অসমীয়া আহোম শাসন তন্ত্ৰৰো অৱসান ঘটিল। আনহাতে পশ্চিমীয়া বৃটিছ শাসনৰ আগমনৰ লগে লগে পশ্চিমীয়া সভ্যতা আৰু ভাবধাৰাৰো পাতনি মেলিলে। বেজবৰুৱাৰ ঘৰখনে আহোম শাসন তন্ত্ৰৰ নীতি নিয়মেৰে পৰিপুষ্ট হোৱা এজন সম্ভ্ৰান্ত অসমীয়া ডাঙৰীয়া, আৰু বৃটিছ শাসনৰ আও-ভাও গ্ৰহণ কৰি প্ৰশাসকৰ দায়িত্ব লোৱা এজন সম্ভ্ৰান্ত আমোলা, এই দুয়োজনৰে ঘৰৰ ভূমিকা লৈছিল। অৰ্থাৎ দীননাথ বেজবৰুৱা অসমৰ শেষ ৰজা পুৰন্দৰ সিংহৰ এজন বিশ্বস্ত বেজবৰুৱা (ৰাজবৈদ্য) আছিল আৰু তাৰ পিচত বৃটিছ শাসনৰ আৰম্ভণিত এজন মুন্সেফ হৈছিল। তদুপৰি বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱা অসমীয়া সমাজৰো প্ৰতিনিধি-স্থানীয় এজন সম্ভ্ৰান্ত ডাঙৰীয়া আছিল। জন্মৰ কালৰ পৰা বেজবৰুৱাৰ ব্যক্তিত্বলৈ এফালেদি বৰঙণি আহিছিল তেখেতৰ পিতৃ পুৰন্দৰ সিংহৰ বেজবৰুৱা, বৃটিছ শাসনৰ মুন্সেফ আৰু মহাপুৰুষদ্বয়ৰ নিষ্ঠাবান ভক্ত পৰম বৈষ্ণৱ দীননাথ বেজবৰুৱাৰ পৰা আৰু আনফালেদি

তেখেতৰ মাতৃ, বৈষ্ণৱধৰ্ম্মৰ আনজন নিষ্ঠাবান ভক্ত, মহাপুৰুষৰ প্ৰতি পৰম আস্থাৱান অনন্ত কন্দলীৰ ঘৰৰ পৰম বিশিষ্ট বিপ্ৰ তনু বৰপূজাৰীৰ কন্যা থানেশ্বৰী দেৱীৰ পৰা । এই পিতৃ মাতৃৰ তত্বাবধানত এইখন ঘৰৰ মাজেদি ডাঙৰ দীঘল হোৱা বেজবৰুৱাৰ ব্যক্তিত্বক স্বাভাবিকতেই এফালেদি ঐতিহ্য আৰু জাতীয়তাবোধে গঢ় দিছিল আৰু আনহাতেদি পৰবৰ্ত্তী কালত কলিকতাত পোৱা পশ্চিমীয়া শিক্ষা আৰু পশ্চিমীয়া সভ্যতা সংস্কৃতিৰ পৰশে দিয়া বৈজ্ঞানিক চিন্তা প্ৰণালীয়ে কালৰ প্ৰভাৱত আহি পৰা অন্ধ বিশ্বাস আৰু কুসংস্কাৰ দূৰীভূত কৰি সেই ব্যক্তিত্বক নিৰ্ম্মল কৰি তুলিছিল।

জাতীয়তাবোধ বা দেশপ্ৰেম, স্বাভিমান আৰু আত্ম প্ৰতিষ্ঠাৰ বাবে কঠোৰ দৃঢ়তা অৱলম্বন, বেজবৰুৱাৰ চৰিত্ৰৰ মূল বৈশিষ্ট্য।

'বীণ বৰাগী' 'জনমভমি' আদি কবিতাত তেখেতৰ দেশৰ প্ৰতি ভাল পোৱা সুন্দৰ ভাব প্ৰকাশ পাইছে। বেজবৰুৱাৰ কবিতা কিয়, প্ৰায়বোৰ ৰচনাৰ মাজেদি দেশক ভালপোৱা, দেশৰ সকলো ভালপোৱা মনোভাব প্ৰকাশ পাইছে। অসমীয়াৰ প্ৰতি আনে বিদ্ৰূপ বা কিবা এটা বেয়া মন্তব্য কৰিলেই বেজবৰুৱাই তাৰ মুখ চাই সোপা ঠাহি দিছিল। এদিন বেজবৰুৱাক তেখেতৰ ঘৰতে এজন বঙালী ভদ্ৰলোকে অসমীয়া মানুহবোৰ এলেহুৱা বুলি কোৱাত বেজবৰুৱাই এই বুলি তাৰ সমিধান দি মানুহজনক ঠাহি দিছিল "বঙালী বিলাক সচাঁকৈয়ে বনুৱা হয়। কিয়নো তেওঁলোকে ৰ'দ টান হলে পিৰালিতে বহি দুৱাৰ মুখৰ গছনো ফাটিছেনে নাই চাই থাকিব। ৰ'দৰ তাপত গছৰ গা ফাটি গলেই, "বাপৰে বাপ কী কাঠ ফাটা ৰোদ" বুলি টিকা জপিয়াই উঠিব আৰু অসমীয়াই কৰিব কি? তেওঁলোকে ৰ'দ বৰষুণলৈ ভ্ৰূক্ষেপ নকৰি পথাৰত কোৰ মাৰিয়েই থাকিব, যেতিয়া চুৰিয়াৰ তলেদি ৰ'দৰ তাপ ভেজি টিকাত ধৰিবগৈ তেতিয়াহে তেওঁলোকৰ গম হয় ৰ'দ টান হৈছে বুলি। তেতিয়াহে টিকা ফটা ৰ'দ বুলি তেওঁলোকে কোৰৰ নাল এৰিব। এতেকে এলেহুৱানো কোন, অসমীয়া নে বঙালী "টিকা ফটা ৰ'দ" "কাঠ ফাটা ৰোদ"ৰ অন্বয়টো কৰিলেই ওলাই পৰে দেখোন। তেখেতৰ দেশৰ ভাল কথা বোৰৰ প্ৰতি কেনে গভীৰ আস্থা আছিল সেই কথা তেখেতৰ জীৱন সোঁৱৰণৰ পৰা এটা উদাহৰণ দাঙি ধৰিলেই স্পষ্ট হব। বেজবৰুৱাৰ পিতৃদেৱতা দীননাথ বেজবৰুৱাই তেখেতৰ পুতেকহঁতক বেজবৰুৱা বংশৰ প্ৰধান শিক্ষা বা বিদ্যা আয়ুৰ্ব্বেদ শাস্ত্ৰত পাৰদৰ্শী কৰিবলৈ অহোপুৰুষাৰ্থ কৰি বিফলমনোৰথ হৈছিল, বিশেষকৈ লক্ষ্মীনাথ বেজবৰুৱাৰ ক্ষেত্ৰতেই। বেজবৰুৱাই তেওঁলোকৰ বংশগত এই আয়ুৰ্ব্বেদ শিক্ষা অৱহেলা কৰাৰ কাৰণে পাচত অনুতাপত দগ্ধ হৈছিল। তেখেতে নিজেই এই বিষয়ে

লিখা কথা খিনিৰ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰি। তেখেতে লিখিছে "বান্দৰে মুকুতা মালাৰ মোল নুবুজাৰ দৰে, সেইকালত মই তাৰ মোল নুবুজি অৱহেলা কৰিছিলোঁ। মোৰ মনত হৈছিল আচল বিদ্যাতো ইংৰাজী শাস্ত্ৰ বিদ্যা আৰু চিকিৎসা বিদ্যা শিকিব লাগে যদি পাশ্চাত্য এলোপেথিক ডাক্তৰী বিদ্যা লাগে। দেশীয় বেজৰ বিদ্যা বিদ্যাই নহয়। দেশীয় বেজালি বিদ্যা ঊনবিংশ শতাব্দীত বাতিল, অসাৰ্থক আৰু অলাগতিয়াল। এনে মূৰ্খামিৰ ভাবেৰে পৰিপুষ্ট হৈ মই তাৰ ওচৰ নাচাপিছিলোঁ। এইবাবে এতিয়া মোৰ মনত কেনে অনুতাপ হয়, তাক ঈশ্বৰে জানে আৰু মই জানো। কি সুবিধাকে মই হেলাতে হেৰুৱাইছিলোঁ। কি ৰত্নকে বুটলি নলৈ মই ভৰিৰে ঠেলি পেলাইছিলোঁ। দেউতা ৰজাঘৰীয়া বেজ। অসমৰ শেষ ৰজা পুৰন্দৰ সিংহই পিতৃদেৱতাক ৰাজসভাত ৰীতিমতে বৈদ্যশাস্ত্ৰত পৰীক্ষা কৰাই, ৰজা ঘৰীয়া বেজৰ পদ প্ৰাৰ্থী সকলৰ ভিতৰত শ্ৰেষ্ঠ স্থান দি নিয়ম মতে কামাখ্যাৰ মন্দিৰত শপত খুৱাই লৈ নিজৰ বেজবৰুৱা পাতিছিল। এনে জনৰ পৰা আয়ুৰ্ব্বেদ শিকিবলৈ সুবিধা পাই তাক অৱহেলা কৰিছিলো মই ইংৰাজ সভ্যতাৰ জকমকীয়া মোহত পৰি।" বেজবৰুৱাই জীৱন সোঁৱৰণত এই কথা খিনিৰ সমৰ্থনত ৰবীন্দ্ৰনাথ ঠাকুৰৰ Nationalism সম্পৰ্কে কোৱা তাৎপৰ্য্যপূৰ্ণ কথা অনপমান পাদ টীকাত উদ্ধৃত কৰিছে। উপৰোক্ত কথাখিনি আৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ এই উদ্ধৃতিয়েই তেখেতৰ অন্তৰত গভীৰভাবে ঠাই লোৱা জাতীয়তাবোধ বা নিজৰ দেশৰ ধৰণ কৰণ, ৰীতি নীতি আৰু আচাৰ অনুষ্ঠানৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাৰ নিদৰ্শন দাঙি ধৰে। যুগ সন্ধিক্ষণত জাতীয়তাবোধ আৰু নিজৰ ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাহীন হৈ মানুহবোৰ চঞ্চল, বিজতৰীয়া আৰু তৰাং হয়। বেজবৰুৱাই উদ্ধৃত কৰা ৰবীন্দ্ৰ নাথ ঠাকুৰৰ এই উক্তিটোত সেই কথা স্পষ্ট হৈছে।

"In man's history there comes age of fireworks which dazzle us by their force and movement: They laugh not only at our modest household lamps but also at the eternal stars. But let us not for that provocation be precipitated in our desire to dismiss our lamps. Let us patiently bear our present insult and realize that these fireworks have splendour but not permanence, because of the extreme explosiveness which is the cause of their power and also of their exhaustion. They are spending a fatal quantity of energy and substance compared to their gain and production"—'Nationalism' by Rabindra Nath Tagore.

বেজবৰুৱাৰ এই জাতীয়তাবোধ বা দেশাত্মবোধত ইন্ধন যোগাইছিল তেখেতৰ স্বাভিমানে। বেজবৰুৱাই বিয়া কৰাইছিল বিখ্যাত ৰবীন্দ্ৰনাথ ঠাকুৰ পৰিয়ালত। সেই সময়ত বঙ্গদেশৰ এই ঠাকুৰ পৰিয়াল সমগ্ৰ ভাৰত বৰ্ষতে শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰত আগবঢ়া আছিল। গতিকেই বেজবৰুৱাৰ স্বাভিমান যদি প্ৰবল নহ'লহেঁতেন তেনেহ'লে সহজেই বেজবৰুৱা বিখ্যাত দ্বাৰকানাথ ঠাকুৰ পৰিয়ালৰ আগত জোৰৰ আগত বন্তিৰ দৰেই নিষ্প্ৰভ হৈ গ'লহেঁতেন। কিন্তু বেজবৰুৱাই নিজৰ ব্যক্তিত্বৰ চুলিগছ মানো ক্ষুণ্ণ হবলৈ নিদিলে। এই সম্পৰ্কত তেখেতৰ পূজনীয় এজন বঙালী শিক্ষাগুৰু চন্দ্ৰমোহন গোস্বামীৰ এটি পৰামৰ্শ বেজবৰুৱাই জীৱন সোঁৱৰণত শ্ৰদ্ধাৰে স্মৰণ কৰিছে। তেখেতৰ শিক্ষাগুৰু চন্দ্ৰমোহন গোস্বামীয়ে এদিন কলিকতাত লগ পাই বেজবৰুৱাক কৈছিল 'ঠাকুৰবাৰীত তুমি বিয়া কৰাই ভাল কৰিছা। মই বৰ সন্তোষ পাইছোঁ। তেওঁলোকৰ পৰিয়াল বঙ্গদেশত বৰ aristocratic ( সম্ভ্ৰান্ত )। কিন্তু সেইবুলি তুমি তেওঁলোকৰ আগত এচলু মানো হীনতা অনুভৱ প্ৰকাশ নকৰিবা। কাৰণ এইটো মনত ৰাখিবা যে তেওঁলোকৰ দেশত তেওঁলোক বংশগৌৰৱত যেনেকৈ ডাঙৰ তোমাৰ দেশতো তুমি তেনেকুৱা।' মই অশ্ৰু গদ্ গদ্ লোচনেৰে মূৰ দোঁৱাই তেওঁৰ কথাৰ মৰ্য্যাদানুভৱ কৰি appreciation জনালোঁ।' দৰাচলতে appreciation জনোৱাই নহয় এই সাৰগৰ্ভ পৰামৰ্শ তেখেতে আখৰে আখৰে পালন কৰিছিল। তেখেতে নিজৰ সন্মান যি অক্ষুণ্ণ ৰাখিছিলেই অসমীয়া মাত্ৰৰেই সন্মান ৰক্ষা কৰিবলৈ অকণো ত্ৰুটী কৰা নাছিল। একোটাহঁত সাধাৰণ ঘটনাৰ পৰাই বেজবৰুৱাৰ এই স্বজাতি প্ৰীতি বা জাতীয় সন্মানবোধ কিমান গভীৰ আছিল ভালকৈয়ে উপলব্ধি কৰিব পৰা যায়। ঠাকুৰ পৰিয়ালৰ ঘৰত বছৰি আদি ব্ৰাহ্ম সমাজৰ যি মহোৎসৱ পাতে তালৈ দুই ধৰণৰ নিমন্ত্ৰণ কাৰ্ডেৰে নিমন্ত্ৰণ কৰা হয়। বগা কাৰ্ডৰ দ্বাৰাই বঙ্গদেশৰ উচচ পদাধিকাৰী আৰু অতি সম্ভ্ৰান্তলোকে সকলক মতা হয়। তেওঁলোকে ওপৰ মহলাত বহিবলৈ আসন পায়। ৰঙা কাৰ্ডৰ দ্বাৰাই যি সকলক নিমন্ত্ৰণ কৰে তেওঁলোকে চোতালত বহিবলৈ আসন পায়। এবাৰ এইদৰে ৰঙা কাৰ্ডেৰে নিমন্ত্ৰণ পোৱা কেইজনমান অসমীয়া ডেকাক চোতালত বহিবলৈ যোৱা দেখা পায়েই বেজবৰুৱাই নামি আহি তেওঁলোকক ওপৰ মহলালৈ লৈ গৈ সম্ভ্ৰান্ত লোকসকলক চিনাকি কৰি দি কলে, "এই কেইজন মোৰ দেশৰ ডেকা। তলত কিয় বহিব? এতিয়া একোটোপা চাহ দিয়াইক।" বেজবৰুৱাৰ কথা শুনা মাত্ৰেই এই ডেকা কেইজনক ভালকৈ সোধপোচ কৰা হ'ল। এয়ে নহয়, বেজবৰুৱাই যি কথাৰ সপক্ষে মত প্ৰকাশ কৰে বা কলম ধৰে

সেই কথা প্ৰতিষ্ঠা নকৰালৈকে ক্ষান্ত নাথাকে। অসমীয়া ভাষা যে বঙালী ভাষাৰ উপভাষা নহয়, আৰু অসমীয়া ভাষা সাহিত্য যে বঙলা ভাষা সাহিত্যৰ দৰে স্বতন্ত্ৰ আৰু শিৰফুটা তাৰ কাৰণে ঠাকুৰ পৰিয়ালৰ লগতো তেওঁ কম যুঁজিব লগা হোৱা নাছিল; আৰু শেহত স্বয়ং ৰবীন্দ্ৰনাথ ঠাকুৰেও বেজবৰুৱাৰ এই যুক্তি সমৰ্থন কৰিবলৈ বাধ্য হৈছিল।

বেজবৰুৱাই তেখেতৰ প্ৰায়বোৰ ৰচনাৰ মাজেদি পাঠকৰ অন্তৰত দেশাত্মবোধ বা জাতীয়তাবোধ জগাই তুলিবৰ কাৰণে প্ৰয়াস কৰিছে। 'বীণ ব'ৰাগী'ত অভিনৱ কৌশলেৰে দেশ প্ৰেম জগাই তুলিছে। করুণ ৰসেই জীৱনৰ প্ৰধান ৰস; আন হাতেদি এই কৰুণতাই অন্য ৰূপত আনি দিব পাৰে প্ৰেম। সেই কাৰণেই কৰুণ ৰসৰ যোগেদি প্ৰেম জগাই তুলিব পাৰিলে সি অধিক গভীৰ আৰু স্থায়ী হয়। 'বীণবৰাগী' কবিতাত কবিয়ে প্ৰথমতে দেশৰ শোকাবহ, কৰুণ চিত্ৰেৰে পাঠকক শোকাভিভূত কৰি তেওঁৰ অন্তৰত দেশৰ প্ৰতি প্ৰেম অধিক গভীৰ কৰি তুলিছে। তাৰ পাচতহে দেশৰ গৌৰৱপূৰ্ণ ঐতিহ্য সুঁৱৰি গৌৰৱান্বিত হবলৈ সুবিধা দিছে। এই খিনিতে বেজবৰুৱাক ভুল বুজিব নালাগিব। বেজবৰুৱা কুসংস্কাৰাচ্ছন্ন নহয়; অসমীয়াৰ যিবোৰ কথা বেয়া, সেইবিলাক কথা বেজবৰুৱাই কৃপাবৰৰ ৰূপ লৈ তীব্ৰভাবে ব্যঙ্গ কৰি সংশোধন কৰিবলৈ চেষ্টা কৰিছে। তদুপৰি তেখেতৰ জাতীয় বোধে তেখেতক সৰ্ব্বভাৰতীয় ঐক্যবোধ বা মানৱতাবোধৰ পৰা আঁতৰাই আনিব পৰা নাই। বহুতো উদাহৰণেৰে এই কথা প্ৰকাশ কৰি দেখুৱাব পাৰি। মুঠতে বেজবৰুৱাৰ জাতীয়তাবোধত এটা কথা স্পষ্ট হৈ আছে যে তেখেতে ক্ষুদ্ৰৰ পৰা বৃহত্তলৈ আগুৱাই গৈছে, অৰ্থাৎ প্ৰথমেই তেখেত অসমীয়া, তাৰ পাচতহে এজন ভাৰতবাসী বা বিশ্ববাসী মানৱ। 'ভদৰী', 'নকওঁ', 'আমালৈ নাপাহৰিবা' আদি গল্পত সাৰ্ব্বজনীন ভাবৰ অপূৰ্ব্ব সমাবেশ, অথচ 'ভদৰী', 'জয়ন্তী', 'নকওঁ' আদি গল্পত একোটাইঁত Typical অসমীয়া চৰিত্ৰ প্ৰকাশ হৈছে। এই চৰিত্ৰবোৰ অসমৰ পটভূমিতহে সম্ভৱপৰ। জগতৰ সকলো শ্ৰেষ্ঠ সাহিত্যতেই দেখা যায় যে একোটা নিৰ্দ্দিষ্ট জাতি আৰু একোটা ভৌগোলিক অৱস্থানৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ সীমাৰেখা এৰাই গৈ কোনো সাহিত্যই সাৰ্ব্বজনীনতা লাভ কৰিব পৰা নাই। ছেকচ্‌পিয়েৰৰ হেমলেটৰ চৰিত্ৰক ডেনমাৰ্কৰ পৰা আতঁৰাই, মেকবেথক স্কটলেণ্ডৰ পৰা আঁতৰাই, কিং লিয়েৰক ৰবাচী দেশৰ পৰা আঁতৰাই থোৱা সম্ভৱ নহয়। অথচ এইবোৰ চৰিত্ৰই সৰ্ব্বযুগৰ আৰু সৰ্ব্বস্থানৰ সাহিত্যিকক আস্বাদ দি আহিছে। কালিদাস, ভৱভূতি, বাল্মীকি, বা বেদব্যাসৰ চৰিত্ৰ-ৰাজি অকল ভাৰতৰেই সাহিত্যিক সম্পদ নহয়, ই সৰ্ব্বযুগৰ আৰু সৰ্ব্বস্থানৰ সাহিত্য সম্পদ। বেজ-

বৰুৱাই অসম দেশখনক আৰু অসমৰ ঐতিহ্যক কিমান ভাল পাইছিল আৰু কিমান ভালদৰে জানিছিল তাক শিৱসাগৰৰ বৰ্ণনা দিওঁতেই ওলাই পৰিছে। শিৱসাগৰৰ সৌন্দৰ্য্য বৰ্ণনা কৰিবলৈ যাওঁতে তেখেতে মহাপুৰুষৰ ৰচনাৰ পৰা উদ্ধৃতি দিহে সেই সৌন্দৰ্য্য বৰ্ণনা কৰিছে। জীৱন সোঁৱৰণত তেখেতে শিৱসাগৰৰ কথা লিখিছে "যি হওক অতি শীঘ্ৰে শিৱসাগৰৰ সম্পৰ্কে বিৰাগৰ এনে ভাব মোৰ মনৰ পৰা আতৰি তাৰ ঠাই অনুৰাগে অধিকাৰ কৰিলে। তাৰ কাৰণ শিৱসাগৰৰ বিশাল বিত্তোপন বৰপুখুৰী আৰু তাৰ পাৰত ওখ ডাঙৰ দৌল তিনিটা। শঙ্কৰদেৱৰ ভাষাৰে কবলৈ গলে—

"সুবৰ্ণ ৰজত লোহা জলে তিনি শৃঙ্গ।
চক্ষুত জমক লাগে দেখিতে বিৰিঙ্গ ॥"

এই দৌল তিনিটাৰ বিষ্ণু দৌল আৰু দেৱী দৌল, দুকাষৰ এই দ'ল দুটাত যদিও ৰজতৰ শৃঙ্গ নাথাকি লোৰ চক্ৰ আৰু ত্ৰিশূলে সেই কাম কৰিছে, মাজৰটোৰ অৰ্থাৎ শিৱদ'লৰ ওপৰত "চকুত জমক লগোৱা বিৰিঙ্গ।শৃঙ্গই তিৰিমিৰি কৰি দশোদিশ প্ৰকাশি"যে শিৱসাগৰৰ মহিমা উজ্জল কৰি ৰাখিছে, তাক এশখন মুখেৰে কব পাৰি। সুশীতল নিৰ্ম্মল জলেৰে চেপৃচপীয়া কৰি শিৱসাগৰৰ বৰপুখুৰীটাকে। সাগৰৰ সন্মান দি শ্ৰীশঙ্কৰদেৱৰ অমৃতময় ভাষাতে আকৌ এইদৰে বৰ্ণাব পাৰি—

'তাহাৰ মাঝে সৰোবৰ এক।
সাগৰ সঙ্কাশ দেখি প্ৰত্যেক ॥
সুবৰ্ণময় পদ্ম আছে জুৰি।
ভ্ৰমৰে মধু পিয়ে তাত পৰি ॥
ৰাজহংস আদি যতেক পক্ষী।
পৰি পৰি থাকে নাযায় উপেক্ষি ॥'

এনেবিধৰ বৰ পুখুৰীটোৱেও অচিৰতে মোৰ মন হৰণ কাৰ্য্য সম্পাদন কৰিলে।" ইয়াৰ বাহিৰেও কোৱালসুঁতীয়া আৰু 'মানুহ পৰিমৰা' ওখ পাৰেৰে দিখৌ নৈয়ে, দিখৌৰ সিপাৰৰ ৰংঘৰ, তলাতল ঘৰ আৰু কাৰেংঘৰে আৰু জয়সাগৰৰ দৌল আৰু প্ৰকাণ্ড পুখুৰীয়েও দুপতীয়া বেজবৰুৱাৰ মন হৰণ কৰি শিৱসাগৰখন তেওঁৰ কাৰণে আনন্দ সাগৰ আৰু ৰংপুৰ ৰঙৰ আলয় কৰি দিলে। দেশৰ ঐতিহাসিক সম্পদ আৰু ঐতিহ্যই বেজবৰুৱাৰ দুপতীয়া মনতেই এইদৰে প্ৰভাৱ বিস্তাৰ কৰি যি দেশ-প্ৰেমৰ ভাব অঙ্কুৰিত কৰিছিল, পাচলৈ সিয়েই জাতীয়তা ভাবৰ মহামহীৰুহত পৰিণত হ'ল।

দেখা যায় যে কি চিন্তাশীল, কি ধেমেলীয়া চৰিত্ৰৰ মুখত বেজবৰুৱাই সততে মধ্যযুগীয়া অসমীয়া সাহিত্যৰ উদ্ধৃতি দিছে সিহঁতৰ চাৰিত্ৰিক বৈশিষ্ট্য ফুটাই তুলিছে।

মহাপুৰুষ শঙ্কৰদেৱ মাধৱদেৱ প্ৰবৰ্ত্তিত মধ্যযুগীয়া নববৈষ্ণৱ ধৰ্ম্মৰ সম্পৰ্কত এতিয়াও সন্দিগ্ধস্থলত বেজবৰুৱাৰ সিদ্ধান্ত আৰু মন্তব্যই প্ৰণিধান যোগ্য আৰু প্ৰামাণ্য। দৰাচলতে অসমীয়া জাতীয় জীৱনৰ প্ৰাণবায়ু প্ৰবাহিত ধমনীস্বৰূপ মহাপুৰুষ শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱক আৰু তেওঁলোক সকলৰ প্ৰবৰ্ত্তিত নববৈষ্ণৱ ধৰ্ম্মক আধুনিক যুগৰ লগত সু-প্ৰতুল আৰু অবিচেছদ্য ভাবে সংযোগ কৰি দিলে লক্ষ্মীনাথ বেজবৰুৱাই। ইয়াৰ বাবে বেজবৰুৱাৰ প্ৰস্তুতি হৈছিল তেখেতৰ পিতৃ দীননাথ বেজবৰুৱাৰ তলত আৰু দীননাথ বেজবৰুৱাৰ ঘৰখনত। দীননাথ বেজবৰুৱাৰ এইখন ঘৰৰ লগত কমলাবাৰী, জৰাবাৰী আদি কৰি সত্ৰবোৰৰ ঘনিষ্ঠ সমন্ধ আছিল। গুৰু দুজনাৰ তিথি, বৰসবাহ, পালনাম, বিভিন্ন পূজা-পাৰ্ব্বণ আদি এইখন ঘৰত সততেই হৈছিল। তদুপৰি দৈনিক প্ৰসঙ্গ বোৰো দীননাথ বেজবৰুৱাৰ পুত্ৰ সকলে ঘৰত যথানিয়মে কৰিব লগীয়া হৈছিল। পিতৃ দীননাথ বেজবৰুৱাৰ নিত্য নৈমিত্তিক কাৰ্য্যপন্থা আৰু সৰুকালতেই নিজেও পালন কৰা বৈষ্ণৱ ধৰ্ম্ম সম্পৰ্কীয় নিত্য নৈমিত্তিক অনুষ্ঠানবোৰে বেজবৰুৱাৰ অন্তৰত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি এটি গভীৰ আস্থা আৰু শ্ৰদ্ধা আনি দিছিল। এই আস্থা আৰু শ্ৰদ্ধাই বৈষ্ণৱ ধৰ্ম্ম আৰু বৈষ্ণৱ ধৰ্ম্মক কেন্দ্ৰ কৰি গঢ়ি উঠা সংস্কৃতিক পৰবৰ্ত্তী কালত অধ্যয়ন কৰিবলৈ বেজবৰুৱাক এক অনুপ্ৰেৰণা দিলে। এই প্ৰেৰণা জনিত অধ্যয়নৰ ফলত বেজবৰুৱাই বৈষ্ণৱ ধৰ্ম্ম তথা সংস্কৃতিৰ ওপৰত যি পাণ্ডিত্য আৰ্জ্জন কৰিলে তাৰেই দক্ষতাৰে অসমীয়া জাতিটোক এক বিপদসঙ্কুল সন্ধিক্ষণত নেতৃত্ব দি গ'ল। আমাৰ মধ্যযুগীয় সাহিত্যত সমালোচনা, তুলনা আৰু বিশ্লেষণ কাৰ্য্যৰ অভাৱ আছিল। এই সমালোচনাশীল, তুলনাশীল আৰু বিশ্লেষণশীল প্ৰতিভাৰ ভাৰতলৈ আগমন হয় ইউৰোপৰ পৰা। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ আৰু তেওঁলোক সকলৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মক সমালোচনাত্মক, তুলনাত্মক আৰু বিশ্লেষণাত্মক চৰ্চ্চাৰ এটি সুস্থ ভেটি প্ৰথমতে বেজবৰুৱা ডাঙৰীয়ায়ে প্ৰতিষ্ঠা কৰে।

বেজবৰুৱাৰ সাহিত্যত সাহিত্যিক মূল্য নিৰূপণ কৰিবলৈ কোনো কোনোৱে একো বিচাৰি নাপায় বুলি কোৱাও আমি কেতিয়াবা শুনিবলৈ পাইছোঁ। বিভিন্ন সাহিত্যৰ জুটি লোৱা, অথচ সেই সাহিত্যৰ ভাৱ গ্ৰহণ কৰি তাক হজম কৰি অসমীয়া ৰূপ দিব নোৱাৰা, অজীৰ্ণ ৰোগীৰ নিচিনা অথবা বেজবৰুৱাৰ ভাষাৰে ডিচ্‌পেপ্‌চিয়া ৰোগীৰ ভূমিকা লোৱা সাহিত্যিকৰ

অসমীয়া সাহিত্যিক সকলৰ মাজত অভাৱ নাই। সঁচা কথা বেজবৰুৱাৰ সকলো ৰচনাই উচ্চমান বিশিষ্ট নহয়। তথাপিও তেখেতৰ সাহিত্য ৰাজিৰ মাজত উচ্চ মানদণ্ড নিশ্চিত সাহিত্যৰো অভাৱ নাই। বেজবৰুৱাই ইংৰাজী আৰু বঙলা সাহিত্য যথেষ্ট অধ্যয়ন কৰিছিল আৰু সেইবোৰৰ পৰা ভাব আনি তাক সম্পূৰ্ণ অসমীয়া ৰূপত দক্ষতাৰে প্ৰকাশ কৰিছিল। পশ্চিমীয়া ভাবাদৰ্শ বিশেষকৈ ৰোমাণ্টিক ভাৱাদৰ্শৰ সেই প্লাৱনৰ সময়ত তেখেতৰ ৰচনা ৰাজিৰ মাজেদি অসমীয়াত্ব তথা ভাৰতীয়ত্ব সমুজ্জ্বল ভাবে স্বাক্ষৰিত কৰি ৰাখিছিল।

নিজৰ ধৰণ কৰণ, ৰীতি নীতি এৰি অৰ্দ্ধশিক্ষিত যি সকলে পশ্চিমৰ পৰা অহা নতুন সভ্যতাৰ জক-মকীয়া মোহত পৰি চোৰা কাউৰীয়ে ম'ৰাৰ পাখি গুজি ম'ৰা হবলৈ চেষ্টা কৰাৰ দৰে আধুনিক বোলাবলৈ যত্ন কৰিছিল, সেইসকলক বেজবৰুৱাই ব্যঙ্গাত্মক ৰচনাৰে থকাসৰকা কৰিছিল। ভোকেন্দ্ৰবৰুৱা, জগৰামগুলৰ প্ৰেমাভিনয় আদি বেজবৰুৱাৰ এই পৰ্য্যায়ৰ ৰচনা। আন সাহিত্যৰ পৰা ভাব গ্ৰহণ কৰি সাহিত্য ৰচনা কৰাত কোনো দোষ হব নোৱাৰে। কিন্তু নিজৰ সাহিত্যত সেই ভাব আদৰ্শই জতুৱা ৰূপ গ্ৰহণ কৰি মিলি যাব লাগিব। বেজবৰুৱাৰ কথাই নাই, জোনাকী যুগৰ প্ৰায় সকলো কবি সাহিত্যিকেই এই কাৰ্য্যত দক্ষতাৰে পৰিচয় দি গৈছে। ভাওনি-কোৱৰ আনন্দচন্দ্ৰ আগৰৱালাৰ 'জিলিকনি' নামৰ কবিতা পুথি খনিৰ প্ৰায়বোৰ কবিতাই ইংৰাজী কবিতাৰ ভাঙনি। কিন্তু এইবিলাক কবিতা পঢ়িলে ইয়াৰ কাব্যিক উচ্ছ্বাস আৰু প্ৰাঞ্জল জতুৱা ভাষাই আমাক এই কবিতাবিলাক ইংৰাজী কবিতাৰ ভাঙনি বুলি ভাবিবলৈ অৱকাশ নিদিয়ে। বেজবৰুৱাই তেখেতৰ ৰচনা ৰাজিতো ইংৰাজী আৰু আন সাহিত্যৰ পৰা ভাব আৰু চৰিত্ৰৰ আদৰ্শ গ্ৰহণ কৰিছে; কিন্তু চাৰিত্ৰিক বৈশিষ্ট্য, কথা বতৰা, সাজপাৰ আৰু ভাৱে ভাষাই এই চৰিত্ৰ আৰু ভাৱবোৰক বেজবৰুৱাই সম্পূৰ্ণ অসমীয়া ৰূপত প্ৰকাশ কৰিছে। উদাহৰণ স্বৰূপে, বেজবৰুৱাই চক্ৰধ্বজ সিংহ নাটকত মহাকবি চেক্সপিয়েৰৰ ষষ্ঠ হেনৰি নাটকৰ ধেমেলীয়া চৰিত্ৰ ফলষ্টাফ্ আৰু তেওঁৰ লগৰীয়া সকলৰ অনুসৰণত গজপুৰীয়া আৰু তেওঁৰ লগৰীয়া প্ৰিয়ৰাম আদিৰ চৰিত্ৰ অঙ্কণ কৰছে। বেজবৰুৱাই অনুসৰণহে কৰিছে অনুকৰণ কৰা নাই। কথা বতৰা, পৰিবেশ আৰু চাৰিত্ৰিক বৈশিষ্ট্যৰে বেজবৰুৱাই গজপুৰীয়া আৰু প্ৰিয়ৰামক একোজন মধ্যযুগীয়া অসমীয়া মানুহলৈ ৰূপান্তৰ কৰিছে। এই চৰিত্ৰ কেইটাৰ গাত অকণো বিদেশী প্ৰভাৱ পৰিলক্ষিত হোৱা নাই। বেজবৰুৱাৰ দেশপ্ৰেম আৰু জাতীয়তাবোধ যেনেকৈ কবিং কুটী তেনেকৈয়ে অসম দেশখনৰ সকলো কথাই তেওঁৰ নখদৰ্পণত কবিং-

ফুটাকৈ জিলিকি আছিল। অসমৰ নৈ, বিল, জান, জুৰি, হাবি, বননি, গছ, লতা, দৈ, খৰিচা, কাহ্নদী-খাৰলি কুজী ঠেকেৰা আদি কৰি এইদেশৰ সকলো কথা জনাৰ উপৰিও অসমীয়া মানুহকো ভৰিৰ বুঢ়া আঙুলিৰ পৰা মূৰৰ চুলিগছ পৰ্য্যন্ত বিশদৰূপে জানিছিল। সেই কাৰণেই আন সাহিত্যৰ পৰা কোনো চৰিত্ৰ বা ভাব আনি বেজবৰুৱাই সাহিত্যত ব্যৱহাৰ কৰিলে তাক সম্পূৰ্ণ অসমীয়া কৰিব পাৰিছিল।

কথাসাহিত্যত বেজবৰুৱাৰ ৰচনাশৈলীৰ আন এটি বৈশিষ্ট্য হল তেখেতৰ ৰচনা এফালে যেনেকৈ প্ৰাঞ্জল আনফালে অসমীয়া জতুৱা ঠাঁচ আৰু সুৰেৰে আমাৰ প্ৰাণ-স্পৰ্শী। কবিতাৰ ক্ষেত্ৰতো তেখেতৰ কবিতাত পাহৰি যাব খোজা অসমীয়াৰ নিজস্ব সুৰ আৰু লয় (Diction) ৰজনজনাই আছে। আমাৰ নিজস্ব কাব্যৰ সুৰ আৰু কথাৰ ঠাচৰ পৰা বহুত আতঁৰি অহা অসমীয়া কবি সাহিত্যিক সকলৰ কাৰণে বেজবৰুৱাৰ কবিতাৰ এই দিশটো কম তাৎপৰ্য্যপূৰ্ণ নহয়। বেজবৰুৱাৰ সকলো কবিতাই যে উৎকৃষ্ট এই কথা কব নোৱাৰি আৰু বেজবৰুৱাই নিজেও এই কথা কোৱা নাই। তথাপি বেজবৰুৱাৰ কবিপ্ৰিয়া, মালতী, বেলাড-জাতীয় ধনবৰ ৰতনী আদি বিদ্যমান কবিতা অমৰ। (সেই সময়ত অসমীয়াত উচচ পৰ্য্যায়ৰ কবিতা ৰচনা যে কৰিব পাৰি এই ধাৰণাই অসমীয়া লোকৰ নাছিল)। আধুনিক যুগৰ আধুনিক শিক্ষাৰে শিক্ষিত কোনো অসমীয়া কবিয়ে ধনবৰ ৰতনীৰ নিচিনা লোকগীতি পৰ্য্যায়ৰ গীতি কবিতা ৰচনা কৰিব পৰাটোত সম্পূৰ্ণ সন্দেহৰ অৱকাশ আছে। এনে লোকগীতি পৰ্য্যায়ৰ কবিতা ৰচনা কৰিবলৈ কবিজনাৰ লোকগীতৰ লগত জড়িত থকা লোকসকলৰ প্ৰতি থাকিব লাগিব অনাবিল প্ৰেম, তেওঁলোকৰ জীৱন যাত্ৰাৰ প্ৰতি আস্থা আৰু সহানুভূতি, তেওঁলোকৰ পৰিবেশৰ লগত পৰিচয় আৰু সেইসকল লোকৰ দৰেই সহজ সৰল অন্তৰেৰে, প্ৰাঞ্জল আৰু হৃদয়স্পৰ্শী ভাষাৰে তেওঁলোকৰ কথা প্ৰকাশ কৰিব পৰা দক্ষতা। অসমৰ প্ৰকৃতিৰ বুকুৰ পৰা বুটলি লোৱা উপমা, অসমীয়াৰ জীৱন যাত্ৰাৰ পৰা আহৰণ কৰি লোৱা ভাব আৰু অসমীয়া ঠাঁচ আৰু সুৰে ধনবৰ ৰতনী' কবিতাক যেনেকৈ এহাতে জাতীয় সাহিত্যৰ পৰ্য্যায়-ভুক্ত কৰিছে আনহাতে ধনবৰ ৰতনীৰ প্ৰণয় কাহিনীৰ প্ৰতি থকা অনুভূতিৰ গভীৰতাই ইয়াক শ্ৰেষ্ঠ ৰসাত্মক কবিতালৈ উন্নীত কৰিছে। অসমীয়া মানুহ বাৰী পতাত নিপুণ; অতি কষ্টেৰে আৰু অতি হেপাহেৰে জীৱনৰ কাৰণে একোখন মনোৰম বাৰী পাতি লয়। এনেকুৱা এখন মনোৰম বাৰীৰ প্ৰতি গৰাকীজনৰ মৰম কিমান তাক বাৰীখন পাতি লোৱা জনৰ বাহিৰে আনে উপলব্ধি কৰিব নোৱাৰে।

(অসমীয়া মানুহে বুজিব পাৰিলেও অনা-অসমীয়া এজনে এই কথা বুজিব নোৱাৰে; কাৰণ বাৰীপতা কথাটো মোমাই তামুলী বৰবৰুৱাৰ দেশ অসমৰ মানুহেহে ভালকৈ বুজি পায়)। নৈৰ গতি ওচৰ চাপি আহি যেতিয়া এনেকুৱা এখন মনোৰম বাৰীক গৰাখহনীয়াই আক্ৰমণ কৰিবলৈ লয় তেতিয়া গিৰিহঁতে অতি কষ্টেৰে সেইখন বাৰী এৰি আন ঠাইলৈ যাব লগা হয়। চপৰা চপৰে গৰাখহনীয়াত এই বাৰীখন বিধ্বস্ত হোৱাৰ দৃশ্য গিৰিহঁত জনৰ কাৰণে কেনে শোকাবহ সি বৰ্ণনাৰ অতীত। ধনশিৰীৰ মুখৰ ৰতনীয়ে এৰি থৈ যোৱাৰ পাচত ব্ৰহ্মপুত্ৰৰ পাৰত বহি ৰতনীৰ বিৰহত জহি খহি যোৱা ধনবৰৰ হতুৱাই বেজবৰুৱাই মৰ্ম্মস্পৰ্শী ভাষাৰে কোৱাইছে :—

"নৈৰে পাৰতে কাৰে এৰাবাৰী
চপৰা চপৰে খহে,
লুইতৰ পাৰতে কাৰে ধনবৰ
ৰতনীৰ বেজাৰত জহে।"

বেজবৰুৱাৰ এনে বহুতো উদাহৰণ আছে, য'ত এই উপমা বিলাকে অসমীয়াত্বৰ অপূৰ্ব্ব সমাবেশ কৰিছে আৰু আনফালে ৰসোত্তীৰ্ণ কৰি ইয়াক শ্ৰেষ্ঠ সাহিত্যৰ পৰ্য্যায়লৈ উন্নীত কৰিছে। বেজবৰুৱাই তেওঁৰ মালতীৰ দাঁতৰ সৌন্দৰ্য্য বৰ্ণনা কৰিবলৈ উপমা বিচাৰি কুন্দফুল, ডালিমৰ গুটি, মুকুতা মণিৰ ওচৰলৈ যোৱা নাই :—

"পাৰতে কহুৱাৰ ফুলে চিকেমিকায়
পানীতে ফটিকৰ জোল;
মালতীৰ হাঁহিতে দাঁতে চিকেমিকায়
দেখোতেই আমোল মোল।"

"ফটিকৰ জোল", 'আমোল মোল' আদি বাক্যাংশৰ প্ৰয়োগত কবি জাতে পাতে অসমীয়া। বেজবৰুৱাৰ ভাষাৰে কবলৈ গলে—অসমৰ যিটো 'সুৰীয়া মাত', সেই সুৰীয়া মাতৰ স্পন্দন বেজবৰুৱাৰ কবিতাত প্ৰায়েই পোৱা যায়। যেনে—'ৰোপাই মোৰ লুইত ঐ সাৰটি লোৱা মোক', 'লুইতৰ কুঁৱৰী নহয় ঐ মালতী' ইত্যাদি। অসমীয়াই যি সুৰত এই উক্তি ধ্বনিত কৰে সিয়েই অসমীয়াৰ নিজস্ব সুৰ। আৰ্য্য অনাৰ্য্যৰ বহু যুগৰ সংমিশ্ৰণৰ ফলতেই এই সুৰৰ সৃষ্টি হৈছিল। এই সুৰ এতিয়া আমাৰ ধনুৰা গীতবোৰতহে মাত্ৰ জীৱন্ত আৰু প্ৰাণস্পৰ্শী হৈ আছে।

পশ্চিমীয়া শাসনৰ লগে লগে ভাৰতবৰ্ষলৈ ৰোমাণ্টিক ভাবধাৰা আহিল; কিন্তু এই ৰোমাণ্টিক ভাবাদৰ্শৰ যে সকলোবোৰ কথাই ভাৰতৰ কাৰণে আচহুৱা এনে কথা নহয়। উদাহৰণ স্বৰূপে মানৱতাবাদৰ কথাকে লোৱা

যাওক; মানৱতাবাদ ভাৰতীয় আধ্যাত্মিক ভাবধাৰাৰ, বিশেষকৈ বেদান্ত দৰ্শনৰ অদ্বৈত মতবাদৰ মূলকথা। গতিকে বেদান্ত দৰ্শনৰ দৰেই মানৱতাবাদ ভাৰতবৰ্ষত প্ৰাচীন। ইউৰোপত এই মানৱতাবাদ তথা গণতান্ত্ৰিক ভাবধাৰাৰ বিশেষভাৱে প্ৰসাৰ ঘটিছিল ফৰাচী বিপ্লৱৰ পাচৰ পৰাহে। অৱশ্যে সাহিত্য সৃষ্টিৰ মূলভাব হিচাপে এই ভাববোৰ ভাৰতীয় সকলক ব্যৱহাৰ কৰিবলৈ ৰোমাণ্টিক ভাবাদৰ্শই প্ৰেৰণা যোগালে। অসম তথা ভাৰতবৰ্ষত প্ৰাচীন কালত আধ্যাত্মিক ভাবধাৰা তথা ধৰ্ম্ম দৰ্শন সাহিত্য একাকাৰ আছিল। পশ্চিমীয়া আদৰ্শই ধৰ্ম্ম, দৰ্শন, সাহিত্যক পৃথক পৃথক ভাবে আমাক লবলৈ শিকালে যদিও আধ্যাত্মিক চিন্তাধাৰাই আমাৰ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হৈ থাকিল। সেয়েই মানৱতাবাদ, জীৱৰ প্ৰতি দয়া, পাৰ্থিব সৌন্দৰ্যৰ যোগেদি অপাৰ্থিব সৌন্দৰ্যৰ উপলব্ধি, প্ৰকৃতি প্ৰীতিৰ মাজেদি বিশ্বাত্মাৰ উপলব্ধি এতিয়াও আমাৰ সাহিত্যৰ মূল উৎস হৈয়েই থাকিল। সেইদৰেই এই যুগৰ সাহিত্যত সোমাই পৰা যখিনী, বনকুঁৱৰী, জলকুঁৱৰী আদি অতি প্ৰাকৃতিক (Supernatural) উপাদান এই সাহিত্যিক সকলে পশ্চিমীয়া সাহিত্যৰ পৰাই যে গ্ৰহণ কৰিবলৈ পাইছিল এনে নহয়। এইবিলাক আমাৰ চিৰ পৰিচিত, মাত্ৰ পশ্চিমীয়া ভাৱধাৰাই আমাৰ কবি সকলক এইবোৰ নতুন ৰূপত প্ৰকাশ কৰিবলৈ প্ৰেৰণা দিলে। বেজবৰুৱাৰ ভাষাৰে যেনেঃ—

"নতুন প্ৰাণৰ ন চকুজুৰি
দীপিতি ঢালি দে তাত,
পুৰণি পৃথিবী নকৈ চাই লওঁ
হে বীণ এবাৰি মাত।"

# বেজবৰুৱাৰ চুটি গল্প

শ্ৰীহোমেন বৰগোহাঞি

অসমীয়া চুটি গল্পৰ বুৰঞ্জীত লক্ষ্মীনাথ বেজবৰুৱা আন একো কাৰণে নহলেও কেৱল এই কাৰণেই অমৰ হৈ ৰ'ব যেতেওঁ অসমীয়া ভাষাত সাহিত্যৰ এইবিধ শাখাৰ পিতৃ-পুৰুষ, অৰ্থাৎ তেওঁ অসমীয়া ভাষাত প্ৰথম চুটি গল্প লিখক । আধুনিক চুটি গল্পৰ বুৰঞ্জী বৰ বেছি পুৰণি নহয় । কাহিনী-মূলক সাহিত্যৰ এটা নতুন শাখা স্বৰূপে উনবিংশ শতাব্দীতেই ইয়াৰ প্ৰথম উদ্ভৱ হয় আৰু অতি কম সময়ৰ ভিতৰতে ই আধুনিক সাহিত্যৰ এটা প্ৰধান অংশ ৰূপে প্ৰতিষ্ঠা লাভ কৰে । ঠিক যি সময়ত ইংৰাজী তথা ইউৰোপীয় সাহিত্যত চুটি গল্প ৰচনাৰ সূচনা হয়, প্ৰায় ঠিক সেই সময়তে অসমীয়া সাহিত্যও ঘটনা চক্ৰত ইংৰাজী সাহিত্যৰ সংস্পৰ্শলৈ আহে । গতিকে আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম যুগ প্ৰৱৰ্তক লিখকজনে চুটি গল্প ৰচনাতো হাত দিব আৰু অসমীয়া পাঠকক এই অভিনৱ সাহিত্য-সৃষ্টিৰ আস্বাদ দিবলৈ যত্নপৰ হব, সি নিতান্তই স্বাভাবিক আৰু প্ৰত্যাশিত ।

বেজবৰুৱাৰ প্ৰায় আঠাইখিনি চুটি গল্প তিনিখন পুথিত সন্নিবিষ্ট হৈ প্ৰকাশ পাইছে । পুথি কেইখন হ'ল—"সুৰভি" (১৯০৯), "সাধুকথাৰ কুঁকি" (১৯১০) আৰু "জোনবিৰি" (১৯১৩) । এই তিনিখন পুথিত সন্নিবিষ্ট ৩১ টা গল্পৰ বাহিৰেও আৰু কেইটামান গল্প (যেনে 'শিৱসাগৰ') 'জোনাকী' কাকতৰ বিভিন্ন সংখ্যাত প্ৰকাশিত হৈছিল বুলি শুনা যায় । কিন্তু উক্ত গল্প কেইটাৰ লগত আমাৰ নিজৰ চাক্ষুস পৰিচয় নথকাৰ ফলত এই প্ৰবন্ধত সেইবোৰৰ বিষয়ে কোনো আলোচনা কৰা সম্ভৱ নহয় ।

কোনো এজন বিশেষ লিখকৰ চুটি গল্পৰ বিষয়ে আলোচনা কৰিবলৈ গলেই চুটি গল্পৰ পূৰ্ব ইতিহাস স্মৰণ কৰা বা চুটি গল্পৰ সংজ্ঞাৰ্থৰ উল্লেখ কৰাৰ প্ৰয়োজন বোধহয় অপৰিহাৰ্য্য নহয় । কিন্তু বেজবৰুৱাৰ চুটি গল্পৰ আলোচনা প্ৰসংগত অন্ততঃ এটা কাৰণত চুটি গল্প বুলিলেনো আমি কিহক বুজো সেই কথা কৈ লোৱা প্ৰয়োজন । কাৰণটো হল এই যে আকৃতি আৰু প্ৰকৃতি উভয় ফালৰ পৰা বেজবৰুৱাৰ চুটি গল্পবোৰ ইমান বিচিত্ৰ আৰু বিভিন্ন প্ৰকাৰৰ যে সেইবোৰৰ প্ৰত্যেকটোৱেই প্ৰকৃত অৰ্থত চুটি গল্প

হয়নে নহয় সেই বিষয়েই সন্দেহৰ অৱকাশ আছে। তদুপৰি বেজবৰুৱাৰ তিনিখন গল্প সংগ্ৰহৰ ভিতৰত এখনৰ নামটো 'সাধুকথাৰ কুকি' বুলি ৰাখি তেওঁ নিজেই সমস্যাটো আৰু বেচি গোলমাল কৰি থৈ গৈছে। এই কথা ঠিকেই যে পুৰণি সাধুকথা আৰু আধুনিক চুটি গল্প মূলতে একেই বংশোদ্ভূত। খৃষ্টজন্মৰ ৩২০০ বছৰৰ আগতেই ৰচিত প্ৰাচীন মিচৰীয় গল্প 'দুজন ভাই ককাই'ৰ লগত বিংশ শতাব্দীৰ সপ্তম দশকত ৰচিত ভবেন শইকীয়াৰ 'বৃন্দাবন' বা যোগেশ দাসৰ 'ৰজনী আঠপৰীয়া'ৰ ৰক্তৰ সম্পৰ্ক বৰ্ত্তমান। কিন্তু সেয়ে হলেও মাত্ৰ এশ কি ডেৰশ বছৰৰ আগৰ আমাৰ ককা-আজো-ককাইঁতৰ লগত আমাৰ আচাৰ-ব্যৱহাৰ, চাল-চলন আৰু জীৱন সম্বন্ধে ধ্যান-ধাৰণাৰ যিমানখিনি পাৰ্থক্য, সাধুকথা আৰু চুটি গল্পৰ মাজৰ পাৰ্থক্য তাতকৈ বেছি হলেও কম নহয়। সগোত্ৰ হৈয়ো সাধুকথাৰ পৰা চুটি গল্পৰ চেহেৰা, চৰিত্ৰ আৰু অভীষ্ট ইমান পৃথক যে দুয়োটাৰে মাজত বংশগত আত্মীয়তাতকৈ চৰিত্ৰগত পাৰ্থক্যখিনিহে প্ৰথম দৰ্শনতে অতি স্পষ্টভাবে প্ৰকট হৈ উঠে, আৰু লগে লগে এই কথা স্বীকাৰ কৰিবলগীয়া হয় যে এই দুয়োটাৰ মাজত কোনো ধৰণৰ যোগ-সূত্ৰ বা সম্পৰ্ক স্থাপন কৰা সম্ভব নহয়। মুঠ কথা, আধুনিক চুটি গল্প পুৰণি সাধু কথা জাতীয় সকলো কাল্পনিক কাহিনীমূলক ৰচনাৰ পৰা সম্পূৰ্ণ পৃথক আৰু নিজস্ব বৈশিষ্ট্যযুক্ত এটা নতুন কলা ৰূপ, আৰু সাৰ্থক চুটি গল্প লিখিবলৈ হলে লিখকজনে এই মৌলিক সত্যটো সম্পৰ্কে নিঃসন্দেহ হৈ লোৱা প্ৰয়োজন।

লক্ষ্মীনাথ বেজবৰুৱাই যে তেওঁৰ এখন গল্পৰ পুথিক 'সাধুকথাৰ কুকি' নামেৰে অভিহিত কৰিছিল, তাৰ পৰাই বুজা যায় যে সাধু কথা আৰু চুটি গল্পৰ মাজৰ মৌলিক পাৰ্থক্যখিনি তেওঁৰ মনত স্পষ্ট হৈ ফুটি উঠা নাছিল, আৰু এনে অস্পষ্টতাৰ অৱধাৰিত পৰিণাম স্বৰূপে গল্পৰ নামত প্ৰচলিত তেওঁৰ বেচিভাগ ৰচনাই প্ৰকৃত আধুনিক চুটি গল্পৰ পৰ্য্যায়লৈ উঠিবলৈ ব্যৰ্থ হ'ল। বিশেষকৈ 'সাধুকথাৰ কুকি'ৰ 'ঘৰপতা ককা' আৰু' মূলা খোৱা বুঢ়া' জাতে-পাতে সাধুকথাই; আৰু 'জোনবিবি'ৰ 'যেনে চোৰ তেনে টাঙোন' আৰু 'ভোম্‌কেৰোলা' নামৰ আখ্যান দুটাই চুটি গল্পৰ ছদ্মবেশ পৰিধান কৰিলেও আচলতে সেই দুটাও যে আদি আৰু অকৃত্ৰিম সাধুকথাহে সেই কথা বুজি পাবলৈ সৰহ সময় নালাগে। বেজবৰুৱাৰ মুঠ একাৱনটা চুটি গল্পৰ মাজৰ পৰা এই চাৰিটা আখ্যানক চুটি গল্প নহয় বুলি বেচি দীঘলীয়া কৈফিয়ৎ নিদিয়াকৈয়ে বাজ কৰি থব পাৰি।

সাধুকথা আৰু চুটি গল্পৰ মাজৰ পাৰ্থক্যখিনি চিনি পোৱা বিমান সহজ, চুটি গল্প আৰু প্ৰায় সমধৰ্মী আৰু সদৃশ প্ৰকৃতিৰ আন কিছুমান

ৰচনাৰ মাজত স্পষ্ট সীমাৰেখা টনা কিন্তু সিমান সহজ নহয়। তাৰ কাৰণ হ'ল, চুটি গল্পৰ সংজ্ঞা যেনে শিথিল পৰিসৰো তেনে বহল। সাহিত্যৰ আন কোনো শাখাতেই বিষয়বস্তু আৰু আংগিকৰ ইমান বৈচিত্র্যৰ অবকাশ নাই বুলি কব পাৰি। এডগাৰ্ এলেন্‌পোৰ ৰুদ্ধ-শ্বাস হৈ পঢ়িব লগা ৰহস্য-কাহিনী যেনেকৈ চুটি গল্প, হেনৰি জেম্‌চৰ মনস্তত্বাশ্ৰিত সংলাপ প্ৰধান কাহিনীও তেনেকৈ চুটি গল্পই। চমাৰ্চেট মমৰ এগৰাকী মহিলাৰ মাত্ৰ এদিনৰ মধ্যাহ্ন-ভোজনৰ বৰ্ণনা যেনেকৈ চুটি গল্প (লাঞ্চ), সেই একেজন লিখকৰে এজন মানুহৰ প্ৰায় সমস্তজীৱনৰ কাহিনীও ঠিক তেনেকৈ চুটি গল্পই (মেহিউ)। চেকভৰ 'এজন পিঞ্জৰাবদ্ধমানুহ' যেনেকৈ চুটি গল্পই, হেমিংওৱেৰ 'তিনিজন সৈনিকো' তেনেকৈ চুটি গল্পই। এজন মানুহৰ ৰোমাঞ্চকৰ ঘটনা পূৰ্ণ সমস্ত জীৱনৰ বৰ্ণনা যেনেকৈ চুটি গল্প হব পাৰে, ঠিক তেনেকৈ হব পাৰে মাত্ৰ কেইটামান মুহূৰ্ত্তৰ কিবা এটা তাৎপৰ্য্য পূৰ্ণ ঘটনা, এটা বিশেষ অৱস্থাত মনৰ এটা বিশেষ মুড্ বা ভাবাৱস্থাৰ বৰ্ণনা, বিভিন্ন ঘটনা, ব্যক্তি আৰু প্ৰকৃতিৰ সহযোগত গঢ়ি উঠা এটা পৰিৱেশৰ চিত্ৰ, যি কোনো ব্যক্তিৰ সমগ্ৰ চৰিত্ৰ বা কেৱল তাৰ দুই এটা বৈশিষ্ট্যৰ পৰিস্ফুটন, বাহিৰৰ যি কোনো ঘটনাই মানব মনত সৃষ্টি কৰা প্ৰতিক্ৰিয়াৰ বৰ্ণনা ইত্যাদি। আচলতে চুটি গল্পৰ সম্ভাব্য বিষয় বস্তুৰ তালিকা দিবলৈ কৰা চেষ্টা সম্পূৰ্ণ অৰ্থহীন, কাৰণ আধুনিক কালত ইমান বিচিত্ৰ পথেৰে চুটি গল্পৰ বিকাশ হব ধৰিছে যে কোনো নিৰ্দ্দিষ্ট সংজ্ঞাৰ্থৰ পৰিধিৰ মাজত তাক সীমাৰদ্ধ কৰি ৰখা প্ৰায় অসম্ভৱ। কিন্তু তথাপি চুটি গল্পৰ এনে কেইটামান মৌলিক লক্ষণ আছে যাৰ সহায়ত অন্যান্য সমজাতীয় ৰচনাৰ পৰা তাক পৃথককৈ চিহ্নিত কৰিব পাৰি। খুব চমুকৈ সেই লক্ষণ কেইটা হ'ল এই যে গীতি-কবিতাৰ দৰে চুটি গল্পৰো এটা অখণ্ড সত্বা বা ঘন সন্নিবদ্ধ ৰূপ থাকিব লাগিব; তাৰ মাজত একাধিক ঘটনা বা প্ৰসংগৰ উল্লেখ নাথাকিলেও সেইবোৰে নিজে স্বতন্ত্ৰ ভাৱে বিকশিত নহৈ গল্পটোৰ কেন্দ্ৰীয় উদ্দেশ্যৰ বিকাশতহে কেৱল সহায় কৰিব পাৰিব; গল্পটোৰ আদ্যোপান্ত নিৰ্ম্মাণ কাৰ্য্য একেটি মাত্ৰ ভাৱৰ ঐক্য সূত্ৰেৰে গ্ৰথিত হব লাগিব; আৰু সৰ্ব্বোপৰি, উপন্যাসৰ পৰা চুটি গল্পক পৃথক কৰি বাছি উলিওৱাত বিন্দুমাত্ৰ অসুবিধা হব নেলাগিব। এই সকলোখিনি কথা জাৰি-জোকাৰি বিচাৰ কৰি চালে দেখা যায় যে চুটি গল্পৰ পৰিধিটো যিমান সম্ভৱ ব্যাপক কৰি আঁকিলেও গল্পৰ নামত প্ৰচলিত বেজবৰুৱাৰ বহুতো ৰচনা এই পৰিধিৰ বাহিৰত থাকি যাব। উদাহৰণ স্বৰূপে 'লম্বোদৰ ডেকা', 'জাতিবামৰ জাত' আৰু 'ধৰ্ম্মধ্বজ ফয়চলা নবিচ' এই তিনিটা গল্পত চুটি গল্পৰ উপাদান সমূলি অনুপস্থিত।

'গল্প' তিনিটাক আনকি 'ব্যক্তিগত প্ৰবন্ধ' বা 'ৰম্য ৰচনা'ৰ শাৰীটো খ'ব নোৱাৰি। তিনিওটা 'গল্প' আচলতে হিন্দু ধৰ্ম্মৰ জাত বিচাৰ বা জাতি ভেদ প্ৰথাৰ বিৰুদ্ধে একো একোটা সামাজিক সমালোচনা---লিখকৰ বক্তব্য দাঙি ধৰিবৰ কাৰণে একো একোজন কাল্পনিক প্ৰবক্তা ঠিক কৰাই তাকে যেনিবা চুটি গল্পৰ ছদ্মবেশ পিন্ধাবলৈ চেষ্টা কৰা হৈছে। কিন্তু এই ছদ্মবেশ ইমান ক্ষীণ যে 'গল্প' তিনিটাক এক মুহূৰ্ত্তৰ কাৰণেও গল্প বুলি ভুল হোৱা উচিত নহয়।

কিন্তু 'ফৰ্ম্মেল' প্ৰবন্ধৰ পৰা ছদ্মবেশী চুটি গল্পক পৃথক কৰিবলৈ যিমান সময় লাগে, ব্যক্তিগত প্ৰবন্ধ বা ৰম্য ৰচনাৰ পৰা তাক পৃথক কৰিবলৈ তাতোকৈ কিছু বেচি সময়ৰ প্ৰয়োজন হব। তাৰ কাৰণ হ'ল এই যে চুটি গল্পৰ দৰেই ব্যক্তিগত প্ৰবন্ধৰো পৰিধি অতি বিশাল, আৰু ব্যক্তিগত প্ৰবন্ধই তাৰ প্ৰশান্ত বক্ষত অনেক খণ্ড-খণ্ড কাহিনী উপকাহিনী আদি ধাৰণ কৰিবলৈ ক্ষমতা ৰাখে। অনেক সময়ত প্ৰবন্ধকাৰে গল্পৰ ছলেৰেই নিজৰ বক্তব্য কৈ যায়, আৰু এনে প্ৰবন্ধৰ সম্পূৰ্ণ পৰিণত ৰূপটো অসতৰ্ক দৃষ্টিত গল্প বুলি ভুল হোৱাও আচৰিত নহয়। চাৰ্লচ লেম্বৰ 'ৰিভেৰি', 'ড্ৰিম চিল্ড্ৰেন' বা অ'লিভাৰ হৱেন্দেল্ হোমচৰ 'অটক্ৰেট্ অব্ ডি ব্ৰেক-ফাষ্ট টেবুল' আদি সৰস ব্যক্তিগত প্ৰবন্ধত চুটি গল্পৰ প্ৰচুৰ স্বাদ আৰু গন্ধ বৰ্ত্তমান, কিন্তু বাদুলিয়ে উৰিব পাৰিলেও সি যেনেকৈ চৰাই নহয়, এইবোৰ ৰচনাই 'বাই প্ৰডাক্ট্' হিচাপে গল্প ৰস সৃষ্টি কৰিলেও মূলতঃ সেইবোৰ ব্যক্তিগত প্ৰবন্ধহে, চুটি গল্প নহয়। কাৰণ এইবোৰ ৰচনাত চুটি গল্প-সুলভ কেন্দ্ৰীয় নিয়ন্ত্ৰণ ভাবৰ ঐক্য-সূত্ৰ, ঘন-সংবদ্ধ নিৰ্ম্মাণ পদ্ধতি আৰু শীৰ্ষ বিন্দু আদিৰ একান্ত অভাৱ।

এই মাপ-কাঠিৰে বিচাৰ কৰিবলৈ হলে বেজবৰুৱাৰ আৰু কিছুমান গল্পনাম-ধাৰী ৰচনাক সেই নামৰ পৰা বঞ্চিত কৰিব লাগিব। উদাহৰণ স্বৰূপে তেওঁৰ 'স্বৰ্গাৰোহণ', 'মোৰে সৈতে মনাইৰ দ্বন্দ', আৰু 'লোভ' এই তিনিটা গল্পই আচলতে 'লেম্বৰ 'ৰিভেৰি' বা 'ড্ৰিম চিল্ড্ৰেন' জাতীয় ব্যক্তিগত প্ৰবন্ধহে, কোনো অজুহাততে ই এই ৰচনাত্ৰয়ক চুটি গল্প বুলি অভিহিত কৰা উচিত নহয়। ঠিক সেইদৰে বেজবৰুৱাৰ গল্পৰ কিতাপত সন্নিবিষ্ট 'মিলাৱামৰ আত্ম জীৱনী', 'চেমিচম্পা', 'কেকো ককা,' 'আজি', 'কানীয়া সভাৰ অধিবেশন' আৰু 'পলো আৰু ভলো' এই ছখন ৰচনাই 'সাধুকথাৰ কুকি' বা 'জোনবিৰিত'কৈ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'-জাতীয় গ্ৰন্থত ঠাই পালেহে বেচি শোভনীয় আৰু খাপ খাই পৰা হব; কাৰণ এই কেইখন ৰচনাৰ সগোত্ৰ বা বংশ-পৰিয়াল বেছি ভাগেই 'কাকতৰ টোপোলা'তহে আছে।

বেজবৰুৱাৰ মুঠ একাৱন্নটা গল্পৰ পৰা ইতিমধ্যে যোল্লটাক (by a process of elimination গল্প নহয় বুলি বাদ দিয়া হ'ল । যি পয়ত্ৰিশটা বাকী থাকিল সেই কেইটাহে আমাৰ বিচাৰত কম বেচি পৰিমাণে চুটি গল্প আৰু কেৱল সেই কেইটাৰ গুণাগুণ বিচাৰ কৰি চোৱাই এই প্ৰবন্ধৰ মুখ্য উদ্দেশ্য ।

বেজবৰুৱাৰ ৰচনাৰ এটা প্ৰধান আৰু স্বীকৃত বৈশিষ্ট্য হ'ল এই যে এই ৰচনাসমূহৰ মাজত সমসাময়িক অসমীয়া সমাজৰ আৰু জীৱন ধাৰাৰ এটা নিখুঁট বাস্তৱ চিত্ৰ ফুটি উঠিছে । তেওঁৰ আন সকলোবিধ ৰচনাতকৈ গল্পবোৰৰ মাজতেই যে এই সমাজ চিত্ৰ অধিক হৃদয়-গ্ৰাহী আৰু কলা-সন্মত ৰূপত ফুটি উঠিব সেই আশা কৰা নিতান্তই স্বাভাবিক। সামাজিক বিষয়বস্তু অৱলম্বন কৰি কাহিনী সৃষ্টি কৰা লিখকে সচৰাচৰ তেওঁৰ চৌপাশৰ সামাজিক পৰিৱেশ আৰু জীৱন সম্বন্ধীয় বাস্তৱ অভিজ্ঞতাৰ পৰাই সাহিত্যৰ সমল আহৰণ কৰে, কিন্তু প্ৰতিভাশালী লিখকৰ কল্পনা আৰু অন্তৰ্দৃষ্টিৰ পৰশত এই বাস্তৱ তথ্যবোৰ এনে এক শিল্প দ্যুতিৰে মণ্ডিত হৈ উঠে যে নিষ্প্ৰাণ তথ্যনিৰ্ভৰ ইতিহাসতকৈ এনে সাহিত্য সৃষ্টিহে একোটা যুগৰ বা একোখন সমাজৰ প্ৰাণৰ প্ৰকৃত পৰিচয় ফুটাই তুলিবলৈ সক্ষম হয় । সামান্যৰ মাজতে বিশেষৰ সন্ধান কৰা প্ৰত্যেক লিখকৰ আন এটা ডাঙৰ কৰ্তব্য । বেজবৰুৱাই যি সময়ত লিখনি ধাৰণ কৰিছিল, সেই সময়ত অসমীয়া সমাজ এটা অতি গুৰুত্বপূৰ্ণ যুগ সন্ধিত উপনীত হৈছিল । অসমত বিদেশী শাসন প্ৰবৰ্ত্তিত হোৱাৰ কেইবা দশক পাৰ হৈ যোৱাৰ পাছত স্বাভাবিকতে অসমীয়া সমাজ উন্নত শাসক জাতিৰ দ্বাৰা বিভিন্ন প্ৰকাৰে প্ৰভাবিত হবলৈ আৰম্ভ কৰিছিল। এই প্ৰভাৱ বাহৈকে দুটা ৰূপত দেখা দিছিল। এক শ্ৰেণীৰ অশিক্ষিত আৰু অৰ্দ্ধ শিক্ষিত মানুহে ইংৰাজসকলৰ প্ৰত্যক্ষ বা পৰোক্ষ সংস্পৰ্শলৈ আহিবলৈ সুবিধা পাই তেওঁলোকৰ বাহ্যিক চাল-চলন আৰু ৰীতি-নীতি আদিক বান্দৰৰ দৰে অন্ধ ভাবে অনুসৰণ কৰাতে ব্যস্ত আছিল আৰু তাৰ দ্বাৰাই সমাজত কিছুমান নকল মূল্য বোধৰ প্ৰচলন কৰিছিল ; আন এক শ্ৰেণীৰ সংখ্যা লঘিষ্ঠ নব্য শিক্ষিত মানুহে প্ৰথমবাৰৰ কাৰণে এটা সম্পূৰ্ণ স্বকীয়া সভ্যতা আৰু সংস্কৃতিৰ সংস্পৰ্শলৈ আহি এক অভূতপূৰ্ব্ব আধ্যাত্মিক উল্লাস অনুভৱ কৰিছিল আৰু এই সভ্যতাৰ অনুকৰণীয় গুণ বাছিক নিজৰ বৌদ্ধিক জীৱনৰ অংগীভূত কৰিবলৈ যত্নপৰ হৈছিল । এই দুয়ো শ্ৰেণীৰ মানুহেই অসমীয়া তথা ভাৰতীয় জীৱনত এক নতুন সামাজিক আৰু সাংস্কৃতিক পৰিৱৰ্ত্তন সূচনা কৰিছিল, সমাজত নতুন স্তৰ বিন্যাস সাধন কৰিছিল, সমাজৰ সকলো ক্ষেত্ৰতে নতুন মূল্য বোধৰ প্ৰবৰ্ত্তন

কৰিছিল। অতি স্বাভাৱিক ভাবেই তৎকালীন ভাৰতীয় কাহিনী-সাহিত্য ঘাইকৈ এই দুই শ্ৰেণীৰ মানুহৰ প্ৰতিনিধি মূলক চৰিত্ৰক কেন্দ্ৰ কৰিয়েই ৰচিত হৈছিল। বেজবৰুৱাৰ চুটি গল্পতো আমি সম-সাময়িক অসমীয়া সমাজৰ প্ৰতিভূ স্বৰূপ এলানি portrait বা আলেখ্য দেখা পাওঁ। "ভেমপুৰীয়া মৌজাদাৰ মহাপুৰুষ সদ্‌ব্ৰাহ্মণ; তেওঁ পাহ ৰাখি মূৰ খুৰাই ৰঙা চন্দনৰ ফোট লয়; ডাড়ি গোফ নেৰাখে; লোকৰ হোকাত ধপাত নোহোপে; তিনি সন্ধ্যা পূজা আহ্নিক নিয়ম মতে কৰে; লোকৰ ঘৰত কেতিয়াও শৰাধে বিয়ায় জলপান এটাও নেখায়;" কিন্তু এইজন "ডাঙৰীয়াৰ প্ৰাতঃ-সন্ধ্যা, একাদশী আউসীত খতি হলেও, পুৰা গধূলি বৰচাহাবক দিয়া চালাম খতি নহয়; এদিন হেনো বৰচাহাব পুৰা ফুৰি আহি চাকৰক বুটজোটা সোলোকাই দিবলৈ কওঁতে আমাৰ ডাঙৰীয়া কাষতে আছিল; চাহাবৰ চাকৰ আহি পাওঁতে নৌপাওঁতেই ডাঙৰীয়াই টপৰাই বহি বুট সোলোকাই দিলে।" গদ্য-হৃত সৰ্ব্বস্ব, আত্ম-মৰ্য্যদা বোধহীন আৰু পৰ-বশ এখন সমাজত এনে ভণ্ড আৰু মেৰুদণ্ডহীন জীৱ যে কাঠফুলা গজাদি গজিবসৈ আৰম্ভ কৰে, সি প্ৰায় প্ৰাকৃতিক নিয়মৰ দৰেই স্বতঃ সিদ্ধ। 'মলক্ গুইন্ গুইন' নামৰ জীৱটি আৰু অধিক মনুষ্যত্বহীন আৰু ঘৃণনীয়। চাহাবীয়ানাৰ অন্তঃসাৰহীন গৰ্ব্বত অন্ধ হৈ তেওঁ নিজৰ পিতৃক পিতৃ বুলিতো স্বীকাৰ কৰা নায়েই, আনকি তেওঁক দাৰোৱান লগাই ডিঙিত ধৰি বাহিৰ কৰাই দিবলৈকো তেওঁ কুণ্ঠিত হোৱা নাই। 'নাঙলু চন্দ্ৰ দাস' আৰু 'ভোকেন্দ্ৰ বৰুৱাৰ' চৰিত্ৰ, আদৰ্শ কিছু বেলেগ। ইংৰাজী ভাষা সাহিত্য আৰু আদব্ কায়দাৰ লগত তেওঁলোকৰ চকুৰ পৰিচয় হৈছে আৰু কেৱল এই চাক্ষুস পৰিচয়ে তেওঁলোকক কৰি তুলিছে অনু-কৰণ সৰ্ব্বস্ব নৰ-ৰূপী বানৰ; ইউৰোপৰ সাহিত্য আৰু সংস্কৃতিৰ আত্মাক আৱিষ্কাৰ কৰিবৰ জোখাৰে বুদ্ধি প্ৰতিভা বা গভীৰতা তেওঁলোকৰ সমূলি নাই। এই নৰৰূপী বানৰ সকলৰ কীৰ্ত্তি কলাপ বৰ্ণনা কৰিবৰ কাৰণে লিখকে যি হাস্যোদ্দীপক ব্যংগ ভাষা প্ৰয়োগ কৰিছে এই ক্ষেত্ৰত সি অতিশয় উপযোগী হৈছে, কাৰণ আন কোনো ভাষাৰেই এই হাঁহিউঠা আৰু পুতৌ লগা চৰিত্ৰবোৰ ফুটাই তুলিব নোৱাৰি। 'আমাৰ সংসাৰ' আৰু 'জগৰা মণ্ডলৰ প্ৰেমাভিনয়' আদি গল্পৰ ক্ষেত্ৰতো কম বেচি পৰিমাণে এই একে মন্তব্যই প্ৰযোজ্য।

এই গল্পবোৰত যে যুগ সন্ধিৰ অসমীয়া সমাজৰ মানসিক গতি প্ৰকৃতি আৰু ধ্যান ধাৰণাৰ এটা ছবি ফুটি উঠিছে সেই বিষয়ে কোনো সন্দেহ নাই। বেজবৰুৱাৰ বিমল হাস্যোদ্দীপক ভাষাৰ গুণত গল্পবোৰ অতি

উপভোগ্যও হৈ উঠিছে। কিন্তু এইখিনিতে যুগ নায়কৰ লিখক হিচাপে বেজ-বৰুৱাৰ বিষয়ে এটা ডাঙৰ আপত্তিৰো স্থল আছে। বেজবৰুৱাক অসমৰ সৰ্ব্বাগ্ৰগণ্য জাতীয় লিখক হিচাপে বৰণ কৰি লোৱা হৈছে আৰু এই কথাও প্ৰায় স্বতঃসিদ্ধ বুলিয়েই ধৰি লোৱা হৈছে যে তেওঁৰ ৰচনাত অসমৰ জাতীয় জীৱনৰ এটা সৰ্ব্বাংগীন ছবি ফুটি উঠিছে। কিন্তু বেজবৰুৱাৰ চুটি গল্পই এই ধাৰণা সম্পূৰ্ণ সচাঁ বুলি প্ৰমাণ নকৰে। কেৱল অসমত কিয়— সমগ্ৰ ভাৰতবৰ্ষতে বৃটিশ শাসন আৰু ইংৰাজী শিক্ষা দীক্ষাৰ সূচনা পাই 'ভেমপুৰীয়া মৌজাদা'ৰ 'মলক্ গুইন্ গুইন্' আৰু 'ভোকেন্দ্ৰ বৰুৱা'ৰ দৰে এক শ্ৰেণীৰ পুতৌ লগা জীৱৰ সৃষ্টি কৰিছিল আৰু ভাৰতৰ সৰ্ব্বত্ৰ তেওঁলোক লিখক আৰু সমালোচক সকলৰ শানিত ব্যংগ-বাণৰ চিকাৰ হব লগাত পৰিছিল। হয়তো এই শ্ৰেণীৰ মানুহেই সমাজত সংখ্যা গৰিষ্ঠও আছিল। কিন্তু সেই বুলি এই কথা কেতিয়াও সঁচা নহয় যে সমাজত কেৱল এই শ্ৰেণীৰ মানুহৰে ৰাজত্ব চলিছিল, বা ভণ্ডামি, বান্দৰামি আৰু নীচতাৰ পৰি-ধিৰ বাহিৰত মহত্তৰ জীৱনৰ কাৰণে কোনো নিৰ্জ্জন তপস্যা আৰম্ভ হোৱা নাছিল। উনবিংশ শতাব্দীৰ সাংস্কৃতিক ভাৰতৰ প্ৰাণকেন্দ্ৰ কলিকতা এফালে যেনেকৈ 'বাবু কালচাৰ', বাগানবাৰী আৰু বেশ্যা বাইজীৰ পংকি-লতাৰে অবিল হৈ উঠিছিল, ঠিক একে সময়তে সি তেনেকৈ বংকিমচন্দ্ৰ, বিদ্যাসাগৰ, বিবেকানন্দ, ব্ৰাহ্ম-সমাজ আদিৰ তপশ্চৰ্য্যাৰ পুণ্য প্ৰভাৱে উদ্ভাসিত হৈ ভাৰতৰ নব জাগৃতিৰ পীঠ স্থানত পৰিণত হৈছিল। এতিয়া কোনোবা লিখকে যদি 'বাবু কালচাৰকে'ই উনৈশ শতিকাৰ কলিকতাৰ একমাত্ৰ পৰিচয় বুলি অংকন কৰে, আৰু চিৰকাল যি সংখ্যালঘু চিন্তা ব্ৰতী আৰু সাধক গোষ্ঠীয়ে মানুহৰ আধ্যাত্মিক পৰিবৰ্ত্তন আৰু প্ৰগতিৰ সূচনা কৰে তেওঁলোকৰ প্ৰতি অন্ধ হৈ ৰয়, তেতিয়া হলে এই কথাই কব লাগিব যে সেই লিখকজন নিশ্চয় এক-দেশ-দৰ্শী, আৰু তেওঁৰ ৰচনাই এটা যুগৰ বা এখন সমাজৰ সম্পূৰ্ণ সত্য পৰিচয় দাঙি ধৰা বুলি দাবী কৰিব নোৱাৰে। বেজবৰুৱাৰ দৰেই ৰবীন্দ্ৰ নাথ ঠাকুৰো বংগদেশৰ সৰ্ব্ব প্ৰথম গল্প লিখক। কিন্তু দুখৰ কথা যে ৰবীন্দ্ৰ নাথৰ সুবিপুল গল্প সম্ভাৰৰ মাজত বংগদেশৰ দেহ আৰু আত্মা, গাওঁ আৰু নগৰ, সংস্কৃতি আৰু দুষ্কৃতি, মানুহ আৰু প্ৰকৃতি যি ভাৱে আপোন সত্তা ৰূপত প্ৰতিভাত হৈ উঠিছে, বেজবৰুৱাৰ গল্পত তাৰ শতাংশৰ এক অংশ বিচাৰিও হতাশ হব লগা হয়। আমি অৱশ্যে কব খোজা নাই যে ৰবীন্দ্ৰ নাথৰ দৰে লোকোত্তৰ বিৰাট প্ৰতিভাৰ পৰা যিখিনি আশা কৰিব পাৰি, বেজবৰুৱাৰ পৰাও ঠিক সিমান খিনিয়েই প্ৰত্যাশিত। প্ৰতিভাৰ তাৰতম্য অনুসাৰে সাহিত্য সৃষ্টিৰ

গুণ বা উৎকৰ্ষৰো নিশ্চয় তাৰতম্য হয়। কিন্তু সেই বুলি লিখকৰ প্ৰযত্ন বা উদ্দেশ্য কম বেচি বা পৃথক হোৱাৰ কোনো যুক্তি নাই। ওপৰতেই কৈ অহা হৈছে যে বৃটিছ শাসনৰ সূচনা পৰ্ব্বই আমাৰ সমাজত দুই শ্ৰেণীৰ মানুহৰ জন্ম দিছিল। এক শ্ৰেণীৰ মানুহে শাসক শক্তিৰ উচ্ছিষ্ট-ভোজী কুকুৰ অথবা তেওঁলোকৰ অনুকৰণ-মত্ত বান্দৰৰ দৰে আচৰণ কৰিছিল, আনটো শ্ৰেণীয়ে ইউৰোপীয় আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ আমাৰ সমাজত এক সমন্বয়-ধৰ্ম্মী নতুন মূল্য বোধ প্ৰবৰ্ত্তনৰ প্ৰয়াসী হৈছিল। অৱশ্যে এই দুই শ্ৰেণীৰ মানুহৰ মাজতো যে গুণাগুণ অনুসাৰে বহুত স্তৰ বিভাগ আছিল সেই বিষয়ে কোনো সন্দেহ নাই। সি যি কি নহওক, বংগদেশত ৰবীন্দ্ৰ নাথ আৰু তেওঁৰ শিষ্যস্থানীয় সকলো লিখকৰ ৰচনাত এই দুই শ্ৰেণীৰ প্ৰতিভূ চৰিত্ৰ অংকিত হৈছে, আৰু ফলত তেওঁলোকৰ ৰচনাত আমি সমসাময়িক সমাজৰ এখন সত্য চিত্ৰ দেখা পাইছো। এই কথা কোৱা বাহুল্য মাথোন যে অসমত বংগদেশৰ সমতুল্য কোনো বৌদ্ধিক নব জাগৰণ হোৱা নাছিল আৰু অসমীয়া সমাজত এই নব জাগৰণৰ বাহক স্বৰূপ শিক্ষিত, উচ্চাকাংক্ষী আৰু চিন্তাব্ৰতী মানুহৰ প্ৰাচুৰ্য্যাই দেখা দিয়া নাছিল। কিন্তু সেই বুলি এই কথা কেতিয়াও সচাঁ হব নোৱাৰে যে অসমত ইউৰোপীয় শিক্ষা সংস্কৃতিৰ প্ৰথম অভিঘাতে কেৱল ভেমপুৰীয়া মৌজাদাৰ বা নলক্ গুচন গুইনৰ দৰে কিছুমান অমানুহ বা নাঙলুচন্দ্ৰ দাস আৰু ভোকেন্দ্ৰ বৰুৱাৰ দৰে কেতবোৰ কেৱল কেৰিকেচাৰৰ যোগ্য বহুৱাৰহে সৃষ্টি কৰিছিল। কিন্তু বেজবৰুৱাৰ সাহিত্য পঢ়ি পাঠকৰ তেনেকুৱা ধাৰণা হোৱাই বেচি সম্ভৱ। কাৰণ সুবিস্তৃত বেজবৰুৱাৰ ৰচনাৱলীত এনেকুৱা ব্যক্তিৰ চৰিত্ৰাংকন খুবেই কম, প্ৰায় নাই বুলিলেই হয়, যিবোৰ ব্যক্তিৰ অভীপ্সা বা কাৰ্য্যাৱলীৰ মাজত অসমত মনুষ্যত্বৰ সাধনা হোৱাৰ বা বৌদ্ধিক জাগৰণ হোৱাৰ কিবা প্ৰমাণ পোৱা যায়। এই কালৰ পৰা চাবলৈ গলে বেজবৰুৱাৰ সাহিত্যই সমসাময়িক অসমৰ এটা খণ্ডিত চিত্ৰহে দাঙি ধৰিছে।

বেজবৰুৱাৰ এনে খণ্ড দৃষ্টিৰ মূল কাৰণ খুব সম্ভৱ এয়েই যে তেওঁ মানসিক গঠনৰ ফালৰ পৰা প্ৰকৃততে সৃষ্টি ধৰ্ম্মী সাহিত্যিক নাছিল। তেওঁ আচলতে আছিল পোন্ধৰ অনাই সমালোচক। প্ৰকৃত স্ৰষ্টাৰ দিব্য দৃষ্টিত সমাজৰ ভাল বেয়া, বাহিৰ ভিতৰ সকলোখিনি আপোনা আপুনি সম্পূৰ্ণ আৰু সত্য ৰূপত ফুটি উঠে। কিন্তু সমালোচকৰ কামেই হল যিহেতু সমালোচনা কৰা, সেই কাৰণে সমাজৰ নিন্দনীয় খিনিহে তেওঁৰ চকুৰ আগত বেচি স্পষ্ট হৈ জিলিকি উঠে। বেজবৰুৱাৰ অধিকাংশ গল্পই আচ-লতে গল্পৰ ছদ্ম বেশত সামাজিক সমালোচনাহে; অৰ্থাৎ গল্প লিখিবলৈ

বহিও বেজবৰুৱাই ৰস সৃষ্টাৰ শিল্প দৃষ্টিক অকণো প্ৰাধান্য দিব খোজা নাই, সকলো সময়তে সমালোচকৰ উচচ-হাস্য ঝংকৃত তীক্ষ্ণ কণ্ঠই সৰব হৈ আছে। কিন্তু সমালোচক হিচাপেও বেজবৰুৱাৰ বিষয়ে আমাৰ দ্বিতীয় আপত্তি এই যে ব্যংগ পৰিহাসৰ কাৰণেও তেওঁ সৰবো সময়তে এনে কিছুমান লঘু বিষয় আৰু লঘুতৰ ব্যক্তি বাচি লৈছে যিবোৰ কেৱল বহুৱালি, ঠাট্টা-তামাচা আৰু পুতৌৰহে যোগ্য, উচচস্তৰৰ ৰসিকতা বা ব্যংগ সমালোচনাৰ যোগ্য বিষয় নহয়। লঘু বিষয় বা চৰিত্ৰক কেন্দ্ৰ কৰি মহৎ সাহিত্য কেতিয়াও সৃষ্টি হব নোৱাৰে।

ওপৰৰ আলোচনাই সামৰি লোৱা গল্প কেইটাৰ বাহিৰে বেজবৰুৱাৰ বাকী গল্পবোৰৰ বৰ্তমান আলোচনাৰ সুবিধাৰ কাৰণে মাইকৈ তিনি ভাগত ভগাব পাৰি। কেইটামান গল্পৰ চৰিত্ৰ আৰু পটভূমি সম্পূৰ্ণ ৰূপে ঐতিহাসিক, (মৈদাম, মালতী, ভৰতী, কনকলতা ইত্যাদি)। ইয়াৰ ভিতৰত কনকলতা নামৰ আখ্যানটোক লিখকে নিজে ঐতিহাসিক উপন্যাস বুলি অভিহিত কৰি গৈছে। গঠন ভংগীৰ ফালৰ পৰা বাকী কাহিনী কেইটাকো প্ৰকৃত চুটি গল্প বুলি কোৱা টান। তদুপৰি 'মৈদাম' আৰু 'মালতী' নামৰ গল্প দুটাত লিখকৰ ঐতিহাসিক বস্তু-নিষ্ঠা বা শিল্প দৃষ্টিতকৈ পূৰ্ব্ব ধাৰণা-সঞ্জাত উগ্ৰতা বেচিকৈ ফুটি উঠাত দুয়োটা গল্পৰে ৰস ভংগ ঘটিছে আৰু শিল্প বিচাৰত দুয়োটাই অনুত্তীৰ্ণ বুলি প্ৰমাণিত হৈছে।

কেইটামান গল্প বেজবৰুৱাৰ সুদীৰ্ঘ প্ৰবাস জীৱনৰ অভিজ্ঞতাৰ ফচল। স্থান, মাইকৈ হাওৰা কলিকতা আৰু সম্বলপুৰ, পাত্ৰ-পাত্ৰী কলিকতাৰ বঙালী আৰু এংলো-ইণ্ডিয়ান সম্প্ৰদায়, সম্বলপুৰ বা তাৰ চতুষ্পাৰ্শ্বৰ কোল, মুণ্ডা আদি অৰণ্যবাসী উপজাতি। এই গল্প গুচ্ছৰ ভিতৰত বিশেষ ভাবে উল্লেখযোগ্য হ'ল 'কন্যা', 'ৰতনমুণ্ডা' 'পুত্ৰবান পিতা', 'পণ্ডিত মহাশয়' 'পাওখোলা' ইত্যাদি গল্প। 'ৰতনমুণ্ডা' আৰু 'কন্যা' গল্পত এহাতে আৰণ্যক জীৱনৰ আপাত-ৰমণীয়তা আৰু সৰলতা আৰু আনহাতে আদিম মনৰ অন্ধকাৰ আৰু ভয়াবহতা যি ভাবে ফুটি উঠিছে, সি পাঠকৰ মনত ৰেখাপাত নকৰাকৈ নেথাকে। 'পণ্ডিত মহাশয়' গল্পত বৰ্ণিত নিষ্ঠুৰ কাহাৰ ভয়ংকৰতাই ৰবীন্দ্ৰ নাথৰ 'সম্পত্তি সমৰ্পণ' নামৰ গল্পটৈ মনত পেলায়— অৱশ্যে দুয়োটা গল্পৰে সাদৃশ্য অতিশয় সীমাবদ্ধ। ওপৰত আলোচনা কৰি অহা সকলো গল্পতকৈ বৰ্ত্তমান আলোচ্য গল্প কেইটা অধিক কলা-সন্মত আৰু সাৰ্থক সাহিত্য সৃষ্টিৰ অধিক সমীপবৰ্ত্তী। তথাপি নিৰপেক্ষ সাহিত্য-সমালোচনা বা বস্তুনিষ্ঠ মূল্যায়নৰ খাতিৰত এটা কথা স্পষ্টভাবে কোৱা প্ৰয়োজন যে এতিয়ালৈকে আলোচনা কৰা বেজবৰুৱাৰ সকলোবোৰ

গল্পই প্ৰকৃত শিল্প বিচাৰৰ মানদণ্ডত বহুত তলতেই পৰি আছে, অৰ্থাৎ সেইবোৰৰ ভিতৰত এটাও নিখুঁট আৰু অনবদ্য চুটি গল্পৰ শাৰীলৈ উঠিব পৰা নাই। তাৰ অন্যতম কাৰণ হ'ল গল্প লিখিবলৈ বহি বেজবৰুৱাই লঘু প্ৰাবন্ধিকৰ বৈঠকী মেজাজ্ একেবাৰে পৰিহাৰ কৰি চলিব নোৱাৰে ; ফলত তেওঁ কিবা এটা কবলৈ গৈ আন কিবা এটা কৈ পেলায়, বিনা প্ৰয়োজনতে দীঘলীয়া অপ্ৰাসংগিক উক্তিৰ অবতাৰণা কৰে, নানা অসংলগ্ন চৰিত্ৰ আৰু প্ৰসংগৰ আমদানি কৰি গল্পৰ মূল্য, বক্তব্যৰ আবেদন ভোটা কৰি পেলায়। ব্যক্তিগত প্ৰবন্ধৰ ক্ষেত্ৰত লিখকৰ এই যথেষ্ট সঞ্চৰণ গুণ বুলি গণ্য হলেও চুটি গল্পৰ ক্ষেত্ৰত ই এটা ডাঙৰ দোষ, আৰু বেজবৰুৱাৰ বেচি ভাগ গল্পতে এই দোষ ইমান বেচি যে সি ব্যতিক্ৰম নহৈ নিয়মত পৰিণত হৈছে বুলি কব পাৰি। বেজবৰুৱাৰ এই শ্ৰেণীৰ গল্পৰ দ্বিতীয় ডাঙৰ দোষ হল বিষয়বস্তুৰ শিল্প সন্মত পৰিবেশন আৰু ইংগিত-ধৰ্ম্মী উপস্থাপনৰ পৰিবৰ্ত্তে বৰ্ণনা আৰু অতিকথনৰ আধিক্য। জেক্ লণ্ডনে কাৰোবাক উপদেশ দিছিল You must draw, not narrate. প্ৰতিভাশালী কথা শিল্পীয়ে কেতিয়াও কাহিনী বৰ্ণনা নকৰে, তেওঁৰ নিপুণ ভাবে বিন্যস্ত একো একোটা শব্দ চিত্ৰৰ দৃঢ় বৰ্ণাঢ্য ৰেখাৰ মাজত মূৰ্ত্ত হৈ উঠে একো একোটা চৰিত্ৰ, পৰিস্থিতি, মুহূৰ্ত্ত। । বেজবৰুৱাৰ গল্পত নাটকীয়তা, ইংগিত ধৰ্ম্মিতা আৰু মনস্তাত্বিক অন্তৰ্দৃষ্টি প্ৰায় অনুপস্থিত। কাহিনী কবৰ সময়ত তেওঁ সদায় দীঘলীয়া বৰ্ণনাৰ আশ্ৰয় লয়। 'আমালৈ নেপাহৰিব,' 'পুত্ৰবান পিতা', 'কাশীবাসী,' 'মিঃ ফিশ্চন', 'লাওখোলা', গীতা', 'ডাক্তৰ বাবুৰ সাধু' এই আটাইবোৰ গল্পতে কলা কৌশলৰ প্ৰয়োগ ইমান পীড়া-দায়ক ভাৱে অনুপস্থিত আৰু চৰিত্ৰবোৰৰ আত্মৰহস্য উদ্‌ঘাতনে এনে ক্লান্তিকৰ বিবৃতিৰ ৰূপ লৈছে যে গল্পৰ কাহিনী ভাগৰ অনস্বীকাৰ্য্য আকৰ্ষণ স্বত্তেও সেইবোৰত চুটি গল্পৰ শিল্প সুষমা অক্ষুণ্ণ ৰৈছে বুলি কব নোৱাৰি। সাৰ্থক চুটি গল্প কেতিয়াও অলস মনৰ অলস মুহূৰ্ত্তৰ সৃষ্টি হব নোৱাৰে। ই লিখকৰ পৰা নিবিড় অনুভূতি, অখণ্ড মনোযোগ আৰু অক্লান্ত মানসিক পৰিমাৰ্জ্জনা দাবী কৰে। বেজবৰুৱাৰ চুটি গল্পত এনে মানসিক প্ৰস্তুতিৰ অভাব নিৰ্ভুল ভাবে স্পষ্ট। 'ডাক্তৰ বাবুৰ সাধু' নামৰ গল্পত কাহিনীৰ উত্তম পুৰুষ (অৰ্থাৎ লিখক স্বয়ং) ৰেল গাড়ীত উঠি হাওৰা ষ্টেশ্যনৰ পৰা কোনোবা এঠাইলৈ যাত্ৰা কৰিছে। তেওঁৰ সহযাত্ৰী হ'ল কেইজনমান বঙালী ভদ্ৰলোক। দীৰ্ঘ ৰেল ভ্ৰমণৰ ক্লান্তি দূৰ কৰিবৰ কাৰণে বঙালী ভদ্ৰলোক কেইজনৰ প্ৰত্যেকেই একোটা গল্প কবলৈ আৰম্ভ কৰিলে। অৱশ্যে তেওঁলোকে ধৰি লৈছিল যে আমাৰ গল্প লিখক

এজন এংলো-ইণ্ডিয়ান চাহাব, আৰু তেওঁলোকৰ বঙালী মাত চাহাবে নুবুজে।' বঙালী ভদ্ৰলোক কেইজনৰ মাজত এনে ধৰণে কথা বাৰ্ত্তা আৰম্ভ হ'ল :

সভাপতি মহাশয়—'ওগো নবেন বাবু, সাহেব কি কোৰে এমন ধাৰা চুপ মেৰে ৰয়েছে বল তো ? ওৰ কি মাথা ধৰে না ?

নবেন বাবু—'সাহেবেৰ বাচ্চা যে, ওদেৰ সবই সম্ভব।'

ডাক্তৰ বাবু—''সাহেবকে একবাৰ জিজ্ঞেস কৰে দেখ না কি কোৰে এমন চুপ কৰে থাকে ?' কোৱা বাহুল্য মাথোন যে গল্প লিখকৰ কাৰণে ৰেলৰ সহযাত্ৰী এই বঙালী ভদ্ৰলোক কেইজন সম্পূৰ্ণ অপৰিচিত আৰু অজ্ঞাত-কুলশীল। তেওঁ নিজে অৱশ্যে এজনক মনে মনে সভাপতি পাতি লৈছে, গতিকে তেওঁক সেই নামেৰেই পাঠকৰ লগতো চিনাকি কৰি দিছে। দ্বিতীয়তে, এই মানুহ কেইজনৰ নিজৰ ভিতৰত হোৱা কথা বাৰ্ত্তাৰ পৰাই বুজা গৈছে যে, আদ্দাত অংশ লোৱা এজন ভদ্ৰলোকৰ নাম হল নবেন বাবু, গতিকে লিখকেও তেওঁক সেই নামেৰে উল্লেখ কৰা সম্পূৰ্ণ সমীচীন হৈছে। কিন্তু তৃতীয় ভদ্ৰলোকজন যে 'ডাক্তৰ বাবু' লিখকে সেই কথা কেনেকৈ জানিলে ? বঙালী ভদ্ৰলোক কেইজনে নিজৰ ভিতৰত হোৱা কথাবাৰ্ত্তাত এবাৰো তেওঁক 'ডাক্তৰ বাবু' বুলি সম্বোধন কৰা নাই। লিখকৰ কাৰণে যে তেওঁলোক সম্পূৰ্ণ অপৰিচিত সেই কথা আগতেই কোৱা হৈছে। গল্পৰ নাতি-হ্ৰস্ব ভূমিকাতো এবাৰো 'ডাক্তৰ বাবু'ৰ কোনো উল্লেখ নাই, বা এনে কোনো ইংগিত নাই যে লিখকৰ পক্ষে তেওঁক অন্ততঃ 'ডাক্তৰ বাবু' বুলি জনা সম্ভৱ। তথাপি কথা নাই বাৰ্ত্তা নাই, লিখকে যে তেওঁক 'ডাক্তৰ বাবু' বুলি উল্লেখ কৰিলে, আনকি গল্পটোৰ নাম পৰ্য্যন্ত ৰাখিলে 'ডাক্তৰ বাবুৰ সাধু' এই কথাই প্ৰমাণ নকৰেনে যে এই ক্ষেত্ৰত লিখকে প্ৰায় অমাৰ্জ্জনীয় অনৱধানতাৰ পৰিচয় দিছে? এনে শিথিলতা আৰু অনৱধানতা বেজবৰুৱাৰ বহুতো গল্পৰ ব্যৰ্থতাৰ প্ৰধান কাৰণ।

বেজবৰুৱাৰ গল্প পৰিক্ৰমা প্ৰায় শেষ হবৰ হ'ল। ওপৰৰ সুদীৰ্ঘ আলোচনাই এতিয়ালৈকে কেৱল এই কথাহে প্ৰমাণ কৰিছে যে চুটি গল্পৰ লিখক হিচাপে বেজবৰুৱাই এনে কোনো সৃষ্টি এৰি থৈ যোৱা নাই যাক শিল্প বিচাৰত সাৰ্থক বা ৰসোত্তীৰ্ণ বুলি কব পাৰি। অৱশ্যে কোনোবাই কব পাৰে যে বেজবৰুৱাৰ গল্পৰ মূল্যায়ন কৰোঁতে বৰ্ত্তমানৰ উন্নত মানদণ্ড প্ৰয়োগ কৰা উচিত নহয়, আৰু তেওঁ যে অসমীয়া ভাষাৰ সৰ্ব্ব প্ৰথম চুটি গল্প লিখক সেই কথাও এই প্ৰসংগত মনত ৰখা উচিত। কিন্তু সাহিত্য বিচাৰত এনে যুক্তি সম্পূৰ্ণ গ্ৰহণীয় নহয়। প্ৰতিভাই যি কোনো ক্ষেত্ৰতে

প্ৰথম পদক্ষেপতেই তাৰ অম্লান স্বাক্ষৰ ৰাখি যাবলৈ সমৰ্থ হয়। পূৰ্ব্বতে উল্লেখ কৰা হৈছে যে ৰবীন্দ্ৰ নাথ ঠাকুৰেই বঙালী ভাষাৰ সৰ্ব্বপ্ৰথম গল্প-লিখক। কিন্তু তেওঁ কেৱল সৰ্ব্ব প্ৰথমেই নহয়, লগতে সৰ্ব্ব শ্ৰেষ্ঠও। ৰবীন্দ্ৰ নাথৰ সমকক্ষ প্ৰতিভাৰ অধিকাৰী নহৈয়ো তেওঁৰ সমসাময়িক প্ৰভাত কুমাৰ মুখোপাধ্যায় আদি লিখকেও যুগজয়ী সাৰ্থক চুটি গল্প লিখি থৈ যাবলৈ সক্ষম হৈছে। গতিকে বেজবৰুৱাই যদি ৰসোত্তীৰ্ণ চুটি গল্প লিখি থৈ যাব পৰা নাই, তেন্তে এই বিশেষ ক্ষেত্ৰত তেওঁৰ যথোচিত প্ৰতিভাৰ অভাৱকে দায়ী কৰাৰ বাহিৰে আন কোনো উপায় নাই।

কিন্তু অসমীয়া সাহিত্যৰ যুগ প্ৰবৰ্ত্তক পুৰুষ বুলি স্বীকৃত লিখকজনে তেওঁৰ লিখিত প্ৰায় অৰ্দ্ধ-শতাধিক গল্পৰ ভিতৰত অন্ততঃ এটাও সাৰ্থক আৰু ৰসোত্তীৰ্ণ গল্প এৰি থৈ যাব নোৱাৰা হলে সেইটো বৰ আচৰিত কথা হলহেঁতেন। পিছে তেনে ঘটনা ঘটা সম্ভৱ নহয়। সৃষ্টি-ধৰ্ম্মী ৰচনাৰ ক্ষেত্ৰত বেজবৰুৱা খুব Inspired বা পৰিশ্ৰমী লিখক নাছিল সঁচা, কিন্তু ফুটি-ছাইযে জুই নাকি ৰাখিব নোৱাৰাৰ দৰে প্ৰয়োজনীয় অনুশীলনৰ অভাৱেও সকলো সময়তে বেজবৰুৱাৰ সৃষ্টি-প্ৰতিভাক হেঁচা মাৰি ৰাখিব নোৱাৰিছিল। বেজবৰুৱাৰ অন্ততঃ পাঁচোটা চুটি গল্পত এই প্ৰতিভাৰ নিৰ্ভুল স্বাক্ষৰ ফুটি উঠিছে, আৰু এই গল্প কেইটায়েই প্ৰমাণ কৰে যে কেৱল অসমীয়া ভাষাৰ সৰ্ব্বপ্ৰথম ভাষালিখক বুলিয়েই তেওঁ অসমীয়া চুটি গল্পৰ বুৰঞ্জীত অমৰ নহয়, কেইটামান সাৰ্থক আৰু ৰসোত্তীৰ্ণ গল্পৰ স্ৰষ্টা হিচাপেও তেওঁ স্মৰণীয়। শ্ৰেষ্ঠত্ব অনুসাৰে সেই গল্প কেইটা হ'ল যথাক্ৰমে 'ধোৱাখোৱা', 'ভদৰী', 'ৰাপিৰাম', 'ভুৰুকী' 'বো আৰু 'মাধৈমালতী'। বেজবৰুৱাৰ প্ৰায় আন সকলো গল্পই Social reporting তকৈ বৰ বেচি দূৰ ওপৰলৈ আগুৱাব পৰা নাই, কিন্তু এই পাঁচোটা গল্পৰে যাই বৈশিষ্ট্য হ'ল, এক স্নিগ্ধ শিল্প দৃষ্টি, যাই বিষয়বস্তু হ'ল, দুজ্ঞেয় মানৱ হৃদয়। ভাষাৰ প্ৰয়োগ আৰু কলা-কৌশলৰ ফালৰ পৰাও এই গল্প কেইটা অন্যান্য গল্পৰ সাধাৰণ দোষবোৰৰ পৰা মুক্ত। বেজবৰুৱাৰ আন সকলোবোৰ গল্পই মেদ-বহুল শ্লথ-গতি আৰু ভাৰাক্ৰান্ত; সেই তুলনাত এই পাঁচোটা গল্পৰ No surface glitter, they have bone, muscle, and native finish. in short, germane structure. গল্প কেইটা ইমান বহুল-পঠিত যে ইয়াত তাৰ নতুনকৈ পৰিচয় দিয়াৰ কিবা প্ৰয়োজন আছে বুলি নাভাবো। কেৱল এটা কথা উল্লেখ কৰাৰ প্ৰয়োজন আছে যে কেৱল এই পাঁচটা গল্পতেই বেজবৰুৱাই ৰহস্যময় মানৱ চৰিত্ৰৰ প্ৰতি প্ৰশংসনীয় অন্তৰ্দৃষ্টিৰ পৰিচয় দিছে, আৰু সেই ৰহস্য চেতনাৰ লগত শিল্প দৃষ্টি যোগ হৈ এই গল্প কেইটাত এক প্ৰশান্ত সৌন্দৰ্য্য আৰু

গভীৰতা আৰোপ কৰিছে। 'ধোৰাঁ খোৱা' গল্পটোত ৰামেশ্বৰ ডাঙৰীয়াৰ চৰিত্ৰটো এনে ধূসৰ তুলিকাৰে অংকন কৰা হৈছে যে কেৱল এটা সামান্য ধোৰাঁখোৱাকে কেন্দ্ৰ কৰি তেওঁৰ জীৱন আবৰ্ত্তিত হৈছে বুলি ভাবিবলৈ টান লাগে, চেষ্টা কৰিলে গল্পটোত এটা প্ৰতীকী অৰ্থ আৱিষ্কাৰ কৰাও বোধহয় সম্ভৱ। 'ভুৰুকী বৌ' গল্পত এজন দুৰ্বলি-চিত্ত মানুহৰ চৰিত্ৰ এনে গভীৰ অন্তৰ্দৃষ্টি আৰু সহৃদয়তাৰে ফুটাই তোলা হৈছে যে এই গল্প কেতিয়াও পুৰণি হব নোৱাৰে, যি কোনো কালৰ মাপ-কাঠিতেই ই এটা অনবদ্য চুটি গল্প। 'ভদৰী' আৰু 'বাপিৰাম' দুয়োটা গল্পতে মানৱ চৰিত্ৰৰ দুৰ্জ্জেয়তা আৰু মহত্ব অতি শিল্প সন্মত ৰূপত ফুটি উঠিছে। কিছু কম পৰিমাণে হলেও সেই একে মন্তব্য 'মাধৈমালতী' গল্পৰ ক্ষেত্ৰতো প্ৰযোজ্য।

চুটি গল্পৰ লিখক হিচাপে বেজবৰুৱাৰ সৰ্ব্বশ্ৰেষ্ঠ সৃষ্টি হ'ল এই পাচঁটা চুটি গল্প, আৰু নিৰ্ভুল প্ৰতিভা-দীপ্ত এই গল্প কেইটায়েই প্ৰমাণ কৰে যে অধিক নিষ্ঠা আৰু পৰিশ্ৰম নিয়োগ কৰা হলে বেজবৰুৱাই অসমীয়া সাহিত্যলৈ আৰু বহুতো উৎকৃষ্ট চুটি গল্প দান দি যাব পাৰিলেহেঁতেন। কি যি কি নহওক, সংখ্যাত নিচেই তাকৰ হলেও এহাতৰ আঙলি মূৰত লিখিব পৰা এই গল্প কেইটাৰ কাৰণেই বেজবৰুৱা অসমীয়া চুটি গল্পৰ পুৰোধা আৰু বহুকাল স্মৰণীয় হৈ থাকিব।

# ঔপন্যাসিক লক্ষ্মীনাথ বেজবৰুৱা

শ্ৰীঅতুল চন্দ্ৰ গোস্বামী

**একমাত্ৰ উপন্যাস :—** সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বহুমুখী প্ৰতিভাৰ প্ৰশস্তিৰ অভাৱ নাই। অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগলৈ তেখেতৰ অৱদান সম্পৰ্কে ভক্তিৰে গুণগান কৰোঁতাৰ অভাৱ নাই। কিন্তু, সমালোচনাৰ আহিলা-পাতি হাতত লৈ তেখেতৰ একমাত্ৰ উপন্যাস 'পদুমকুঁৱৰী'ৰ অস্ত্ৰোপচাৰ কৰোঁতাসকলে ততালিকে তেখেতৰ প্ৰতিভাৰ এটা দিশৰ প্ৰতি সন্দেহ প্ৰকাশ কৰে। অকল তাতেই ক্ষান্ত নাথাকি 'পদুমকুঁৱৰী'ৰ বিফলতাৰ বাবেই বেজবৰুৱাই উপন্যাস লিখিবলৈ এৰি দিয়া বুলিও কয়। কেৱল এখন উপন্যাসৰ ভিত্তিত বেজবৰুৱাৰ ঔপন্যাসিক প্ৰতিভা নাছিল বুলি কোৱা টান। ঔপন্যাসিক হিচাপে বেজবৰুৱাৰ কৃতিত্ব যিয়েই নহওক, তেখেতৰ সম্ভাৱনা আছিল নে নাছিল, 'পদুমকুঁৱৰী'ৰ বিফলতাৰ বাবেই নে অন্য কিবা কাৰণত তেখেতে উপন্যাস লিখিবলৈ এৰি দিছিল, এইবোৰ কথা গভীৰভাবে বিচাৰ কৰি চোৱাৰ প্ৰয়োজন হৈছে। এনে বিচাৰৰ দ্বাৰা কিবা সিদ্ধান্তত উপনীত হ'ব লাগিলে আমি 'পদুম কুঁৱৰী'ক বেজবৰুৱাৰ সমগ্ৰ ৰচনাৱলীৰ বুকুৰ পৰা ফালি আনি চাব নালাগিব। কাৰণ, ঔপন্যাসিক বেজবৰুৱা কথা সাহিত্যিক বেজবৰুৱাৰ এটা কালহে, এটা বিচ্ছিন্ন অংশ নহয়।

**পদুম কুঁৱৰীৰ এটি সমীক্ষা :—**

স্বদেশপ্ৰেমী হৰদত্ত-বীৰদত্তই আহোমৰ স্বেচ্ছাচাৰী শাসনৰ পৰ মাতৃভূমি কামৰূপ উদ্ধাৰ কৰিবলৈ চলোৱা বিদ্ৰোহৰ শেষছোৱা 'পদুম কুঁৱৰী উপন্যাসৰ উপজীব্য। এই বিদ্ৰোহক বুৰঞ্জীত "দন্দুৱাদ্ৰোহ" বুলি জনা যায়। উপন্যাসৰ নায়িকা পদুম হৰদত্তৰ জীয়েক; নায়ক সূৰ্য্য তেৰে তুলি তালি ডাঙৰ দীঘল কৰা এজন কুলীন ডেকা। পদুম-সূৰ্য্যৰ আশৈশৱ প্ৰীতিয়েই শেহত যৌৱনসুলভ প্ৰণয়লৈ ৰূপান্তৰিত হয়। কিন্তু ৰাজনৈতিক কাৰণত পদুমক কোঁচ ৰাজকোঁৱৰলৈ বিয়া দিয়াৰ প্ৰস্তাৱ উৎথাপিত হোৱাত পিতৃপক্ষৰ পৰাই পদুম-সূৰ্য্যৰ প্ৰণয়ত অন্তৰায়ে দেখা দিয়ে। সূৰ্য্যকুমাৰে হৰদত্তৰ ঘৰ এৰি যাবলৈ বাধ্য হয়। আশ্ৰয়হীন হৈ তেওঁ হৰদত্তৰ বৈৰী

গুৱাহাটীত থকা আহোম ৰাজবিষয়া কলীয়া ভোমোৰা বৰফুকনৰ আশ্ৰয় গ্ৰহণ কৰে। হৰদত্তৰ প্ৰতি কোনো অসূয়া নথকা সত্ত্বেও, কোনো কুঅভিসন্ধি নথকা সত্ত্বেও, সূৰ্য্যকুমাৰে বৰফুকনৰ আশ্ৰয় লোৱাটো অস্বাভাৱিক আৰু এই ক্ষেত্ৰত লিখকৰ যুক্তি অতি দুৰ্বল। হৰদত্ত আৰু সূৰ্য্যৰ পুৰণি সম্পৰ্ক জনাৰ পিছতো বৰফুকনে তেওঁক হৰদত্তৰ বিৰুদ্ধে "সূৰ্য্যাস্ত্ৰ"ৰূপে গ্ৰহণ কৰা আৰু প্ৰথম দিনৰ পৰাই নিজকন্যা ফুল আইদেউৰ লগত হলিগলি কৰি থাকিবলৈ দিয়াটো অসঙ্গত যেন লাগে। বৰফুকনৰ জীয়েক ফুল আইদেউৰ সূৰ্য্যৰ প্ৰতি প্ৰথম দৃষ্টিতে প্ৰেম জাগে। ফুলৰ মৰমসনা ব্যৱহাৰ আৰু তৎপৰতা সত্ত্বেও সূৰ্য্যই পদুমৰ কথাকে সুঁৱৰি জীয়াতু ভোগে। সূৰ্য্যৰ দৰে বুদ্ধিমান ডেকাৰ়ো ফুলৰ মনৰ ভাব শেষ পৰ্য্যন্ত বুজিব নোৱাৰাটো উপ-ন্যাসখনৰ আন এটা বিসঙ্গতি। ইতিমধ্যে হৰদত্ত-বীৰদত্তই লগৰীয়াসকলৰ লগত গুণাগঁথা কৰি থাকোঁতেই আহোমৰ সৈন্যবাহিনী আহি তেওঁলোকৰ নিচেই ওচৰ পোৱাত লগৰীয়াসকলে তেওঁলোকক অকলশৰীয়া কৰি এৰি যায়। তেওঁলোকেও তেওঁলোকৰ স্বাভাৱিক বীৰত্বৰ পৰিবৰ্ত্তে ভীৰুতা প্ৰদৰ্শন কৰি সপৰিয়ালে পলাই গৈ ভুটীয়া পাহাৰৰ নামনিত আশ্ৰয় লয়গৈ। প্ৰকৃতিৰ সন্তানসকলৰ অকৃত্ৰিম ভালপোৱাৰ মাজত কিছুকাল থকাৰ পাছত হৰদত্তৰ পত্নী বিয়োগ ঘটে। পদুম উন্মাদৰ দৰে হৈ পৰে। পিতৃৰ মৰম আৰু ভুটীয়া ছোৱালী কুৰ্ম্মীৰ সাহচৰ্য্যকে সম্বল কৰি তেওঁ দিন অতিবাহিত কৰিলে। এই কালছোৱাত ৰঘুৰ বন্ধু কোৰ্ম্মা, পদুমৰ বান্ধৱী কুৰ্ম্মী আৰু আশ্ৰয়দাতা ভুটীয়া চৰ্দাৰৰ মাজেদি সৰলচিতীয়া পৰ্ব্বতীয়া লোকৰ আন্তৰিকতা আৰু বীৰত্বৰ সুন্দৰ ছবি এখন ফুটি উঠিছে। ৰঘু আৰু কোৰ্ম্মা এবাৰ চিকাৰলৈ যাওঁতে অকস্মাতে আহোমৰ চোৰাংচোৱাৰ হাতত ধৰা পৰে। উভয় পক্ষৰ মাজত হোৱা যুঁজত কোৰ্ম্মাৰ মৃত্যু ঘটে আৰু ৰঘুক বন্দী কৰি বৰফুকনৰ ওচৰলৈ নিয়া হয়। ৰঘুৰ সৰলতাৰ সুবিধা লৈ বৰফুকনে বিশ্বাসঘাটকতা কৰি ৰঘুৰ সহায়ত হৰদত্তৰ গোপন আশ্ৰয়স্থল বিচাৰি পায় আৰু হৰদত্ত, বীৰদত্ত আৰু ৰঘু তিনিওকে হত্যা কৰে। শেষ মুহূৰ্ত্তত পদুমক বিচাৰি সূৰ্য্য আৰু তেওঁৰ পাছে পাছে ফুল আহি ঘটনাস্থলীত উপস্থিত হয়হি। বৰফুকনৰ সেনাপতি কুমেদান বঙালে পদুমক অপমান কৰিবলৈ উদ্যত হওঁতেই সূৰ্য্যই বীৰত্ব প্ৰদৰ্শন কৰি কুমেদানক হত্যা কৰে আৰু পদুমক ৰক্ষা কৰে। পদুম-সূৰ্য্যৰ শেষ মিলনত দেখা দিয়া আশাৰ বেঙুনি হঠাৎ হেৰাই যায়। মিলনৰ শেষ আশা পূৰণ হোৱাৰ পিছতে পদুমে অস্বাভাৱিক ধৰণে বিহ খাই আত্মহত্যা কৰে। তাকে দেখি পদুমৰ অবিহনে প্ৰেমিক সূৰ্য্য আৰু বান্ধৱী কুৰ্ম্মীয়ে জীয়াই থকাৰ অৰ্থ বিচাৰি নাপাই আত্মহত্যা কৰে। ইয়াৰ পিছত বৰফুকনৰ

জীয়েক ফুল আইদেৱে বুদ্ধিমান পিতৃকো অবিশ্বাস্য ধৰণে ফাঁকিৰে ফুলনাই পদুম-সূৰ্য্যৰ শ দুটা নি মৈদামত সাধন কৰিলেগৈ। একেদিনাই সন্ধিয়াপৰত নিজেও আহি সেই মৈদামতে পদুম-সূৰ্য্যৰ লগত শেষ আশ্ৰয় ললেগৈ।

পদুমকুঁৱৰীক ঐতিহাসিক উপন্যাস বোলা হয় যদিও ঐতিহাসিক ঘটনাৰ প্ৰতি লিখকে বিশেষ লক্ষ্য ৰখা নাই। পদুম-সূৰ্য্যৰ কাহিনীৰ পটভূমি হিচাপেহে ইয়াক লোৱা হৈছে। এই কাহিনীৰ ঐতিহাসিক সত্যতাও সুপ্ৰমাণিত নহয়। পদুমৰ অস্তিত্ব আচলতে লোকগীতিৰ মাজতহে, ইতিহাসত নাই। উপন্যাসৰ চৰিত্ৰবোৰৰ বেছিভাগেই কাল্পনিক। তথাপি উপন্যাস-খনক 'ঐতিহাসিক' বুলি অভিহিত কৰাত আপত্তি নাথাকিলহেঁতেন, যদিহে ইয়াত যি ঐতিহাসিক কালৰ ঘটনা উপস্থিত হৈছে সেইকালৰ পূৰ্ণ প্ৰতিফলন হলহেঁতেন। ৰজদলৈৰ 'দন্দুৱা দ্ৰোহ'ৰ দৰে বেজবৰুৱাৰ পদুম কুঁৱৰীক স্বৰূপাৰ্থত ঐতিহাসিক বুলিব নোৱাৰি।

উপন্যাসৰ কাহিনী আৰু বৰ্ণনা ৰীতি দুয়োটাই অতি সৰল। কাহিনী আগবঢ়াই নিওঁতে নাটকীয় পৰিস্থিতিৰ সহায় লোৱা হৈছে। পৰিণতিও অতি নাটকীয়। মূল কাহিনীৰ লগত সূৰ্য্যৰ প্ৰতি ফুলৰ একপক্ষীয় প্ৰেমৰ কাহিনীৰ সংযোগে কাহিনীৰ বিকাশত বিশেষ সহায় কৰা নাই। পদুমৰ প্ৰতি সূৰ্য্যৰ অবিচল প্ৰেম আৰু ফুলৰ তেওঁৰ প্ৰতি থকা প্ৰেমৰ বিষয়ে তেওঁৰ বিশ্বাসাতীত অজ্ঞতাৰ বাবেই ফুল-সূৰ্য্য-পদুমৰ ত্ৰৈভুজিক সম্পৰ্কৰ অৱতাৰণা কৰি লিখকে বিশেষ একো লাভ কৰিব পৰা নাই। অৱশ্যে ইয়াৰ ফলত এটা অপূৰ্ব্ব চৰিত্ৰৰ সৃষ্টিয়ে উপন্যাসখন সমৃদ্ধ কৰিলে। চৰিত্ৰটি হ'ল ফুল আইদেউ। প্ৰতিদান নিবিচৰা নিস্বাৰ্থ আদৰ্শ প্ৰেমৰ অধিকাৰিণী ফুল আইদেৱে তেওঁৰ বুদ্ধি, কৰ্ম্মতৎপৰতা আৰু সততাৰে পাঠকৰ হৃদয় জয় কৰি যায়। তাৰ বাহিৰে ফুল-সূৰ্য্য সম্পৰ্কীয় কাহিনীটিয়ে পাঠকক বিশেষ নতুন সোৱাদ দিব পৰা নাই।

প্ৰথম অধ্যায়ৰ পৰা ষষ্ঠ অধ্যায়লৈকে (বৰফুকনৰ ঘৰত সূৰ্য্যৰ বৰ্ণনা পৰ্য্যন্ত) কাহিনী স্বাভাৱিক ভাবেই গঢ়ি উঠিছে। ইয়াৰ পিছত ঘটনা-প্ৰবাহ দ্ৰুতভাবে আগবাঢ়ি আকস্মিক ভাৱে শেষ হৈছে। দুটামান ঘটনাই চেক্স্‌পীয়েৰৰ বিভিন্ন নাটকৰ দৃশ্যবিশেষৰ কথা সোঁৱৰোৱাৰ লগতে বেজবৰুৱাৰ সাহিত্যত পশ্চিমীয়া সাহিত্যৰ প্ৰভাৱৰ কথা সূচায়। প্ৰেমাস্পদৰ পৰা বিচ্ছিন্ন হৈ মানসিক সংঘাতত ভুগি থাকি অৱশেষত আকস্মিক ভাৱে মাকক হেৰুৱা পদুমৰ পৰিস্থিতিৰ লগত পিতৃহাৰা, বিৰহিণী অফেলিয়াৰ পৰিস্থিতিৰ সাদৃশ্য থকাৰ উপৰিও তেওঁৰ প্ৰলাপত বিভিন্ন ভাৱৰ অতৰ্কিত সংযোগত লীয়েৰৰ প্ৰলাপৰ মিল দেখা যায়। নালীয়া আৰু কেৰপাই

চোবাংচোৰাই ভগ্‌বেৰী আৰু ভাৰ্জুচৰ কথা সোঁৱৰায়। দিনৰাতিৰ দোমোজাৰ পৰত সূৰ্য্য আৰু পদুমৰ মৈদামৰ কাষত ফুল আইদেউ থিয় হৈ থকা মুহূৰ্ত্তটিয়ে ৰোমিয়-জুলিয়েটৰ বিয়োগান্ত পৰিণতিৰ কথা মনত পেলায়। ফুল আইদেউৰ শ সাধনৰ ক্ষেত্ৰত কপাল-কুণ্ডলাৰ প্ৰভাৱলৈ সমালোচকে আগতেই আঙুলিয়াই গৈছে। অৱশ্যে এই সাদৃশ্যবোৰ অতিশয় আংশিক আৰু অস্পষ্ট। উপন্যাসৰ পৰিণতিত চুৰি চৰিত্ৰৰ হত্যা বা আত্মহত্যাই দৃশ্যটোৰ লগত চেক্স্‌পীয়েৰৰ বিয়োগান্ত নাটসমূহৰ আপাত সাদৃশ্য দেখুৱালেও ৰসসৃষ্টিৰ ফালৰ পৰা ই সমগোত্ৰীয় নহয়। ইয়াত কাৰুণ্যতকৈ ভয়াবহতাহে বেছি। সংস্কৃত আলঙ্কাৰিকৰ বিচাৰ-ৰীতিৰে কোনোবাই জুগুপ্সা বিচাৰি পালেও, এই সম্পৰ্কে আমাৰ সন্দেহ আছে।

উপন্যাসখনৰ চৰিত্ৰচিত্ৰণত বহুত খুঁত আছে। চৰিত্ৰসমূহ তেওঁলোকৰ কাৰ্য্যৰ মাজেদি দৰ্শকৰ চকুৰ আগত মূৰ্ত্ত হৈ উঠা নাই। আনকি বহুক্ষেত্ৰত তেওঁলোকৰ বিষয়ে যি বৰ্ণনা দিয়া হৈছে তাৰ লগত তেওঁলোকৰ কাৰ্য্যাৱলীৰ অমিল দেখা গৈছে। হৰদত্ত-বীৰদত্তৰ কাৰ্য্য তেওঁলোকৰ বীৰত্বৰ পৰিচায়ক নহয়। নায়ক সূৰ্য্যকুমাৰৰ চৰিত্ৰটি শেষ মুহূৰ্ত্তলৈকে দুৰ্ব্বল হৈয়ে ৰ'ল। মৃত্যুৰ আগমুহূৰ্ত্তত আগপিছ নুগুনি কুমেদানক ধৰাশায়ী কৰি আৰু পদুমৰ লগতে তেৰেঁ। মৃত্যুবৰণ কৰিহে তেওঁ বীৰত্ব আৰু মহত্ত্বৰ পৰিচয় দিলে। তাৰ আগত গোটেই উপন্যাসখনতে তেওঁক আমি নিষ্ক্ৰিয় আৰু নিৰ্ব্বোধ ডেকাৰূপেহে দেখোঁ।, কলীয়া ভোমোৰাৰ কূটনীতিপৰায়ণ, কঠোৰ আৰু বিশ্বাসঘাটকী ৰূপটো স্পষ্ট হৈ উঠিছে। বন্ধুৰ বালসুলভ সৰলতা আৰু বীৰত্ব দুয়োটা আছে। কোম্মা-কুম্মীৰ সৰলতা, অকপট প্ৰেম, বীৰত্ব আৰু আন্তৰিকতাই পাঠকক মোহিত কৰে। আচলতে শেষত উল্লেখ কৰা এই অপ্ৰধান চৰিত্ৰ তিনাটি অতি সুন্দৰ আৰু স্পষ্ট। কাৰণ, এওঁলোকে কাৰ্য্যৰ মাজেদি আত্মপ্ৰকাশ কৰিছে। নাৰীচৰিত্ৰসমূহৰ ভিতৰত ফুল পদুমতকৈ অধিক মনোৰমা আৰু আদৰ্শনীয়া, কিন্তু পদুম ততোধিক মানবী। সেইকাৰণে পদুমৰ চৰিত্ৰৰ মাজেদি আমি কিবা কাব্যিক আনন্দ পালেও, পদুমৰ চৰিত্ৰচিত্ৰণতহে নাৰীহৃদয়ৰ লগত বেজবৰুৱাৰ পৰিচয় থকাৰ উমান পাওঁহক। এই চৰিত্ৰটিৰ মানসিক সংঘাত আৰু বিপৰ্য্যয়ৰ অতি সূক্ষ্ম বৰ্ণনা দিয়া হৈছে। কেৱল পদুমৰ আত্মহত্যাৰ ক্ষণটো বাচি লোৱাতহে খুঁত ৰৈ গ'ল। সূৰ্য্যকুমাৰৰ লগত পুনৰ্মিলন হোৱাৰ আগে আগেই পদুমে বিহ খোৱা হলে তাত অস্বাভাৱিকতা লেশমানো নাথাকিল হেঁতেন।

## কেইটামান সিদ্ধান্ত

ওপৰত উপন্যাসখনৰ যিখিনি দোষ ক্রটীৰ কথা উনুকিওৱা হৈছে সেইখিনি ইতিপূৰ্ব্বে একাধিক সমালোচকে আলোচনা কৰিছে। কিন্তু, তাৰপৰা আমি ঔপন্যাসিক বেজবৰুৱাৰ প্রতিভা সম্পর্কে যি সিদ্ধান্তলৈ আহিম সেই সিদ্ধান্তহে বেলেগ।

বেজবৰুৱাৰ 'পদুম কুঁৱৰী' এজন সম্ভাৱনাপূর্ণ ঔপন্যাসিকৰ প্রথম আৰু একমাত্র সৃষ্টি এই মন্তব্যত কোনো পৃষ্ঠপোষকতাৰ মনোভাৱ নিহিত আছে বুলি সন্দেহ কৰাৰ থল নাই। বেজবৰুৱাৰ দৰে মহৎ সাহিত্যিকক পৃষ্ঠপোষকতা কৰিবৰ ধৃষ্টতা আমাৰ নাই আৰু ই সম্পূর্ণ নিষ্প্রয়োজনীয়। বেজবৰুৱাৰ 'পদুম কুঁৱৰী'ত বিচাৰি পোৱা ঔপন্যাসিক গুণাৱলীৰ সমীক্ষাৰ পৰাহে আমি এনে অনিবাৰ্য্য সিদ্ধান্তত উপনীত হৈছোঁ।

'পদুম কুঁৱৰী' উপন্যাসৰ আৰম্ভণি হৈছে এটা ভয়াবহ, কৰুণ পৰিবেশৰ বর্ণনাৰে। কেইটামান চুটি চুটি বাক্যেৰে বর্ণনা আৰম্ভ হৈছে। বর্ণনাটো স্বৰূপ বৰ্ত্তমান কালত। তাৰ ফলত পাঠকে পৰিবেশৰ প্রতিটো কথাই পঢ়ি যোৱাৰ লগে লগে চকুৰ আগত দেখি থকা যেন অনুভৱ কৰে। বাক্যবোৰ যিমানে দীঘল হৈ গৈ আছে সিমানে পৰিবেশৰ নিঃসঙ্গতা আৰু ভয়াবহতাৰ ব্যঞ্জনা বাঢ়ি আহিছে। ইয়াৰ উপৰি, ভাষাৰ গুণতো এই ব্যঞ্জনা তীব্র হৈ উঠিছে। উচচ অনিয়ত ধ্বনি (ই, উ), প্রস্ফোট ধ্বনি (ফ. ভ, ঘ) আৰু উষ্ম ধ্বনি (স, হ আদিৰ)ৰ অধিক ব্যৱহাৰৰ লগতো এই তীব্রতাৰ সম্পর্ক আছে। অনুকাৰ আৰু অনুৰূপ শব্দৰ যথাযথ ব্যৱহাৰে বর্ণনাক শক্তিশালী কৰি তুলিছে। উপমা আৰু শব্দচয়নতো অনবদ্য যথার্থতা প্রতীয়মান হৈছে।

"ৰাতি দুপৰ হৈছে। জগত নিমাত নিস্তব্ধ। সৰু বেজী এটি হাতৰ পৰা পৰিলেও কাণ যায়। মাজে-মাজে ফেকুৰাৰ ফেউ-ফেউ, কুকুৰৰ ভুক্-ভুক্, হুদুৰ মাত আৰু ফেঁচাৰ কুৰুলীয়ে এই নিশাৰ নিফুট ভয়লগা ৰাতিক আৰু ভয়লগা কৰি তুলিছে। কেতিয়াবা বতাহৰ অলপ ৰিব্‌ৰিবণিত গছপাতবোৰ জৰজৰাই উঠিছে। আকৌ বতাহ নাইকিয়া হ'লত, সেইবোৰৰ ভিতৰত সাৰ-সুৰ নাইকিয়া হৈ পৰিছে। যেন নিশাই লুটিবাগৰ দিবলৈ আকৌ ঘোৰ টোপনিত নিমগ্ন হৈছে। চৰাই-চিৰিকটি পহু-পতং সকলোবোৰ টোপনিৰ কোলাত পৰি অচেতন" ইত্যাদি।

এই বর্ণনা আগবাঢ়ি এনে এটা স্তৰত উপনীত হৈছে যে, তাৰ নিঃসঙ্গতা ভয়াবহতা আৰু হেঁচাৰ গধুৰতাই যি কোনো প্রাণীকে বর্ণিত পৰিবেশৰ পৰা

উদ্ধাৰৰ বাবে আকুল কৰি তুলিব। কিন্তু পদুমৰ নিষ্ক্ৰিয়তাই সেই পৰিবেশত তেওঁৰ মনৰ বেদনা আৰু নৈৰাশ্য কিমান স্পষ্ট কৰি তুলিছে চাওক—

"তেওঁৰ মূৰৰ শিতানৰ ওচৰতে এটা সৰিয়হৰ তেলৰ চাকি টিমিক-টামাককৈ জ্বলিব লাগিছে। চাকিটোত যে তেল নথকাৰ বাবে তেনে হৈছে এনে নহয়, তাত তেল আছে, কেৱল শলাকানি ডালৰ আগটো কাটি বঢ়াই দিয়া হোৱা নাই বাবেহে তেনেকৈ সি কলমুটিয়াব লাগিছে।"

সৰিয়হ তেলৰ চাকিটোৱে আমাক অতৰ্কিতে এটা পুৰণি যুগৰ বুকলৈ ঠেলি দিয়ে। এতিয়া সেই যুগৰ মানুহৰ শোৱনিঘৰৰ পৰিবেশটোত মন কৰক।

"চাকিটোৰ পৰা অলপমান আঁতৰত, সেইফালেই বেৰত আঁৰি থোৱা এটা কাঠৰ হেঙুলীয়া কৰণিত এখন হেজাৰী বোষা পুথি। ভৰি-পথানৰ ফালে দুটা বেতৰ কাপোৰ থোৱা জপা আৰু এটা সৰু হাতনি পেৰা এখন বাহঁৰ চাঙৰ ওপৰত আছে। তাৰ ওপৰতে সেই চাঙৰ মূৰৰ শিতানৰ ফালটোৰ নিচিনা এটা সৰু আৰু এটা ডাঙৰ কৰণি। সৰুটোৰ ভিতৰত থকা বস্তুৰ এই তালিকা :— এখন সৰু আৰ্চী, এটা কাঠৰ হেঙুলীয়া সেন্দুৰৰ টেমা, এবখলা সেন্দুৰ গোলা শামুক, এডাল কেঁটেলা পহুৰ কাঁইট, এডাল ৰূপৰ শলা, এটা ৰূপৰ চন্দনৰ খুৰিবাটি। ডাঙৰটো কৰণিত গোটাচেৰেক ৰ-চুঙা, মাকো, কিছুমান মহুৰা ( কোনোটো পকোৱা কোনোটো নপকোৱা) আৰু দুলেচামান পাট সূতা। বাটিত কাঠৰ হাকোটা দুটা আছে। তাৰে এটাত মূৰত ঘঁহা গন্ধতেলৰ চুঙা এটা আৰু এটাত মেৰ-চৰা খনচেৰেক অঁৰা। বেৰৰ কাষতে মাটিত গোটাচেৰেক উষা চেৰেকী পুতি থিয়কৈ থোৱা হৈছে। শোৱাপাটীৰ ওচৰতে এটা বটাত টেমী, কটাৰী আৰু তামোল পাণ। পাটীখন সৰ্ব্বসাধাৰণ মানুহৰ যেনেকুৱা, তেনে :—এখন হেঙুলীয়া কুন্দা খুৱাৰে কঠাল কাঠৰ চালপীৰা, এখন কঠ, এখন তুলি, এখন তলত পৰা, এটা গাৰু আৰু এখন কাপোৰ। সেই খোটালিটোত কাপোৰ থোৱা দাড়, পিকদান, চৰিয়া, লোটা আৰু বাতি প্ৰভৃতি এনে ভালেমান বস্তু আছে, যিবিলাক সকলো ভাল মানুহৰ জীয়াৰীৰ শোৱাঘৰত থাকে। এইবিলাক বস্তু আৰু তাক থোৱা গঢ় দেখিলে যে ঘৰটিৰ গৰাকীয়নী অতি পবিত্ৰ, কোমল সজ স্বভাৱৰ ছোৱালী এনে ভাব মনত নেখেলাই নেথাকে।"

গোটেই বৰ্ণনাটোতে বেজবৰুৱাৰ সূক্ষ্ম পৰ্য্যবেক্ষণ ক্ষমতা, পুৰণি অসমীয়া পাৰিবাৰিক জীৱনৰ লগত নিবিৰ পৰিচয় আৰু বৰ্ণনা নৈপুণ্য সুন্দৰকৈ প্ৰকাশ পাইছে। মাথোন শেষৰ এটি বাক্যত খুঁত বৈ গ'ল।

শোৱনি কোঠা আৰু তাত কথা বস্তুবোৰৰ পৰিপাটিতাৰ প্ৰতি বৰ্ণনাৰ লগতে দুই এটা শব্দেৰে কৈ অহা হলে শেষৰ মন্তব্যটো লগাই নিদিয়া-হেঁতেনো হয়। কিন্তু, বেজবৰুৱা যি কালৰ লিখক, সেই কালত এনে মন্তব্য দিয়াটো গতানুগতিক হৈ পৰিছিল আৰু সেই বাবেই ইযাত আপত্তি কৰিবলগীয়া একো নাই।

লিখকে উক্ত পৰিবেশত নাযিকা পদুমক আমাৰ আগলৈ উলিয়াই আনিছে। এই বৰ্ণনাত লিখকৰ আৱেগ প্ৰৱণতাৰ আতিশয্যই পাঠকক বিৰক্ত কৰে; আনকি, বহুত সময়ত ইযাক কৃত্ৰিম বুলি ভাবিবৰো থল আছে। সচাঁকৈ কৃত্ৰিমতা নেকি? এই প্ৰশ্নৰ উত্তৰ আমি পিছত দিম। তাৰ আগতে পদুমৰ প্ৰতি বেজবৰুৱাৰ মনোভাৱ প্ৰথমৰ পৰাই কিমান সংবেদনশীল তালৈ দৃষ্টি আকৰ্ষণ কৰোঁ। বেজবৰুৱাৰ সমগ্ৰ ৰচনাৱলীৰ এটা বিশেষত্ব হ'ল এই যে, তেখেতে নাৰী চৰিত্ৰ সমূহক সদায শ্ৰদ্ধা আৰু মৰমেৰে প্ৰতিষ্ঠা কৰে। ডালিমী আৰু ভদৰী তাৰ শ্ৰেষ্ঠতম নিদৰ্শন। 'পদুম কুৱঁৰী'ত পদুম, ফুল আৰু পদুমৰ মাক তিনিওকে তেখেতে নাৰীৰ প্ৰাপ্য সন্মান দিছে। পদুম আৰু ফুলক পিতৃসুলভ মৰমেৰে বুৰাই দিছে। ঔপ-ন্যাসিক বেজবৰুৱাৰ এই দৃষ্টিভঙ্গীৰ প্ৰমাণ আমি 'পদুম কুঁৱৰী'ৰ আৰম্ভণিতে পাওঁ। নায়িকা পদুমৰ প্ৰথম বৰ্ণনাটোৱে বেজবৰুৱাৰ এই দৃষ্টি-ভঙ্গীৰ প্ৰমাণ দিয়ে।

ইয়াৰ পিছত পদুমৰ পিতৃ পৰিযালৰ বাসস্থান গুৱাহাটীৰ বৰ্ণনাৰ ভাষাত হঠাৎ উদাত্ত ধ্বনিৰ অনুৰণন শুনা যায। আগৰ ঘৰুৱা কথাৰ উপযুক্ত বাক্য গাঁথনিৰ পৰা এই বৰ্ণনাৰ জটিল বাক্য গাঁথনিলৈ অহাৰ কোনো ক্ৰম নাই। কিন্তু এটা ক্ৰম ৰক্ষা কৰি সেই বৰ্ণনালৈ আহিব পৰা হলে ইয়াৰ যথাৰ্থতা আৰু শক্তি সম্পৰ্কে সন্দেহৰ অৱকাশ নাথাকিলহেঁতেন। পদুমৰ পিতৃ হৰদত্ত প্ৰমুখ্যে পৰিয়ালৰ সকলোকে এজন এজনকৈ পাঠকৰ আগত দাঙি ধৰিছে। হৰদত্ত, বীৰদত্ত, ৰঘুৰ মাক, ৰঘু আৰু পদুম প্ৰত্যেকৰে একোটা 'স্কেচ্' আমাৰ আগত দাঙি ধৰিছে। প্ৰত্যেকটো স্কেচ্ স্পষ্ট ৰেখাৰে অঁকা। তাৰ ভিতৰত বীৰদত্তৰটো এটা কাৰ্টুন বুলিব পাৰি। তেওঁক এনেধৰণে কিয় সজোৱা হ'ল তাকো আমি প্ৰসঙ্গক্ৰমে পিছত আলোচনা কৰিম।

'পদুম কুঁৱৰী'ৰ প্ৰথম অধ্যায়ত আমি যিখিনি গুণৰ সন্ধান পাওঁ সেইখিনি এজন ঔপন্যাসিকৰ বাবে মূল্যবান সম্পদ। এইখিনি বস্তুৰ কাৰণেই বোধহয় উপন্যাসখনে সেইকালৰ পাঠকক আকৰ্ষণ কৰিব পাৰিছিল, আৰু ৺ৰজনীকান্ত বৰদলৈয়েৰে উপন্যাসখনি 'সুৱলাও হৈছে' বুলি কৈছিল। এই উপন্যাস লিখাৰ সময়ত বেজবৰুৱাৰ বয়স সাতাইশ বছৰ। 'কাকতৰ টোপোলা',

'লিতিকাই' আৰু 'পদুম কুৱঁৰী' প্ৰায় একে সময়ৰে ৰচনা। ১৮৯০-৯১ চনত লিখা। এই লিখাবোৰে সেই সময়ৰ পাঠকৰ মন সহজে চুইছিলগৈ। কাৰণ, এই ধৰণৰ ৰচনা অসমীয়া সাহিত্যত সেয়ে প্ৰথম। এজন সাতাইশ বছৰীয়া ঔপন্যাসিকে প্ৰথম লিখাতে আংশিক সাফল্য লাভ কৰাৰ পাছত উপন্যাস লিখিবলৈ কিয় এৰিলে ?

এই প্ৰশ্নৰ উত্তৰ আমি এইদৰে দিওঁ। বেজবৰুৱাই যি কালত সাহিত্য চৰ্চা আৰম্ভ কৰিছিল, সি আলোচনী আৰু সম্বাদ পত্ৰৰ কাল। অসমীয়া নৱজাগৰণৰ এজন বিশিষ্ট দূত হিচাপে বেজবৰুৱাই এহাতে যেনেকৈ ভাষা আৰু সাহিত্যৰ উন্নতিৰ কথা চিন্তা কৰিছিল, আনহাতে তেখেতে তেনেকৈ অসমীয়া ৰাইজৰ প্ৰাণত নতুন চেতনাৰ সঞ্চাৰ কৰা প্ৰয়োজন বুলি ভাবিছিল। সেইবাবে তেখেতে সাহিত্যৰ বিভিন্ন বিভাগত হাত দিয়াৰ উপৰি আলোচনী কাকতৰ জৰিয়তে শুই থকা অসমীয়াক জগাই তুলিবলৈ চেষ্টা কৰিছিল। উদ্দেশ্যবাদী লিখক হিচাপে বেজবৰুৱাই যি বিভাগত হাত দিছিল, তেখেতৰ দুযোটা উদ্দেশ্য সাধন হ'বলৈ সেই বিভাগবোৰ বাচি ল'ব লগা হৈছিল। বেজবৰুৱাৰ কালত অসমীয়া পাঠকৰ সংখ্যা নিচেই লঘু আছিল আৰু উপন্যাসৰ দৰে ব্যয় সাপেক্ষ বস্তুতকৈ আলোচনী আদিৰ যোগেদি নতুন পাঠক শ্ৰেণী গঢ়ি তুলি তেওঁলোকৰ মাজত নতুন চিন্তাৰ খলকনি তোলা সহজসাধ্য বুলি ভাবিছিল। অসমীয়া সাহিত্যৰ ভৰাল টনকিয়াল কৰাৰ উদ্দেশ্যে তেখেতে সাহিত্যৰ প্ৰতি বিভাগতে হাত দিলেও অৱশেষত আলোচনী কাকত উপযোগী প্ৰবন্ধ সম্ভাৰতহে তেখেতে অধিক মনোনিবেশ কৰিছিল যেন লাগে। শঙ্কৰদেৱৰ দিনৰ পৰাই অসমত অভিনয়ৰ ঐতিহ্য এটা থকাৰ বাবেহে তেখেতৰ নাটকবোৰে মঞ্চোপযোগিতাৰ ফালৰ পৰা প্ৰকৃষ্ট নহলেও ৰাইজৰ মাজত কিছু সমাদৰ পাইছিল। সেইবাবে তেখেতে উপন্যাসৰ দৰে নাটকৰ পৰা সততাই হাত এৰি দিছিল। কিন্তু সংখ্যালঘু পাঠকৰ মাজত উপন্যাস লিখি প্ৰকাশ কৰাৰ প্ৰচেষ্টা বাদ দিবলৈ তেখেতৰ ব্যৱহাৰিক বুদ্ধিয়ে ক'লে। সেই কালৰ অন্যান্য ঔপন্যাসিক সকলৰ প্ৰতি লক্ষ্য কৰিলেও এই কথাত প্ৰত্যয় নহৈ নাথাকে। পদ্মনাথ গোহাঁঞি বৰুৱা প্ৰমুখ্যে আন আন ঔপন্যাসিক সকলেও এখন, বা দুখন উপন্যাস লিখিয়েই সেই কৰ্ম্মৰ পৰা অৱসৰ লৈছিল। আনকি, উপন্যাস সম্ৰাট ৺ৰজনীকান্ত বৰদলৈ দেৱেও 'মনোমতী' লিখাৰ পাছত প্ৰায় কুৰিবছৰৰো অধিক কাল নীৰৱে আছিল। মুঠতে, উপন্যাস লিখাৰ অনুকূল পৰিবেশৰ অভাৱৰ বাবেহে বেজবৰুৱাই উপন্যাস লিখিবলৈ এৰি অন্য ৰচনাত মনোনিবেশ কৰা বুলি ধাৰণা হয়। ভৰ ডেকা বয়সতে অসমীয়া ভাষাৰ দ্বিতীয় উপন্যাস

খন লিখিও হতাশাৰ বশবৰ্ত্তী হৈ উপন্যাস লিখিবলৈ এৰা লোক বেজবৰুৱা নাছিল। তেখেতৰ আত্মবিশ্বাস আৰু অসমীয়া ভাষা সাহিত্যৰ ক্ষেত্ৰত তেখেতৰ কেন্দ্ৰীয় স্থান সম্পৰ্কে সচেতনতাৰ অভাৱ নাছিল। 'পদুম কুঁৱৰী'ৰ দৰে উপন্যাসে যে সেই কালৰ ডাঙৰ অভাৱ এটা পূৰণ কৰিছিল তাকো তেখেতে নিশ্চয় উপলব্ধি কৰিছিল। তেনেস্থলত তেখেতে ব্যৱহাৰিক দিশৰ প্ৰতিহে উপন্যাস লিখিবলৈ এৰা বুলি মনে ধৰে—'পদুম কুঁৱৰী'ৰ বিফলতাৰ কাৰণে নহয।

"পদুম কুঁৱৰী'ৰ বিফলতা সম্পৰ্কে সমালোচকসকলে বাৰে বাৰে কৈছে যদিও এই বিফলতাৰ কাৰণ কি এই বিষয়ে বিশদভাৱে আলোচনা কৰা হোৱা নাই। বেজবৰুৱাৰ ঔপন্যাসিক প্ৰতিভাৰ অভাৱেই যদি তেখেতৰ বিফল হোৱাৰ কাৰণ বুলি কোৱা হয়, তেনেহলে তেখেতৰ প্ৰতি অন্যায় কৰা হ'ব। 'পদুম কুঁৱৰী'ত বেজবৰুৱাই বৰ্ণনা নৈপুণ্য, সূক্ষ্ম পৰ্য্যবেক্ষণ ক্ষমতা আৰু নাৰীচৰিত্ৰৰ প্ৰতি তেখেতৰ সুস্থ দৃষ্টি ভঙ্গীৰ পৰিচয় দিছে। অন্যান্য ৰচনাৱলীৰ মাজত আমি তেখেতৰ অসমীয়া জাতীয় জীৱনৰ সকলো দিশৰ লগত নিবিৰ পৰিচয় আৰু মানুহৰ অন্তৰৰ গভীৰতম প্ৰদেশৰ জ্ঞান থকাৰ উমান পাওঁ। চৰিত্ৰৰ ফালৰ পৰা কৃপাবৰ নিজেই এক অনন্য সাধাৰণ চৰিত্ৰ। ডালিমী, ভেমপুৰীয়া মৌজাদাৰ, জয়ন্তী আদি অনেক চৰিত্ৰৰ উদাহৰণ দিব পাৰি। কোনো কোনো চৰিত্ৰ "টাইপ", কোনোবাটো আকৌ আংশিক ৰূপেহে দেখা গৈছে। হলেও তাৰ মাজতে চৰিত্ৰ চিত্ৰণ কলাৰ নৈপুণ্য যথেষ্ট ফুটি উঠিছে। তেখেতৰ নাটকবোৰত ইয়াৰ প্ৰমাণ পোৱাৰ উপৰিও বেজবৰুৱাক কাহিনীকাৰ হিচাপেও তাত দেখা পোৱা যায়। এইবোৰৰ পৰা বেজবৰুৱাৰ উপন্যাস লিখিব পৰা ক্ষমতা থকা বুলিয়েই ধাৰণা হয়। আচলতে বেজবৰুৱাৰ 'পদুম কুঁৱৰী'ত বিফলতাৰ গুৰি অন্য কৰবাতহে।

কলেজৰ দেওনা পাৰ হওঁতে নৌ হওঁতেই বেজবৰুৱাই 'পদুম কুঁৱৰী' লিখিবলৈ লয়। সেই সময়ত তেখেতে ইংৰাজী আৰু বঙালী সাহিত্যৰ ৰোমান্স পঢ়ি তেনে ধৰণৰ কাহিনী লিখিবলৈ অনুপ্ৰেৰণা পাইছিল। অকল বেজবৰুৱাই নহয়, তেখেতৰ সমসাময়িক আটাইকেইজন ঔপন্যাসিকে পাশ্চাত্য ৰোমান্সৰ অনুপ্ৰেৰণা লৈ বিয়োগান্ত কাহিনী ৰচনা কৰিছিল আৰু তাত জন্মান্তৰবাদী ভাৰতীয় ঐতিহ্যোৰে বাট বুলি নায়ক নায়িকাক হাঁহিমুখে মৃত্যু বৰণ কৰোৱাই কাহিনীৰ শুভসমাপ্তি ঘটাইছিল। প্ৰথম উপন্যাসখনৰ বাবে এনে এটা কাহিনী নিৰ্ব্বাচন কৰাৰ কাৰণ যিয়েই নহওক, বেজবৰুৱাৰ চিন্তাধাৰা আৰু মনোভাব যে এনে বিষয়বস্তুৰ বাবে উপযোগী নহয়, সি স্বৰূপ। বেজবৰুৱাৰ মনোভাৱ সমালোচনাশীল। তেখেতৰ ব্যৱহাৰিক দৃষ্টি-

ভঙ্গী আৰু চিন্তাধাৰাৰ লগত এই মনোভাব সহচৰ স্বৰূপ আছিল। 'পদুম কুঁৱৰী'ৰ সমসাময়িক 'কাকতৰ টোপোলা'তে এই মনোভাব প্ৰতিফলিত হৈছিল। পৈণত বয়সৰ ৰচনাত ইয়াৰ প্ৰকাশ যি কানো পাঠকে দেখিবলৈ পায়। কিন্তু ই তেখেতৰ সকলো কথাতে, সকলো লিখাতে আদিৰে পৰা আছিল। 'পদুম কুঁৱৰী' লিখিবৰ সময়তো ই ক্ৰিয়া কৰিছিল। 'পদুম-সূৰ্য্য'ৰ মুক্ত, আদৰ্শ প্ৰণয়ক বেজবৰুৱাই বোধহয় মুকলি মনেৰে চাব পৰা নাছিল। পুৰণি অসমীয়া সমাজৰ বান্ধোনৰ মাজত উঠা বেজবৰুৱাৰ অৱচেতন মনটো মুক্ত প্ৰণয়ৰ বিৰোধী। পশ্চিমীয়া সাহিত্যৰ অধ্যয়নৰ মাজেদি অনুপ্ৰাণিত হৈ এই কাহিনী হাতত ল'লেও সংবেদনশীলতাৰে সৈতে তাক লিখিবৰ কাৰণে প্ৰয়োজনীয় মানসিক প্ৰস্তুতি বেজবৰুৱাৰ নাছিল। তাৰ ফলত, ঠায়ে ঠায়ে বৰ্ণনা আবেগ উচ্ছাসেৰে ভৰি পৰিলেও তাত স্বাভাৱিকতাৰ অভাৱ হয়। আচলতে তেনে বৰ্ণনাত কৃত্ৰিমতা নাথাকিলেও তাক কৃত্ৰিম যেন লাগে। তদুপৰি ঠায়ে ঠায়ে আমি এনেকুৱা বৰ্ণনাও পাওঁহক।

"পদুমৰ চকুৱে চকুৱে এবাৰ চাই সেই চকুৰ পৰা চেনেহৰ পোহৰ অলপ আনি তেওঁৰ চকু পোহৰাই নল'লেতো তেওঁ ওলাই যাবলৈ বাট নেদেখে। এই জীৱনৰ নিমিত্তে পদুমৰ মুখৰ অমিয়া মাত এটুপি বাটৰ সম্বল কৰি লৈ নগলেতো তেওঁ বাটত চকে ধৰি মৰিব।" "পদুম! মই যাওঁ"। "এই বুলি শেষ বিদায় একাষাৰ নোলোৱাকৈ গ'লে তেওঁৰ হিয়া ফাটি চিটাচিট হ'ব। যাবৰ সময়ত পদুমৰ ডিঙিত ধৰি চাইটোপামান চকুৰ পানী নেপেলালেতো সূৰ্য্যৰ চকু ঘোল হ'ব।" আকৌ—"প্ৰেম যে "দিল্লীকা লাড়ু" বুলি কয়, তাত এক ধনিষ্ঠা মানো ভুল নাই। ইয়াক যোভি খায়া ওভি পস্তায়া, যোভি নাহি খায়া ওভি পস্তায়া।" যি প্ৰেমত পৰিছে সিও ধৰফৰাই মৰিছে, যি নাই পৰা সিও প্ৰেম প্ৰেমকৈ ধৰফৰাই মৰিছে" ইত্যাদি।

সমালোচনাৰ মনোভাব হাস্যৰসৰ লগৰীয়া। গতিকে বহুত সময়ত বেজবৰুৱাই ঘটনাৰ পাকচক্ৰত, চৰিত্ৰৰ পাৰস্পৰিক ব্যৱহাৰ আদিত হাঁহিৰ খোৰাক বিচাৰি পোৱাটো স্বাভাৱিক। সেইবাবেই 'পদুম কুঁৱৰী'ৰ কাহিনী-কাৰ কেতিয়াবা কৃপাবৰৰ ৰূপত আহি ভুৰুকি মাৰি উপন্যাস খন ৰসদুষ্ট কৰি থৈ গৈছেহি। বীৰদত্তৰ কাৰ্টুনটোৰ গুৰিতেও সেয়ে। কেৰপাই আৰু নালীয়া চোৱাংচোৱাৰ আৱিৰ্ভাৱে যদি ৰসবৈচিত্ৰ্য আনিছে, বীৰদত্তৰ কাৰ্টুনে ৰসভ্ৰষ্ট কৰিছে। দৰাচলতে পদুম, ফুল, কোৰ্দ্মা, কুৰ্ম্মী, আৰু বহুৰ মাকৰ বাহিৰে এটি চৰিত্ৰয়ো বেজবৰুৱাৰ সমালোচনাশীল দৃষ্টিৰ পৰা সাৰি থাকিব পৰা নাই।

'পদুম কুঁৱৰী'ৰ বিফলতাৰ মূলতে তেনেহলে বিষয়বস্তু নিৰ্ব্বাচনৰ আকস্মিক ভুল। বেজবৰুৱাৰ দৃষ্টিভঙ্গী আৰু মনোভাব সামাজিক আৰু

পাৰিবাৰিক উপন্যাসহে উপযোগী, ৰোমাঞ্চৰ নহয়। বেজবৰুৱাৰ গল্প বিলাকত ডাঙৰীয়া মনোভাবাপন্ন মধ্যবিত্ত শ্ৰেণী আৰু চহা মানুহৰ বাহিৰ ভিতৰৰ লগত তেখেতৰ পৰিচয় থকাৰ যি উমান পোৱা যায়, তাৰ পৰা তেখেতে যে সামাজিক বা পাৰিবাৰিক উপন্যাস লিখিব পাৰিলেহেঁতেন সেই ধাৰণা দৃঢ় হয়। বেজবৰুৱাই এই বিষয়ত হাত দিয়াহেঁতেন যে অসমীয়া উপন্যাস সাহিত্যৰ এটা দিশ বিশেষ ভাৱে সমৃদ্ধ হ'লহেঁতেন তাত সন্দেহ নাই, কিন্তু, ওপৰত উল্লেখ কৰি অহা কাৰণৰ বাবেই বোধহয় তেখেতে পুনৰ উপন্যাস ৰচনাত হাত নিদি আমাক এনে সুবস্তুৰ পৰা বঞ্চিত কৰিলে।

কোনো লিখকৰ সাহিত্য কৰ্ম্ম আলোচনা কৰোতে তেখেতে কি কৰিব পাৰিলেহেঁতেন, তাতকৈ কি কৰিলে, তাকহে বিচাৰ কৰা প্ৰয়োজন। কিন্তু বেজবৰুৱাৰ দৰে সাহিত্যিকসকলৰ বিষয়ে আলোচনা কৰোতে আমি দুয়োটাতে সমানে গুৰুত্ব দিব লাগিব। কাৰণ, এখেতসকল সাধাৰণতে সমসাময়িক অৱস্থাৰ দাস, আৰু প্ৰকাশৰ প্ৰেৰণাত সাহিত্য চৰ্চা কৰিলেও এখেতসকল প্ৰধানতঃ ভাষা জননী আৰু দেশ মাতৃকাৰ সেৱক। এখেতসকলৰ সাহিত্য কৰ্ম্ম উদ্দেশ্যবাদী আৰু অনেক ক্ষেত্ৰত অসম্ভৱ বাসনাকো এখেত সকলে বিশেষ উদ্দেশ্যৰ তলতীয়া কৰিব লগা হৈছিল। দেশৰ আৰু ভাষাৰ মহত্তম স্বাৰ্থৰ খাতিৰত আত্মাহুতি দিয়াৰ বাবেই এনে লিখকৰ কৃতিত্বৰ লগতে সম্ভাৱনাৰ কথা সোঁৱৰা বাঞ্ছনীয়।

বেজবৰুৱাই যি উদ্দেশ্য লৈ উপন্যাস লিখিবলৈ হাতত লৈছিল, সেই উদ্দেশ্য সফল হৈছে। 'পদুম কুঁৱৰী' অসমীয়া সাহিত্যলৈ এক উল্লেখযোগ্য আৰু সময়োপযোগী অৱদান। অসমীয়া উপন্যাস সাহিত্যৰ পত্তন হৈছিল 'পদুম কুঁৱৰী' আৰু ইয়াৰ সমসাময়িক উপন্যাস কেইখনৰ ৰচনাৰ লগে লগে। সেই কালৰ পৰা 'পদুম কুঁৱৰীৰ' মূল্য বহুত বেছি। প্ৰথম ঐতিহাসিক ৰোমাঞ্চ হিচাপে ই সকলোৰে আগত আৰু ইয়াৰ ৰচক বেজবৰুৱা অসমীয়া ঔপন্যাসিক সকলৰ উপযুক্ত পদ প্ৰদৰ্শক।

# নাট্যকাৰ বেজবৰুৱা

শ্ৰীহৰিশ্চন্দ্ৰ ভট্টাচাৰ্য্য

কায়াৰ আঁৰে আঁৰে ছায়া ঘূৰি ফুৰাৰ দৰে গ্ৰন্থকৰ্ত্তাৰ আঁৰে আঁৰে তেওঁৰ ছাযাটিও ঘূৰি ফুৰে। কেতিয়াবা এই ছায়া অবিকল কায়াতুল্য, কেতিয়াবা কিঞ্চিৎ হ্ৰস্ব-দীৰ্ঘ। বেজবৰুৱাৰ প্ৰথম নাট 'লিতিকাই'ৰ* ৰচনা-থলী কলিকতাৰ 'ইডেন' উদ্যান। সেই সময়ত ইংৰাজী-বঙলা ভাষা-সাহিত্যৰ মেৰপাকত পৰি অসমীয়াই 'ত্ৰাহি-ত্ৰাহি' মাৰি সুহুৰিয়াই ঘূৰি ফুৰা দিন। "এমন দেশটি কোথা খুজে পাবেনা গো তুমি"—এনেবোৰ 'গাহান' গাইহে মজা পায় অসমীয়াই। এনে এটা বিষম বিপৰ্য্যয় কালতে আমাৰ 'লিতিকাই' (খৃঃ ১৮৮৯) ইডেন উদ্যানত এদিন অতৰ্কিতে আবিৰ্ভাৱ। তাৰে গছ এজোপাৰ তলত সি হেনো বাপুদেউৰ "চূণ খাই মৰিব" খুজি বাপুদেউৰ গাত শূদ্ৰবধ মহাপাতক লগাবলৈ উদ্যোগ কৰে। 'পাঁচনি,' 'নোমল,' 'চিকৰপতি-নিকৰপতি' (খৃঃ ১৯১৩) ইঁতৰ দশাও প্ৰায় সমৰূপ, অৱশ্যে স্থানান্তৰত। তেতিয়া আমাৰ (প্ৰবন্ধৰ) এই বেজে পাইহে দুৰ্ভগীয়াইঁতক মৌ-জোল অকণেৰে বৰি মাৰি খুৱাই খুৱাই কোনো মতে ৰচালে; ৰচালে কি, অজৰ-অমৰ কৰিলে; বৰি নহয়, মৃতসঞ্জীৱনী।

মৌলিক অসমীয়া নাটৰ চানেকি স্বৰূপে 'লিতিকাই' ৰচনা-কালত তেওঁৰ সমুখত আছিল মাথোন 'কানীয়াৰ কীৰ্ত্তন', 'ৰাম নৱমী', 'বঙাল-বঙালনী'; অৱশ্যে, বাকী কেইখনৰ ৰচনাকালত আৰু খনচেৰেক ওলাইছিল—নামমাত্ৰ। দৃশ্য-বিভাজন আদি কিঞ্চিৎ আঙ্গিকৰ আঁচ অবিহনে তেওঁৰ ৰচনাৱলীত পূৰ্ববৰ্ত্তী নাটকেইখনৰ অথবা, ইংৰাজী, বঙলা কোনো বিধ নাটৰেই সাঁচ পাবলৈ নাই। বিষয়-বস্তুৰ বাছনি কৰি তাক অভূতপূৰ্ব ৰূপে সজাই-পৰাই ওৰনি কৰি তোলাত বেজবৰুৱাই কাৰো ওচৰত জোলোঙা পাতিব লগীয়া হোৱা নাই। অসমীয়া লৌকিক বিষয় আৰু গীতি-মাতৰ ওপৰতে যাৰ

---

*চন্দ্ৰকান্ত অভিধানত ইয়াৰ বানান 'লিটিকাই'; কিন্তু 'সাহিত্য-প্ৰকাশ' প্ৰকাশিত 'ৰসৰাজ বেজবৰুৱাৰ যেমেলীয়া নাট্যাৱলী'ত এই বানান "লিতি-কাই' ৰূপে দিয়া আছে। গতিকে অভিধানক আওকাণ কৰি মূল ৰচনাৰ বানানটোকে ইয়াত গ্ৰহণ কৰা হ'ল।

বিৰাট সাহিত্য-দেহৰ স্নায়ু প্ৰতিষ্ঠিত, তেনে জন লোকে এই ক্ষেত্ৰত যাব লাগিছে ক'লৈ ?অসমৰ উখৰা-মুখৰা বকৰাণি খনতেই তেওঁ তেওঁৰ ধেমেলীয়া নাটকেইখনিৰ নায়ক-নায়িকাইঁতক যূৰাই যূৰাই চাপৰি মাৰি কিৰীলি পাৰে, গাভৰুইঁতক কেৰু-মণি-কৰীয়া-গল্পতা পিন্ধাই শুৱনি কৰে।

ভণ্ডামিক ছেদন কৰিবলৈ বেজবৰুৱাই নিতে তেওঁৰ অস্ত্ৰ শানত দিয়াৰ উমান পোৱা যায়। "লিতিকাই'ত এনেয়ে কোৱা নাই, বোলে বাপুদেৱে তেওঁৰ গাৰ পৰা লগুণডাল নাতঁৰালে তেওঁৰ সেই জাতিলাও খাই হোৱা পেটৰ অসুখটো ভাল নহব। বামুণে 'তথাস্তু' বুলি সেই দিনাৰ পৰা লগুণডাল হাতত ওলোমাই লৈ ফুৰিব ধৰিলে। 'নোমল'ত আঠিয়াবাৰীৰ সত্ৰাধিকাৰ প্ৰভুৰ আঁৰ লৈও বেজবৰুৱাই বামুণ-শূদিৰৰ, বঙালী-অসমীয়াৰ ভেদাভেদ সম্বন্ধীয় যি কেইষাৰি 'মনুষ্যপুৰাণ'ৰ বাক্-বচন বোলাইছে, সেয়ে সত্ৰাধিকাৰ প্ৰভুবৰ্গক ভেদি গৈছেগৈ। পাঁচনিৰ ঘৰত কি নাই। গোসাঁয়ে কি দিয়া নাই! ভঁৰালত ভাত, বাৰীত শাক, পুখুৰীত মাছ। অথচ পাঁচনিয়নী আলহীৰ নাম শুনিলেই ডাং খাই ডাং-কাটী জনী হৈ বলকি বলকিয়েই বলিয়া হয়—"বাহ-দণ্ডুৱা আলহীৰ লেদেনা উকতি মই মৰো কিহৰ সতি হে," আৰু কত কি! 'চিকৰপতি-নিকৰপতি'ত চোৰক চোৰে মহামিত্ৰ হৈ গুপুত কাৰ্য্যটি সাধন কৰি বাঃ বাঃ ললে। সঁচাক মিছা আৰু মিছাক সঁচা কৰাৰ ভণ্ডামি এইবোৰতকৈ আৰু নো কি হব পাৰে। নাট্যকাৰে দেখিছে, দেখুৱাইছে। শুনিছে, শুনাইছে।

১৯৬৭ চন পৰ্য্যন্ত বেজবৰুৱাৰ নামত পোৱা সামাজিক নাট এইকেইখন —গদাধৰ ৰজা (১৯১৮), হবববল ('৩১), ববৰুৱাৰ বেতাল ষষ্ঠবিংশতি ('৩২)। অসমীয়া নাট্য সাহিত্য ক্ষেত্ৰত এটা মতবাদ আছে যে লক্ষ্মীধৰ শৰ্মা আধুনিক একাঙ্কিকাৰ পথপ্ৰদৰ্শক। শৰ্মাৰ একাঙ্কিকাবোৰ প্ৰায় তাহানিৰ 'আৱাহন'ত প্ৰকাশিত হৈছিল; কিন্তু ১৯৩০ চনৰ আগত নহয়। অথচ বেজবৰুৱাৰ 'গদাধৰ ৰজা' নামৰ একাঙ্কিকা খন ১৯১৮ চনতে 'বাঁহী'ত প্ৰকাশ পাইছিল (১৯৬৬ চনত সুকীয়াকৈ কিতাপ আকাৰত প্ৰকাশিত হৈছে); আৰু এইখনেই লক্ষ্মীধৰ শৰ্মাৰ নামত অতদিনে পুতি থোৱা প্ৰদৰ্শন পথৰ খুটিটো দেখদেখকৈ নৰাই পেলালে। "চ'ৰাঘৰীয়া" এই ভাওনা খনৰ আঁৰত আমি দেখা পাওঁ জাতীয়-প্ৰাণ ৰসিক কবিজনাক। গদাধৰৰ নামটোত আছে ভাব-বিভ্ৰাট, চিন্তা—বিভ্ৰাট, দৃষ্টি-বিভ্ৰাট। জাতীয় কবি এজনে সকলোকে পাহৰিব পাৰে, কিন্তু নিজ দেশৰ বীৰ-বীৰাঙ্গনাসকলক পাহৰিব নোৱাৰে; বীৰবাহু গদাধৰৰ বীৰত্ব কাহিনী অসম জুৰি ব্যাপক। সেয়েহে মৌচৌকে চৌচৌ কৰাৰ দৰে শ্ৰীমতী কমলা আৰু বিমলা আইদেউইঁতৰ

ভাববিভ্ৰাট ঘটিল—গেন্ধেলা দাসৰ কপাল ফুলিল, গিয়েই গদাধৰ ৰজাৰ মান-সম্ভ্ৰম আটাইখিনিকে আইদেউ দুগৰাকীৰ পৰা আদায় কৰিলে। তাক সিহঁতে জলপানো খুৱালে। ভাৰতীয় কংগ্ৰেছৰ কথা কওঁতেও জাতি-প্ৰাণ বেজবৰুৱাৰ মুখত কথাপ্ৰসঙ্গত এবাৰ এই গদাবেই কৈদ অৰ্থাৎ তুংখুঙীয়া ফৈদৰ কথা মনত পৰিছিল এইদৰে—"কংগ্ৰেছ তুংখুঙীয়া ফৈদৰ ৰজা হৈ ওলোৱা নাই যে কথাই কথাই কংগ্ৰেছে আমাৰ জগৰ ধৰি থাকিব।....আমি পাৰিলে মুখচত উঠি তোমালোকৰ চকুৰ আগতে মালভোগ কলো ৰখলিয়াই খাম, আৰু তুমি ভেবা লাগি চাই থাকিবা। ভাৰতৰ চাৰিওফালে চাই পঠিওৱা এই একে ভাৱনাকে দেখিবা।" ( 'ৰৰসবাহু নে সভা' বাঁহী ১২শ সংখ্যা )। এই ৰচনাৰ প্ৰায় সমসাময়িক 'গদাধৰ ৰজা'ৰ ৰচনাত কংগ্ৰেছৰ সাময়িক ভেকোভাৱনাৰ ৰহস্যজালৰ ফাক এটিও থাকিব পাৰে কিজানি।

যি যিহৰ মানুহ। বেজবৰুৱা সততে হাস্যৰসৰ কৰি। ধেমেলীয়া তথা সামাজিক নাটবোৰত তেওঁ নিজেই ৰজা, নিজেই মন্ত্ৰী। কিন্তু ঐতিহাসিক নাটকেইখনত অলপ ইহাত সিহাত নধৰি থকা নাই। একেটা বছৰতে (১৯১৫ খৃষ্টাব্দত) প্ৰকাশিত তেওঁৰ তিনিখন ঐতিহাসিক নাট 'চক্ৰধ্বজ সিংহ,' 'বেলিমাৰ,' 'জয়মতী কুঁৱৰী'ৰ ভিতৰত প্ৰথম খনত থকা 'গজপুৰীয়া' চৰিত্ৰ চেক্সপিয়েৰৰ 'ফল্‌ষ্টাফ'ৰ অনুকৰণত অঙ্কিত; দ্বিতীয়-খনৰ উপকৰণ গুণাভিৰামৰ 'আসাম বুৰঞ্জী' আৰু গেইট চাহাবৰ বুৰঞ্জীৰ পৰা লোৱা হৈছে; তৃতীয় খনত এই বিষয়ে চিন্তা কৰিবলগীয়া কেবাটাও কথা আছে। প্ৰথমখনৰ নাট্যবস্তুৰ মূল বিষয় মাথোঁন এই—ল'ৰাৰজা চুলিকফাৰ স্বেচ্ছাচাৰিতা, আত্মৰক্ষাৰ বাবে গদাৰ বিবিধ গুপুত আশ্ৰয়, চাওডাঙৰ নিষ্ঠুৰ নিৰ্য্যাতনত জয়াৰ শেষ নিশ্বাসত্যাগ। বুৰঞ্জীৰ এই একেটা পটভূমিত পদ্মনাথ গোহাঞিঃ বৰুৱাই পোনতে দুখন নাট লিখি প্ৰকাশ কৰে—জয়মতী (১৯০০খৃ:) গদাধৰ (১৯০৭ খৃ:)। জয়মতী-আখ্যানক নাট্যৰূপ দিয়াত গোহাঞিঃ বৰুৱাই প্ৰথম। বেজবৰুৱাই তেওঁৰ পৰা কিবা ধাৰ কৰিছিল বুলি সতকাই কব নোৱাৰি। তেও বুলি, দুই-এটা সাদৃশ্যাই ইজনক সিজনৰ ওচৰলৈ আপোনা-আপুনি চপাই নিব খোজে, প্ৰধানকৈ কেইটামান বিষয়ত যেনে,—

নগাপৰ্বতত গদাৰ আত্মগোপন; গদাৰ প্ৰতি আজলী নাগিনী ডালিমীৰ এযাৰি আই ঐ দেহি আৰু এটি ৰূপনিয়া; মন্ত্ৰীসকলৰ চৰিত্ৰ; ৰজমাওঁৰ কাওঁবাওঁ; ঠায়ে ঠায়ে সিচৰিত গদাৰ বীৰত্ব-ব্যঞ্জক স্বগতঃ উক্তিসমূহ; নগা-নাগিনীৰ মুখত দোৱান-সদৃশ বিকৃত অসমীয়া।

তথাপিও প্ৰতিভাশীল লিখকৰ প্ৰতিভাৰ অভাৱ নাই। সুপ্ত অসমীয়াক জাগ্ৰত কৰাই যে বেজবৰুৱা প্ৰতিভাৰ মাই কথা, এইটো

তেওঁৰ যেই কোনো ৰচনাৰ পিনে লক্ষ্য কৰিলেই চকুত পৰে। আলোচ্য নাটখনিও ইয়াৰ ব্যতিক্ৰম নহয়। ইতিহাস আৰু সমাজৰ বাস্তৱ ভেটিত আদৰ্শৰ প্ৰতিষ্ঠা হ'ল, ধৰ্ম্মৰ জয়ধ্বজা উৰিল; সতীৰ আত্মবলিদানে অন্যায়ৰ বিনাশ ঘটাই ন্যায় নিষ্ঠাৰ থাপনা পাতিলে। কাহিনী-ভাগত জয়াৰ কৰুণ মৃত্যুত নাটকীয় চমৎকাৰিত্ব আছে সঁচা, কিন্তু ই প্ৰকৃততে কাহিনীৰ শীৰ্ষ বিন্দুহে, সমাপ্তি নহয়। ল'ৰা ৰজাৰ কৰ্ম তৎপৰতা আৰু গদাৰ পলায়নত নাট্যবীজ ৰপন হৈছে, জয়মতীৰ মৃত্যুত ই পূৰ্ণতা লাভ কৰিছে। কিন্তু ফলাগম দেখা নগ'ল। পাঠক বা দৰ্শকৰ স্বাভাৱিকতে কৌতূহল জাগে, হত্যা-বিভীষিকা অভিযানৰ নেতৃত্ববাহী ল'ৰা ৰজাৰ শেষ পৰিণতি কি হ'ল, গদাৰ কি হ'ল। নাটখনত এই বিষয় দুটা বাদ পৰাত কাহিনী যেন অপূৰ্ণ হৈ থাকি যায়।

জয়াৰ চৰিত্ৰত প্ৰাচীন ভাৰতৰ পঞ্চকন্যাৰ মহান আদৰ্শ ফুটি উঠিছে। বন্দীশালত থাকোতে এদিন নিশা পিথু চাংমায়ে তেওঁক মনে মনে কয় যে, ইচ্ছা কৰিলে তেওঁ নিমিষতে জয়াক "কোৱা চিলায়ো সন্দেহ নোপোৱা" ঠাইলৈ নি ল'ৰাৰজাৰ কবলৰ পৰা মুক্ত কৰিব পাৰে। কিন্তু সতী জয়াই উত্তৰ দিলে—"চাংমাই ককাই, এনে কাম নকৰিবা। মই কেতিয়াও এইদৰে পলাই নেযাওঁ আৰু যাবৰ সকামো নাই। মই ল'ৰাৰজাৰ বন্দীশালত এতিয়া নাই; যাইজন ৰজাৰ মায়াৰ পাশতহে বন্দী হৈ আছো। সেই বন্দীশাল ভাঙি ওলাই যাবলৈহে এতিয়া মোৰ যতন।" এয়া জয়াৰ জীৱন-দৰ্শন, নাট্যকাৰৰ জীৱন-দৰ্শনৰ অচিন আলম। 'ডালিমী' বেজবৰুৱাৰ মানস কন্যা; অনুপম অতুলন আতোলতোল নাগিনী গাভৰু তাই, প্ৰকৃতি ৰাজ্যৰ আজলী ৰূপহী। তাইৰ হাঁহিত পৰ্বতে হাঁহে, নৈয়ে নাচে।

'জয়মতী কুঁৱৰী' ৰচনাৰ প্ৰেৰণা সম্বন্ধে বেজবৰুৱাই পাতনিত নিজেই কৈছে যে এবাৰ তেওঁ দ্বিজেন্দ্ৰলাল ৰায়ৰ 'সাজাহান' নাটকৰ অভিনয় দেখিছিল আৰু তাত থকা 'পিয়াৰা' নামৰ চৰিত্ৰটোৰ কিঞ্চিৎ আভাস জয়মতী চৰিত্ৰৰ কোনো কোনো ঠাইত অজানিত ভাবে পৰিব পাৰে।

বেজবৰুৱাৰ নাটসমূহৰ ভিতৰত একেখন মাথোন পৌৰাণিক নাটত তেওঁ অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ কৰি এটা বৈশিষ্ট্য দেখুৱাইছে। অঙ্ক-দৃশ্য-বিভাগ বৰ্জিত এই নাটখনি তিনটা বিভাগত বিভক্ত। স্থান-কালৰ ঐক্য নথকা বাবে এই তিনটা বিভাগক তিনটা অঙ্ক বুলিলেও ভুল নহয়; অইনপিনেদি ইও এবিধ একাঙ্কিকা সদৃশ ৰচনা—ৰচনা কাল ১৯১২ খৃষ্টাব্দ। কাহিনী মূলত কাশীদাসী মহাভাৰতৰ ওপৰত স্থাপিত হলেও ৰবিঠাকুৰৰ 'বিদায় অভিশাপ' নামৰ কবিতাৰ সৈতেও ইয়াৰ সাদৃশ্য চকুত

পৰে। দুয়োখনেই অমিত্ৰাক্ষৰ ছন্দবদ্ধ ৰচনা। কচ আৰু দেৱযানীৰ কথোপকথনেৰে ৰবি ঠাকুৰে কবিতাৰ পাতনি মেলি প্ৰেম-প্ৰত্যাখ্যাতা দেৱযানীৰ দ্বাৰা কচক অভিশাপ দিয়াই কবিতাৰ সামৰণি মাৰিছে। বেজবৰুৱাৰ কাহিনীৰো প্ৰথম ছোৱা সেই, কেৱল অভিশাপৰ প্ৰত্যুত্তৰ হে সুকীয়া। ৰবিঠাকুৰৰ কচে দেৱযানীৰ অভিশাপ শুনি দেৱযানীক আশীৰ্বাদ দি মনৰ উদাৰতাৰ পৰিচয় দিলে। কিন্তু বেজবৰুৱাৰ কচ প্ৰতিশোধ-পৰায়ণ। দেৱযানীৰ অভিশাপৰ উত্তৰ তেওঁ অভিশাপেৰেহে দিছে। তাৰ উপৰিও, ৰবিঠাকুৰৰ কাব্যত ভাষা-সাহিত্যৰ যি মধুমিলন বেজবৰুৱাৰ সাহিত্যত হাস্যৰসৰ মাত্ৰাধিক্যই সেইখিনি ৰক্ষা কৰিব পৰা নাই।

বেজবৰুৱাৰ নাট্যাৱলীৰ সাধাৰণ লক্ষণ—

হাস্যৰসৰ মাত্ৰাধিক্যই তেওঁৰ নাট্যাৱলীৰ কোনো কোনো ঠাইত বিৰূপ পৰিণতিও সৃষ্টি নকৰি থকা নাই। 'দেৱযানী', 'জয়মতী কুঁৱৰী' আৰু 'বেলিমাৰ' নাটত এনে উদাহৰণ অলেখ।

হাস্যৰস সৃষ্টিৰ বাবে তেওঁ বহুক্ষেত্ৰত অপ্ৰয়োজনীয় বিষয়ো সংযোগ কৰি বিষয়-বস্তু দীঘলাই নিয়ে, যেনে 'বেলিমাৰ'ত কলিকতা মহানগৰীৰ ব্যঙ্গ্যাত্মক বৰ্ণনা; 'চক্ৰধ্বজ সিংহ'ত প্ৰিয়ৰাম গজপুৰীয়া আৰু সঙ্গীসকলৰ মাজত হোৱা কথোপকথনৰ ৰসাল দৃশ্যটো (২য় অঙ্ক ১ম দৃশ্য)।

নাট্যকাৰ বেজবৰুৱাৰ আঁৰে আঁৰে আমি আৰু এজন বেজবৰুৱাক বহু ঠাইতে লগ পাওঁ—সেইজন হ'ল বৈষ্ণৱ-প্ৰাণ বেজবৰুৱা—'কৃষ্ণ-কথা' 'তত্ত্ব-কথা'ৰ মালাকাৰ বেজবৰুৱা, 'শঙ্কৰদেৱ-মাধৱদেৱ'ৰ গ্ৰন্থকাৰ বেজবৰুৱা। 'বেলিমাৰ'ত পিজৌ আইদেৱে তেওঁৰ গিৰিয়েকক সাক্ষাত শ্ৰীকৃষ্ণৰ সৈতেহে তুলনা কৰে—"ললিত লবঙ্গলতা পৰিশীলন কোমলমলয়......নৃত্যতি যুৱতিজনেন।" 'জয়মতী কুঁৱৰী'ৰ জয়মতীৰ ভক্তিধাৰাও শ্ৰীকৃষ্ণৰ পিনেহে ঢাল খাইছে। এনে উদাহৰণ তেওঁৰ প্ৰায় প্ৰতিখন নাটতে পোৱা যায়, অইন ধেমেলীয়া নাটবোৰতো।

লৌকিক গীত-মাতৰ সঘন প্ৰয়োগ আৰু লৌকিক ৰং-ৰহস্যৰ দৃশ্যবোৰে তেওঁৰ নাট্যাৱলীক অসমীয়াৰ অতি আপোন কৰি তুলিছে। ঠায়ে ঠায়ে সি মাত্ৰাধিক হোৱাত, আৱশ্যকীয় নাট্য পৰিণতি সৃষ্টি কৰাত বাধা নজন্মায়ো থকা নাই। উদাহৰণ স্বৰূপে, বকতিয়াল গোহাঁয়ে মিজিমাহাৰ আগত কানিৰ প্ৰশংসা কৰি নিজে নিজে ভাবিছে, "যি অসমীয়াই দিল্লীৰ আউৰেংজীৱ পাটচাৰ সেনাক যুজত ঘটুৱাই ত্ৰাহি-মধুসূদন বোলাইছিল, পাটছাৰ সেনাপতি মহাবীৰ ৰাজপুত ৰামসিংহই যি অসমীয়াৰ বীৰত্ব দেখি আচৰিত মানি বাৰে বাৰে প্ৰশংসা কৰি গৈছিল, সেই অসমীয়াক

বুজত হকবাই গোলাম কৰিলে যি মহাবীৰ কানিয়ে, সেই মহাবীৰৰ হাতত যদি এই মানইতক পেলাব পাৰো, তেনেহলেই অসমীয়াই মানক শিৰ চাই টোকৰ মাৰি প্ৰতিশোধ লব পাৰিব। হে ত্ৰিপুৰাৰি অসুৰাৰি শূলপাণি পিনাকপাণি দেৱাদিদেৱ কানি মহাদেৱ, তুমি যেনেকৈ আসামত আমাৰ মাজত সোমাই তোমাৰ ত্ৰিশূলেৰে আমাক বধিলা এই মানৰ মাজতো সেইদৰে তোমাৰ ত্ৰিশূলডাল ঘূৰোৱাঁ।" ('বেলিমাৰ')। যোৰহাটত ৰজাৰ কাৰেংঘৰত বিষয়া এজনৰ মুখত এনেবোৰ মাত্ৰাধিক লৌকিক ৰহণ-সনা কথা অসমীয়াৰ যিমানেই আপোন হওক লাগে শুনি ভাল নালাগে; নাটকীয় পৰিস্থিতিত বিজুটি ঘটে।

১৯৩০ চন মানৰ আগত অসমীয়াত উৎকৃষ্ট ধৰণৰ পূৰ্ণাঙ্গ নাট-নাটিকাৰ যে বৰ অভাৱ আছিল, সেই কথা সকলোৱে জানে। তেতিয়া বেজবৰুৱা প্ৰমুখ্যে দুই চাৰিজন মাতৃভাষাৰ আশাশুধীয়া সেৱক শিল্পীয়ে এই বিধ সাহিত্যৰ যৎকিঞ্চিৎ হলেও, অৰিহণা যোগাই চেনেহী জননীৰ যিদৰে মান ৰক্ষা কৰিলে আমাৰ পক্ষে সেয়ে বহুত। অইন একোটো নহলেও, কেৱল এই বাবেই তেওঁলোক আমাৰ মাননীয়, পূজনীয়, বৰেণ্য; যুগধৰ্মৰ আৱৰ্ত্তন-বিৱৰ্ত্তনত তাৰ মান কোনখিনিত বা কিমানখিনিত ৰয়গৈ, তাক যুগেহে নিৰ্ণয় কৰিব।

# বেজবৰুৱাৰ কবিতা

নিৰ্মলপ্ৰভা বৰদলৈ

সূচনাৰ, এক নতুন সাহিত্যৰ অভিনৱ যুগ-সূচনাৰ সৃষ্টিধৰ্মী, অনন্য-সাধাৰণ প্ৰতিভা আছিল তেওঁৰ। সময়ে হয়তো অজানিতেই বিচাৰিছিল এক জোনাকী পথ। অসমীয়া যুগ মানসে হয়তো অজানিতেই উন্মুখ হৈ ৰৈছিল এক মৌলিক, বহুমুখী দাপোণত নিজক প্ৰতিবিম্বিত, উদ্ভাসিত কৰি তুলিবলৈ। মুমূৰ্ষু, জাতীয় চৈতন্যই হয়তো বিচাৰিছিল এক আধাৰ। এই আটাইবোৰ অতনু আকাংক্ষা যাৰ অপূৰ্ব্ব ব্যক্তিত্বত "একপুঞ্জ" হ'ল তেওঁৱেই আছিল কথাশিল্পী, কাব্যশিল্পী, সাহিত্যৰথী, ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা।

উনৈশ শতিকাৰ শেহ তেতিয়া। পাশ্চাত্য জগত 'মনৰ মুক্তি'ৰ বতৰাৰে আলোড়িত। সাহিত্যত পৰম্পৰাভাৱে চলি অহা গতানুগতিক ক্লাছিকেল নিয়মৰ জিঞ্জিৰি জনগণৰ বৈপ্লৱিক স্বতঃস্ফূৰ্ত্ত প্ৰবাহে ৰোমাণ্টিক আৰ্ট ৰূপ লৈ, ছিতি পেলাইছে। প্ৰতিকূল ৰাজনৈতিক পৰিবেশ, অৰ্থনৈতিক অসমতা, সামাজিক বিফলতাৰ কাঁইটীয়া পটভূমিত জৰ্জ্জৰিত জনমনৰ বেদনাই বিচাৰি লৈছে মনৰ মুক্তি, আত্মাৰ আশ্ৰয়। জাগ্ৰত হৈছে ব্যক্তিৰ আত্মমৰ্য্যাদা-বোধ। ব্যক্তিসত্ত্বাৰ এই আত্মসন্মানবোধে আশ্ৰয় লৈছে উন্মুক্ত কল্পনাত —নিজৰ প্ৰতি জাগি উঠা গভীৰ মমতাত। এই নিজ হব পাৰে ব্যক্তিৰ সম্পূৰ্ণ ব্যক্তিগত স্বৰূপ, হব পাৰে ব্যক্তিৰ, হব পাৰে ব্যক্তিৰ নিজৰ অতীত, নিজস্ব দেশ, নিজস্ব ঐতিহ্য, নিজস্ব দৃষ্টিভঙ্গী আৰু দৰ্শন।

পশ্চিমৰ সাহিত্যৰ এই বৈপ্লৱিক নতুন উন্মেষে উদাৰনৈতিক আৰু স্বৰূপাৰ্থত মানবতাবাদী ভাবধাৰাৰ যোগেদি চিন্তা আৰু কল্পনাৰ এক অসীম দিগন্তৰ ইঙ্গিত দি দেশে দেশে স্পৰ্শকাতৰ শিল্পীৰ প্ৰাণত চাঞ্চল্যৰ সৃষ্টি কৰিলে। দেশী বিদেশী পুঁজিবাদ, সাম্ৰাজ্যবাদৰ দলনত ব্যৰ্থতাৰে ক্লান্ত হৈ থকা ভাৰতৰ মানসিকতা পাশ্চাত্য সাহিত্যৰ এই বৈপ্লৱিক জোৱাৰে যেন সিক্ত কৰি থৈ গল। অসমৰ উপকূলো ইয়াৰ ঢৌৱে আহি চুলেছি। সময়ে অসমৰ মাটিত সজাগ ভাৱে সৃষ্টিকৰা বিপ্লৱত মহৎ, বাহিৰৰ পৰা

অহা প্ৰেৰণাৰ প্লাৱনত স্নান কৰিলে—অসমৰ সজাগ শিল্পীমানস চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ, লক্ষ্মীনাথ, ৰজনীকান্ত আদিয়ে। নতুন আলোকত উন্মিলিত দৃষ্টিৰে তেওঁলোকে দেখিলে কেউকাষে থকা মৌন বেদনাময়, ৰুদ্ধ গতিৰ নিষ্প্ৰাণ সমাজখন। সূক্ষ্ম উপলব্ধিৰে অনুভৱ কৰিলে হৃদয়ৰো হৃদয়ত নিজৰ দেশৰ প্ৰতি নিবিড় প্ৰেম, গভীৰ দায়িত্ববোধ। এই আশ্চৰ্য্য অনুভৱে হৃদয় তিয়াই পেলালে। অন্তৰ মথিত হল। জাগিল জাতীয় চৈতন্য। হাততে থাকিও চিনি নোপোৱা নিজৰ গৌৰৱময় ঐতিহ্য, পৰম ঐশ্বৰ্য্যক বিস্ময়-বিমুগ্ধ দৃষ্টিৰে লক্ষ্য কৰি অনাবিল মহৎ প্ৰেমৰ এক তৰঙ্গত শিল্পীসত্ত্বাই অৱগাহন কৰিলে।' পৰাধীনতাৰ নিৰ্য্যাতনত সঙ্কুচিত হৈ হৈ গৈ জৰ্জ্জৰিত, আত্মবিস্মৃত হৈ থকা দেশত জাতীয় বাতাবৰণ সৃষ্টিৰ দৰে বলিষ্ঠ আদৰ্শক লক্ষ্মীনাথৰ হৃদয়ে বিচাৰি ললে। সঙ্কল্পৰ বন্তি আদৰ্শৰ বেদীত আপুনি উজ্বলি উঠিল—পুৰণি পৃথিৱী নতুনকৈ চাবলৈ, সংস্কাৰ মুক্ত কৰি সমাজ বলিষ্ঠভাৱে গঢ়িবলৈ, গণ-জীৱনৰ হাঁহি অশ্ৰুৰে সাহিত্যত গণতন্ত্ৰ তথা জাতীয়ৰূপ প্ৰতিষ্ঠা কৰিবলৈ।

স্থিৰ লক্ষ্যৰ সৃষ্টিমুখী সত্ত্বা স্থবিৰ হব নোৱাৰে। অন্তঃসলিলা প্ৰেৰণাই ইয়াক নিজস্ব গতি দিয়ে। লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য প্ৰতিভা বেগবত্তা এক জলপ্ৰপাতৰ দৰে। তেওঁৰ গতিৰ লক্ষ্য জাতীয় চৈতন্য সঞ্চাৰ। তেওঁৰ আত্মাৰ মুক্তি গভীৰ স্বদেশানুৰাগ। উপলব্ধি আৰু দায়িত্বৰ এই তীব্ৰ স্ৰোতে সাহিত্যৰ বিভিন্ন ৰূপ লৈ নিষ্প্ৰাণ ভূমি প্ৰাণোচ্ছল কৰিবৰ মানসেৰে যেন এক অখণ্ড গতি লাভ কৰিছে। হাস্যৰস, ব্যঙ্গ ৰসেৰে বৰ্ণাঢ্য হৈ প্ৰৱাহিত হোৱা জলপ্ৰপাতৰ মূল স্ৰোত যেন তেওঁৰ ব্যক্তিমুখী চিন্তাবোৰ, তত্ত্বগধুৰ প্ৰবন্ধৰাজি, নাট-উপন্যাস, প্ৰহসনবোৰ আৰু তাৰে ছিটিকনি যেন তেওঁৰ বিভিন্ন ৰূপ আৰু ৰসৰ কবিতাসমূহ।

সৃষ্টিৰ সাৰ্থকতা যদি সাধনাৰ সঙ্কীৰ্ণ তোৰণৰ মাজেদি আহে তেনেহলে অসমীয়া সাহিত্যক যুগান্তকাৰী গতি দিয়া, চিৰনমস্য বেজবৰুৱাৰ "কবি-প্ৰতিভাই" সঙ্কীৰ্ণ তোৰণৰ মাজেদিয়েই নগল। বেজবৰুৱাৰ নিজৰ মতেই তেওঁৰ কবিতা খেয়ালী মুহূৰ্ত্তৰ সৃষ্টি। কিন্তু কথা হল ইয়াতেই যে সেই সেই খেয়ালী সৃষ্টিবোৰ এক এক নতুন কবিতা হল, আদৰ্শপ্ৰাণ এজন মহৎ লিখকৰ জীৱন দৰ্শনৰ একো একোটা ৰূপ হল—অসমৰ পুৰণি পৰিবেশত নতুন সুৰভি আৰু নতুন ৰহণ ছটিয়াই।

'কদম কলি'য়েই তেওঁৰ একমাত্ৰ কবিতাৰ পুথি। 'কদম কলি'ত তেওঁ লিখা একুৰিটা গীতো সন্নিবিষ্ট হৈছে। ইয়াৰ বাহিৰেও তেওঁৰ কাব্যিক

প্ৰকাশ তেওঁৰ কেইবাখনি নাটকতো গীতৰূপে সিচঁৰিত হৈ আছে । 'কদম কলি'ৰ কবিতাখিনি বিশ্লেষণ কৰিলে দেখা যাব যে লক্ষ্মীনাথ আৰু কৃপাবৰ এই দুয়োজন কবিয়ে সমান্তৰাল ভাবে কাব্যস্ৰষ্টাৰ ভূমিকা লৈছে । ইয়াৰ কবিতাৰ বিভাগ সেয়ে বহলকৈ দুটা ভাগত থব পাৰি—প্ৰথম ভাগটো হল অসমীয়া সাহিত্যত নৱন্যাসৰ প্ৰতিষ্ঠা কৰা তীব্ৰ কল্পনা, গভীৰ মোহ-বিস্ময়-বিশুদ্ধ তন্ময় দৃষ্টিৰ স্বৰূপ তাৎপৰ্য্যমূলক গহীন কবিতাকেইটি । দ্বিতীয় ভাগত পৰিব তেওঁৰ পেৰডী, লঘুবৈঠকী, বিদ্ৰূপাত্মক কবিতা আৰু গীতকেইটি । অৱশ্যে কৃপাবৰী হাস্যৰস আৰু 'ছেটায়াৰ'ৰ বেগুণি আচঋিতেই আহি গহীন কবিতাৰ পৰিবেশো মাজে মাজে পাতল কৰি দিছেহি ।

পৰাধীন মুমূৰ্ষু জনতাক জীৱনৰ বিদ্যুত দিবলৈ বুলি, বিকশি উঠাৰ মন্ত্ৰ দিবলৈ বুলি বেজবৰুৱাই যি বীণ বৰাগীৰ সৃষ্টি কৰিছে তাতে তেওঁৰ সামগ্ৰিক সুস্থ আশাবাদ, নিৰ্ভীক, দৃপ্ত চিত্তৰ সঞ্জীৱনী সুৰ কালজয়ী হৈ ধ্বনিত হৈছে । দোমোজাৰ ইতস্ততঃ, সংশয়ৰ ভীৰু গতি তেওঁৰ কবিতাত নাই । "নতুন প্ৰাণৰ ন চকুযুৰি"ৰে তেওঁ দেখিছে গৌৰৱ— উজ্জ্বল অতীত অসমৰ শৌৰ্য্য বীৰ্য্যৰ স্বৰূপ, দেখুৱাব খুজিছে আত্মবিস্মৃত ক্ষয়িষ্ণু জাতিটোক নিজা ঐতিহ্যৰ সৌষ্ঠৱ । বৰ্ত্তমানৰ বিক্ততাৰ কথা ভাবি অন্তৰ অনাহকত ব্যথিত কৰা কিয় ? চকুৰ পানীৰে যাত্ৰাৰ পথ মাথোন পিছল হয় । সন্তাপৰ স্মৰণেৰে হৃদয় মাথোন হয় জুৰুলা । সীতা, বেউলা, জয়মতী, দময়ন্তী আদিৰ করুণ গাঁথা শুনি শুনি, বদনে মান অনাৰ গ্লানি, মণিৰাম দেৱানক কাঁচী দিয়াৰ অসহায়তাৰ কথা শুনি শুনি অশ্ৰু বিসৰ্জন কৰি থকাৰ সময়তো এয়া নহয় । এয়া যে উদাত্ত গতিৰে আগ বঢ়াৰ সময় । জ্ঞান গৰিমা, পাণ্ডিত্য, বল বিক্ৰমৰ, আপুৰুগীয়া ভাষা-সাহিত্যৰ আকাশচুম্বী স্বৰ্ণময় ঐতিহ্য যি জাতিৰ আছে সেই জাতিয়ে আজি সেই মহান দীপ্তিময় অতীত স্মৰণ কৰি আত্মবিশ্বাসেৰে আত্মপ্ৰতিষ্ঠাৰ দৃঢ়পথ গঢ়াৰ সময় এইটো ।

"শুনা ঐ বৰাগী
আনন্দৰ কাহিনী
অসমৰ যশৰাশি
হিয়া মোৰ হেৰ
বলবন্ত হক, পৰাণ উঠক উলাসি ।"

গভীৰ আবেদনময় অথচ সংযমী প্ৰকাশেৰে "বীণ বৰাগী"ত অসমৰ জাতীয় জীৱনৰ স্বৰূপ সূক্ষ্ম কৌশলেৰে তেওঁ দাঙি ধৰিছে। দেশৰ প্ৰতি থকা তেওঁৰ গভীৰ ভালপোৱা আৰু ঐতিহাসিক প্ৰয়োজনৰ সময়ত বিভ্ৰান্ত জনগণক সুস্থ, বলিষ্ঠ পথ দিয়াৰ দক্ষতা এই কবিতাৰ শব্দই শব্দই যেন উথলি উঠিছে। এক আপোন পৰিবেশত, আন্তৰিক প্ৰকাশেৰে, সৰহ ভাষাত ৰূপায়িত হোৱা "বীণ বৰাগী" বেজবৰুৱাৰ শ্ৰেষ্ঠ কবিতাকেইটিৰ ভিতৰত অন্যতম।

জীৱন সংগ্ৰামত জয়ী হোৱাৰ শক্তি আৰু দৃপ্ত প্ৰেৰণা দিব পাৰে মাথো গভীৰ আত্ম বিশ্বাসে। হীনমন্যতা এৰি নিজক উদ্বুদ্ধ, জাগ্ৰত কৰিব লাগিব জাতীয় চেতনাৰেই—

"আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হম
সকলো আছিল, সকলো আছে নুবুজো নলওঁ গম।।"

"Man may be defeated, but can not be destroyed." পৰাজিত হোৱা যায়। কিন্তু চুবমাৰ নিজে নকৰিলে আনে কৰিব পাৰে জানো? ভগ্নহৃদয় অৰ্জ্জুনক শ্ৰীকৃষ্ণই বীজ মন্ত্ৰেৰে জাগ্ৰত কৰাৰ দৰে বেজবৰুৱাই ডবা-শঙ্খ-মৃদং খোলৰ উচ্ছ্বাসময় ধ্বনিৰে প্ৰাণভৰা উচ্ছ্বাসেৰে জড়তাগ্ৰস্ত অসমীয়াৰ প্ৰাণত মহাশক্তি সঞ্চাৰৰ উদ্দীপনাময় জাগৰণি গীত গাইছে 'অসম সঙ্গীত'ত। —

সুৰদি সুৰীয়া নিজৰ দেশখনিৰ প্ৰতি থকা হৃদয়ৰ অনুকূলতা, নিজ জন্মভূমিৰ প্ৰতিটো বস্তুৰে দিয়া অমৃতময় স্বাদ আৰু সুবাসৰ আচ্ছন্নতা দেশৰ সন্তানে ( Son of the soil ) কেনেকৈ অনুভৱ কৰে তাৰ সূক্ষ্ম শিহৰণ "মোৰ দেশ" আৰু "আমাৰ জন্মভূমি" পঢ়িলেই অনুভৱ কৰা যায়। দেশৰ মাটিৰ প্ৰতি কবিৰ সুগভীৰ ভালপোৱা দুয়োটা কবিতাতে নিবিড় ভাৱে অনুভূত হৈছে—অথচ দুয়োটা কবিতা একান্ত আবেগিক মুহূৰ্ত্তৰ সৃষ্টি নহয়। নুতন পৰিবেশৰ সৃষ্টিহে। কাৰণ, এটাৰ সামৰণি পৰিছে ইংৰাজী বা তা তা সুৰেৰে। আনটো হল ডি এল ৰায়ৰ কবিতাৰ 'প্ৰতি দিয়া খেমেলীয়া উত্তৰ :

"কত পাবা এনে চাউল পানীত দিলে ভাত
কত পাবা পকা খৰিচা চেঁঙাই যায় দাঁত।"

ৰোমান্টিক কবিৰ অনুভূতিৰ তীব্ৰতা ৰূপায়ণৰ স্বাধীনতা অথচজ্ঞান হাতেদি সংযমী প্ৰকাশভঙ্গীৰে বেজবৰুৱাই 'কবিতা'. 'অৱশেষ', 'প্ৰেম,' 'বাঁহী,'

'ঈশ্বৰ আৰু ভকত,' 'মহাপ্ৰয়াণৰ যাত্ৰী' আদি কেইবাটিও উচচস্তৰৰ কবিতা লিখি থৈ গৈছে। 'কবিতা ' হ'ল কবিতাৰ সংজ্ঞা দিয়া কবিতা। আচলতে মনৰ সূক্ষ্ম অনুভৱৰ উপলব্ধিহে থাকে—তাৰ যথাৰ্থ ৰূপ দিব নোৱাৰি। কবিতা যেহেতু অন্তৰৰ স্তৰ উপচি যোৱা ভাব আৰু অনুভূতিৰ সুমধুৰ ব্যঞ্জনা তাৰ সংজ্ঞা দিয়া যায় কেনেকৈ ? কবিতাৰ সংজ্ঞা নাই—মাত্ৰ মিঠা কবিতাক ৰিজাব পাৰি "সুৰভি বিলাই যোৱা গোলাপৰ পাহি"ৰ লগতহে। এটি করুণতম কবিতাক এটোপাল অশ্ৰু বুলি, আতুৰৰ এটি হুমুনিয়া বুলি কোৱাৰ পাচত আৰু কবলৈ কি বাকী থাকে ? প্ৰকৃত কাব্যতাৰ আবেদন ইমানেই অন্তৰস্পৰ্শী যে তাৰ ৰিজনি মৌ মিঠা বাঁহীৰ সুৰৰ লগত কৰিলে ভুল হব, সি যেন বাঁহীৰ জীৱন । কেনেকুৱা জীৱন ? যি "জীৱনে" গৈ বৃক্ষ শাখাত কুউ, কুউ বুলি অমৃতৰ লহৰ তুলি থাকেগৈ । নহয়, তাতোকৈও বেচি । মিঠা কবিতা বীণৰ "আত্মা"—যি আতমাৰ গুঞ্জন হয়তো উৰি ফুৰি থাকে মৌ মাখিৰ গুণগুণনিত :

"বীণৰ আতমা সিটি উৰি গুণ গায়
বাঁহীৰ জীৱন সি যে ডালত কুউৱায়।"

কল্পনাৰ দুখনি ডেউকাত যেন আৰু দুখনি জীয়া-পাখি লগোৱা ময়ূৰৰ পাখিৰ দৰে এটা ৰহণৰ ওপৰত যেন আনটো ৰহণৰ ছঁয়ামযা। ধুসৰ ধোঁৱাৰ লগত যেন নেদেখা সুৰভি বন্দী কৰাৰ আলফুল প্ৰয়াস 'কবিতা' কমনীয় হৈ উঠিছে।

পৃথিৱীৰ চিৰন্তন ক্ষয়িষ্ণুতা আৰু তাৰ বিপৰীতে থকা কীৰ্ত্তিৰ সুবাস "অৱশেষ" কবিতাটিত মনোৰমকৈ বৰ্ণোৱা হৈছে। আকাংখাই অধীৰতা লৈ, হিয়াই উদ্বেগ লৈ, বাসনাই অতৃপ্ততাকে বুকুত সাবটি শেষৰ অপবাজেৰ অন্ধকাৰত বিলীন হৈ যায় । বৈ যায় মাথোন আকাশে বতাহে সেই আকুলতাৰ প্ৰতিধ্বনি । শেষ হয় কোনো সত্তাৰ পাৰ্থিৱ ৰূপ । কিন্তু বৈ যায় তাৰ স্মৃতিৰ সুবাস । সুখ্যাতি অখ্যাতিৰ সঞ্চয় লৈ লৈ মহাজীৱনৰ পথত আগবাঢ়ে অৱশেষত থকা সত্তা :

"ফুলিল মালতী ফুলি সৰি পৰি গল
বিলোৱা সৌৰভ মাত্ৰ জগতত ৰল

"মাৰ গল দ্বিতীয়াৰ জোনৰ জীৱন
থাকি গল মধুৰতা কিৰিণ কিৰণ

... ... ... ... ... ... ...

ধন গল, জন গল, গল ক্লায় ক্লেশ
সুখ্যাতি অখ্যাতি বল আজ্ঞ অৱশেষ ॥"

ছনেটৰ আকাৰৰ ছন্দই কবিতাটিত গুৰুগম্ভীৰ এক প্ৰতিধ্বনি দিছে।

"প্ৰেম"ৰ উপলব্ধিত কবি যেন শিহৰিত হৈছে। স্বৰূপাৰ্থত প্ৰেমৰ জ্যোতিৰ্ম্ময় শক্তিৰ তুলনা নাই। জগতৰ প্ৰাণ শক্তিৰ প্ৰতীক প্ৰেমে হৃদয়ক কৰুণা-কোমল সৃষ্টি-মুখী। জীৱনক উৰ্দ্ধমুখী কৰি আত্মাৰ দীপ অনিৰ্ব্বাণ ৰূপত উদ্ভাসিত কৰি তোলে। পৰম ব্ৰহ্মৰ চৈতন্যৰ প্ৰতিভূ এই প্ৰেমে জড়ক চেতন কৰি, অনুৰ লগত পৰমানুৰ মিলন ঘটাই, আত্মাৰ লগত আত্মাৰ নিবিড় সমন্বয় সাধন কৰি সংজ্ঞাৰ অতীত জীৱন-সুষমা প্ৰদান কৰিব পাৰে।

এক মুহূৰ্ত্তই অনন্ত হয় যদি সেই মূৰ্ত্ত 'একচুটাচি''ৰ মুহূৰ্ত্ত হয়। কবিয়ে জীৱনৰ চৰম পুলক অনুভৱ কৰিব খুজিছে বাঁহীৰ সুৰৰ মধুৰতম মূৰ্চ্ছনাৰ এক বিন্দুত। সঙ্গীত সুষমাৰ সেই নহৰত যেন পাৰ্থিৱ সকলো তিক্ততা শেষ হৈ যাওক, হৃদয়ৰ নিষ্ঠুৰতা আৰু নিঃস্বতা শেষ হৈ যাওক। —এই আকাঙ্খা 'এলিভেটেড্' হৃদয়ৰে আকাঙ্খা। 'বাঁহী' নামৰেই আৰু এটা কবিতা আৰু দুটা গীত 'কদমকলি'ত আছে। 'বাঁহী' আনটো কবিতা সাধাৰণ, মুহূৰ্ত্তৰ উপলব্ধিৰ গভীৰ ব্যঞ্জনা তাত নাই। "বাহী" গীত দুটাৰ ভিতৰৰ এটাত কৃপাবৰী সুৰ বাজিছে, আনটো হল গভীৰ আধ্যাত্মিক তাৎপৰ্য্যৰ। খণ্ডত অখণ্ডৰ, অন্তত অনন্তৰ, ভেদত সমন্বয়ৰ বীজ কেনেকৈ লুকাই আছে এই বীজমন্ত্ৰৰ, গীতাৰ "একমেবাদ্বিতীয়ম্" দৰ্শনৰ গুৰুগম্ভীৰ সুৰ যেন বাঁহীত প্ৰতিধ্বনিত হোৱা কবিয়ে শুনে। এই বাঁহী বাঁহী নহয়, এই বাঁহী মানবৰ আত্মা—যি আত্মা পৰমাত্মাৰে, বিশ্বজোৰা মহাসুৰৰে প্ৰতিধ্বনি ৰাখোন।

ৰসময়ী ভক্তিৰ অমিয়া যি পান কৰিছে তেওঁ "মুক্তিতো নিস্পৃহ"। পৰম আধ্যাত্মিক উপলব্ধিৰ তত্ত্বকথা বেজবৰুৱাই তেওঁৰ দাৰ্শনিক প্ৰবন্ধত ওজস্বিতাৰে আলোচনা কৰাৰ উপৰিও 'ঈশ্বৰ আৰু ভকত', 'মহাপ্ৰাণৰ যাত্ৰী' আদি-কবিতাত (গীতত?) চৰম লক্ষ্যপ্ৰাপ্তিৰ মৰ্ম্মকথা বৈষ্ণৱ দৰ্শনৰ গভীৰভাৱে দাঙি ধৰিছে। অনন্ত ৰহস্যৰ অন্ধকাৰ লৈ পোহৰাবলৈ মানুহৰ সীমিত জ্ঞানৰ দীপকাঠি নিতান্তই তুচ্ছ। জ্ঞানৰ ছী-জুই গোটেই জীৱন খেদিলেও অন্ত নহৰ :

"জ্ঞান জ্ঞান কৰি ফুৰি
গোৱালো জীৱন ঘূৰি ঘূৰি
জ্ঞানৰ নাপালো উৰাদিহ
গোটালো খোলাকুচি"

(মহাপ্ৰয়াণৰ যাত্ৰী)

ভাগৱত গীতাৰ একশৰণত বিশ্বাসী পৰম বৈষ্ণৱৰ আশ্ৰয় সেই কাৰণেই ভক্তিমাৰ্গ, জ্ঞানমাৰ্গ নহয় :

"ভকতৰ পদধূলি
মূৰত লৈ ৰ্যাট বুলি
প্ৰভুৰ সিংহাসনৰ তলত
আহা পৰোগৈ লুটি"—(মহাপ্ৰয়াণৰ যাত্ৰী)

পৰম আনন্দময় ঘন স্বৰূপক হৃদয়ত উপলব্ধি কৰি ভক্তই ভক্তিৰ আনন্দ সাগৰত এনেকৈ আপ্লুত ভাবে অৱগাহন কৰে যে নিৰ্বাণ বা মুক্তিও আৰু তেওঁবিলাকে নিবিচাৰে। কাৰণ মুক্তি মানেই যে সকলোৰে শেষ—শেষেই যদি হল, ৰসময়ী ভক্তিৰ আনন্দ কেনেকৈ উপলব্ধি কৰা যাব। সেই কাৰণেই---

'ঘৰৰ ভকত, বৈকুণ্ঠত মুকুতি
লৰি আঁতৈসকল আহা।'
নেযাবৈ নেযাবৈ প্ৰভু মোৰ গোবিন্দাই
মুকুতিৰ নকৰো বেহা।" ঈশ্বৰ আৰু ভকত

ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাৰ প্ৰভাৱত লিখা বুলি অনুভৱ হোৱা 'ৰেণুকা'ৰ অন্তৰ্গত চাৰিকুৰি এটা দুশাৰি, চাৰিশাৰীৰ কবিতা ঠিক অৰ্থত হৃদয় সংবেদী কবিতা হোৱা নাই যদিও, মাত্ৰ সেইবোৰ Versified statement হে যদিও, সেইখিনিৰ অন্তৰ্নিহিত সৌন্দৰ্য্য বৈছে আশাবাদ তথা সুস্থ চিন্তাত।

"ওখ কৰা আশা
নিৰাশা কৰ্ম্মনাশা ॥"
"সজ কাম বৰ কাম, অজৰ অমৰ
থাকে যেন চিৰকাল চন্দ্ৰ-দিবাকৰ"।
"বিশ্বাসে আনন্দ দিয়ে, প্ৰেৰেহে যৌৱন
বয়সে নকৰে বুঢ়া, পাপেহে উছন"

"ভকতি বিশ্বাস মাথো ঈশ্বৰক দিবা
কৰ্ত্তব্য কামৰ ফল চাই নুকুৰিবা" ॥
"বাটৰ দুবৰি বন গচকত পৰা
তাৰো এটি পাতে দিয়ে সৰগ বতৰা"।
"পৰিছা যি অৱস্থাত তাতে হোৱা সুখী
চেষ্টা কৰি ভাল হোৱা ৰং কৰা সখি।"

ছন্দসুষমাৰ সাতশৰীত খাজ নোখোৱা এইবোৰ যেন একো একোটি ভাবৰ বাখৰ। নীতিবচন পৰ্য্যায়ৰ "ৰেণুকা"ৰ কবিতাখিনিত বেজবৰুৱাৰ সবল দৰ্শন, মানসিক দৃঢ়তা বৰ স্পষ্ট, বৰ উজ্জ্বল।

সংসাৰৰ বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেদিহে জীৱন বিকশিত হয়, ধৈৰ্য্যশীল উদ্যমক পথৰ বাধাই ৰুধিব নোৱাৰে:

"সংসাৰৰ ঠেলা, হেঁচা, টেপা
খাই আছো দিনৌ দুৰ্ঘোৰ
এশ এটা শোকৰ তাপত
এশ এটা নিৰাশাত হওক
মোৰ মনুষ্যত্ব বিকশিত"— মোৰ জীৱন।

মনুষ্যত্ব বিকশিত কৰিব খোজা এই আত্মবিশ্বাস বেজবৰুৱাৰ গভীৰ কাৰণেই তেওঁ লিখিব পাৰিছিল—

"বছৰা বেচেৰা! ৰুইছিল এজুপি অশোক
ফুলি যাৰ ফুল, আমোদিছে আসাম সদায়।"—স্বৰণ॥

সীমিত শক্তিৰ ভিতৰতে উৰ্দ্ধমুখী এক প্ৰচেষ্টা যাৰ থাকে তেওঁৰ জীৱনেই অপাৰ্থিব তৃপ্তি লাভ কৰে। আদৰ্শৰ সুৰভিৰে অসমক আতিজাৰ কৰিবলৈ সৎ প্ৰচেষ্টাৰ এজোপা অশোক বেজবৰুৱাইও ৰুই গৈছিল তেওঁৰ সীমিত শক্তিৰেই আৰু দৃঢ় আশাৰে তেওঁৰ এই প্ৰচেষ্টাক তেওঁ ঠন ধৰাইছিল।

বেজবৰুৱাৰ প্ৰেমৰ কবিতা কেইটিত আছে লোক জীৱনৰ খৰিকাজাঁই যেন সুৰভি, ৰোমাণ্টিক কল্পনাৰ বিস্ময়-বিমুগ্ধ জিল্মিল ৰূপ। ৰোমাণ্টিক আন্দোলনেই সাহিত্যত ওপৰ শ্ৰেণীৰ ধনিক সকলৰ একাধিপত্য আঁতৰাই গণজীৱনৰ হাঁহি, আশা, আকাংক্ষাৰ স্বতঃস্ফূৰ্ত্ত ছবি প্ৰতিষ্ঠাপিত কৰে। সাহিত্যক জনহৃদয়ৰ কাষ চপাই নিবৰ কাৰণে, সাহিত্যৰ লগত জনহৃদয়ৰ আন্তৰিকতা স্থাপন কৰিবৰ কাৰণে বিপ্লৱী এইসকল নতুন কবি সাহিত্যিকে জনজীৱনৰ ছন্দ, ভাষা, উপমাক সাৰ্থক ভাৱেই সাহিত্যৰ

বুকলৈ আদৰি আনিছিল। চন্দ্ৰকুমাৰ আগৰৱালা আৰু বেজবৰুৱাৰ কবিতাত সাহিত্যৰ এই জনমুখী ৰূপ বৰ অন্তৰঙ্গ, বৰ নিবিড়: "ধনবৰ ৰতনী," 'ৰতনীৰ বেজাৰ,' 'তিলকা,' 'নিমাতী কইনা' এই আটাইকেউটি কবিতা অসমীয়া লোকগীতৰ ছন্দত দোলায়িত, অসমীয়া লোক-মানসৰ উপমাৰে মুখৰিত। ফুলতে বিধবা হোৱা জনম দুখুনী তিলকাৰ বুকুভগা বিননি "আগলি কলাপাত লৰে কি চৰে, চিলনী আই মোৰ আগতে পৰে" নামৰ লোক-আখ্যানৰ ছন্দত অন্তৰ পৰশা হৈ উঠিছে। প্ৰাণনাথ কৃষ্ণ মথুৰালৈ চিৰদিনৰ কাৰণে উভটি গলত আনন্দৰ বৃন্দাবন পুৰি ভস্মীভূত হল বুলি কৃষ্ণপ্ৰাণা গোপীসৱে অনুভৱ কৰাৰ দৰে জীৱন-সৰ্ব্বস্ব স্বামীৰ বিয়োগত ৰতনীয়েও একে দগ্ধতাত যেন চাৰখাৰ হৈ একে অনুভৱকে কৰিছে। দখৰ নিশাৰ নিৰ্জ্জন নিঃসঙ্গতাত উচুপি উঠা ৰতনীৰ বেদনাই হৃদয় মথিত কৰে। কবিৰ কল্পনাত সৰলহৃদয়া ছোৱালীজনীৰ অশ্ৰুৰ বিন্দু মুক্তা হৈও মাজে মাজে জিলমিলাইছে:

"মৰি গৈ সোণ গৌ  
তৰা এটি হল হে তৰা এটি হল।  
টুপি টুপি চকুৰ লোৰে  
মোলৈ চাই ৰল॥"

"ধনবৰ ৰতনী" আৰু "নিমাতী-কইনা" দুয়োটি বেলাড-ধৰ্ম্মী (মালিতা পৰ্য্যায়ৰ) কবিতা। জীৱনৰ একো একো দিশৰ ছবি এই দুটাত ছন্দায়িত হৈছে। "ধনবৰ ৰতনী"ৰ ছন্দ সম্পূৰ্ণই লোকগীতৰ চিনাকি ছন্দ। বিহুগীতৰ দৰেই অন্তৰৰ আবেগৰ পোনপটীয়া আবেদন চিনাকি উপমাৰে ইয়াত মূৰ্ত্ত হৈছে। ধনশিৰীমুখ আৰু দিখৌমুখৰ এহাল মিৰি ডেকা-গাভৰুৰ সৰল প্ৰণয় ভঙ্গৰ অন্তৰঙ্গ কাহিনী গভীৰতম আবেগেৰে ইয়াত ৰূপ লৈ উঠিছে। "নিমাতী কইনাৰ" অন্তৰ্নিহিত বক্তব্য হল আপোন অস্তিত্ব বিলোপ কৰিব পৰা প্ৰেম আৰু সঙ্গীতৰ যাদুকৰী শক্তিৰ স্বৰূপ, যি যাদুৰে নিষ্প্ৰাণ জড় পদাৰ্থত সুৰৰ প্ৰাণ সঞ্চাৰ কৰে, নিমাতৰ মুখতো পৃথিবীৰ সকলো সুৰেৰে সুৰীয়া কৰি, মাত উলিয়াব পাৰে—

**"সাৰেঙ্গ, গান্ধাৰ কামদ ৰাগিণী অমৃত বৰষি গল**  
**নিমাতী কইনাৰ হৃদয় বুৰিল, সকলো স্তম্ভিত হল,**  
**ধ্বনি-প্ৰতিধ্বনি বোল উঠি গল, আনন্দত নাচিল জীৱ**  
**কৌৰৱৰ ভিঙিত ওলমি ৰইনাই ৰাতিলে "প্ৰাণপ্ৰিয়"**

বেজবৰুৱাৰ প্ৰেমৰ কবিতাকেইটিৰ ভিতৰত "প্ৰিয়তমাৰ সৌন্দৰ্য্য" আৰু "চুমা"ত ইংৰাজ ৰোমাণ্টিক কবিৰ প্ৰভাৱ স্পষ্টভাৱে অনুভূত হয়। "প্ৰিয়তমাৰ সৌন্দৰ্য্য" জৰ্জ্জ ডালিৰ কবিতাৰ অনুৰূপ। শ্বেলীৰ Love's philosophyৰ প্ৰতিধ্বনি যেন তেওঁৰ "চুমা" কবিতা। "ভ্ৰম" আৰু "প্ৰিয়তমা" ৰোমাণ্টিক দৃষ্টিৰ কল্পনা বিলাসিতাৰে চূড়ান্তভাৱে আচ্ছন্ন দুটা মনোৰম কবিতা। "ভ্ৰম"ত কল্পনাৰ ৰঙে মুহূৰ্ত্তে মুহূৰ্ত্তে বৰণ সলাইছে আৰু Romantic unreality ৰ বৰ্ণালী সৃষ্টি কৰিছে:

'কোনে কয় সিটি হৰিণা পোৱালী ?
ইমান চেতনা নাই
বনৰ সৌন্দৰ্য্যই ৰূপ ধৰি আহি
দেও দি দুবৰি খায়॥
বীণৰ আম্বাটি উৰি গুণ গায়
কোনে নো ভোমোৰা বোলে.
খোপাৰ ফুলটি উৰিয়েই প্ৰিয়াৰ
পখিলাৰ নাম পালে॥
কৃষ্ণপখী বোলে নিকুঞ্জ বনত
কৃষ্ণ কৃষ্ণ ডাক দিছে
পখী নহয়, জানা ব্ৰজৰ কান্দোন
প্ৰতিধ্বনি ৰূপে আছে॥"

চকুৰ আগত সদায় দেখি থকা পাৰ্থিব বস্তুতে অপাৰ্থিব সৌন্দৰ্য্য আৰোপ, সাধাৰণতে অসাধাৰণ অপৰূপ সৌন্দৰ্য্য প্ৰদান ৰোমাণ্টিক সাহিত্যৰ এক বিশেষ লক্ষণ। নাটকীয় পৰিবেশেৰে লিখা "প্ৰিয়তমা"তো কল্পনাৰ একে ব্যঞ্জনা:

"কাঁইট নথকা ৰূপহে গোলাপ
বোলে পৃথিৱীত নাই
একোকে নেমাতি প্ৰিয়াৰ দুগাল
থাকিব ধৰিলো চাই।"

"কবিতা হয় যদি হওক, নহয় যদি নহওক" অমনোযোগিতাৰে লিখা বেজবৰুৱাৰ কবিতাত বৈষম্যৰ মাজতো সূক্ষ্ম অনুভূতিৰ স্বৰ্ণময় ব্যঞ্জনা হঠাতে হঠাতে ঠাঁই ঠাঁই উদ্ভাসিত হয়:

"ওখ বুকু কিয় লৰনু কোমল
মদন পিছলি পৰা।"

দুদাল ৰেখাৰেই "সন্ধিয়া"ৰ এখনি পৰিপূৰ্ণ ছবি অঙ্কনৰ দক্ষতাইও তাৰে পৰিচয় দিছে :

"(১) বৰঘৰৰ মুধতে লোকা পাৰ মুৰি
ইটিয়ে সি টলৈ চায়;
হিয়াত সাঁচতীয়া মৰমবোৰ চালিছে
মুখতে মুখ লগাই।
(২) গধূলিগোপালে ওৰণি গুচালে
সন্ধিয়াক কাষতে দেখি
হাঁহিটি মাৰিয়েই সাবটি চুমিলে
বুলি মোৰ প্ৰাণসখি।"

বেজবৰুৱাৰ ব্যঙ্গ কবিতাসমূহ ইংৰাজী সাহিত্যৰ ৰেষ্টোৰেচন যুগৰ 'ড্ৰাইদেন'ৰ সাহিত্যৰ সমধৰ্মী বুলি কোনো কোনো সমালোচকে কব খোজে। ব্যঙ্গ বিদ্ৰূপৰ তীক্ষ্ণতাৰে একোটা জাতিৰ জঠৰ মানসিকতাক জোকাৰ দি নতুন চিন্তাৰ বাবে প্ৰস্তুত কৰাই হল এনে সাহিত্যৰ উদ্দেশ্য। একে ধৰণৰ, গতানুগতিক চিন্তা আৰু অনুভূতিৰ পৰম্পৰা আঁতৰাই পেলোৱাত বলিষ্ঠতা তথা নতুন দৃষ্টি এনেবোৰ সৃষ্টিত অনুভূত হয়। সাহিত্যৰ ঘতদিন একাধিপত্য স্থাপন কৰা চন্দ্ৰ, বাঁহীলৈ কৃপাবৰে কৰা ইতিকিং অসমীয়া সাহিত্যত নতুন। সেইদৰে "ধোঁৱাখোৱাৰ টোৰোক ভৈৰব নাদ"ৰ কল্পনাও অভিনৱ। কৃপাবৰৰ প্ৰগতিশীল দৃষ্টিৰ বৃন্দা-চন্দ্ৰাই কথা কয় ইংৰাজী, হিন্দী, অসমীয়া মিহলি অদ্ভুত এক ভাষাত। টেলিফোন নোহোৱা সময়ত বাঁহৰ বাঁহীটোৰেই কৃষ্ণই টেলিফোনৰ কাম কৰি লোকৰ তিৰুতাৰ খবৰুওতি হৰিছিল কাৰণে আৰু এতিয়া বাঁহীৰ মাতে গা বাইজাই লগায় কাৰণে কৃপাবৰে বাঁহৰ বাঁহীটোৰ ওপৰত প্ৰতিশোধ লব খোজে কুকুৰনেৰা মাৰি কৰি, পিঠা পোৱা চুঙা কৰি। হাস্যৰসিক কৃপাবৰী দৃষ্টিৰ "ছয় ঋতুৰ ভাক"ত এনেকুৱা ভাবে সোহায়, বাৰিষাই কৰুৰ ৰ্ঘৰ্ঘৰায়, পানীলগা হেমন্তই হাঁচি ঔ বুলি মাতে। "বিহুত" যেনেকৈ লক্ষ্মীনাথে অসমীয়া জাতীয় উৎসৱৰ এক নিভাঁজ ছবি আঁকিছে তেনেকৈ" "চালনী আৰু বেজী"ত কৃপাবৰে বিদ্ৰূপৰ শেলেৰে অসমীয়া সমাজৰ কালিমা আৰু সংস্কাৰ ধকাসৰকা কৰিছে—নিজৰ সহস্ৰ কুটাৰ কথা পাহৰি চালনীয়ে বেজীয়ে একোটি

ফুটাৰ কথা কৈ ঠাট্টা কৰে, হাঁহে। তেনেকুৱা অসমীয়া সমাজৰ বিপৰীত বিপৰীত কথাবোৰ

"নহয়নে বাৰু হাঁহি উঠা
হাঁহি হাঁহি আহি হুঠা
নহয়নে বাৰু হাঁহি উঠা ?"

হাঁহি হাঁহি লাজত নিজেই কান্দিবৰ কাৰণে, দোষবোৰ শুধৰাবৰ কাৰণে লিখা এই কবিতাত কবিয়ে শব্দ উচচাৰণৰ স্থানত ওলট পালট কৰি ( হাঁহি হাঁহি আহি হুঠা )ও হাস্যৰসৰ অৱতাৰণা কৰিছে। সজাগ সংস্কাৰকামী বেজবৰুৱাই শঙ্কৰদেৱ মাধৱদেৱৰ জাগৰণী গীতবো তীক্ষ্ণ পেৰডী কৰিছে।

'কদমকলি'ত কবিতাৰ ভাষাত বিসঙ্গতি আৰু ছন্দৰ উজুটি বহুতো ঠাইত পৰিলক্ষিত হয়। ঘৰুৱা ভাষাৰ লগত হঠাতে ওচৰাওচৰিকৈ বহেহি প্ৰাচীন কাব্যৰ ভাষা—এইলো, একেশ্বৰ, গোৱালো, কৈলে কৈলা ইত্যাদি। নতুবা গহীন পৰিবেশত অকস্মাতে কৃপাবৰে প্ৰবেশ কৰি ৰসভঙ্গ কৰি দিয়ে। উদাহৰণ স্বৰূপে বেজবৰুৱাৰ "ভ্ৰম" শেষ হ'বলৈ মাথোন এশাৰী থাকোতে কৃপাবৰে কলম কাঢ়ি লৈ লিখি দিলে : "প্ৰিয়তমাৰ গাল ওফন্দি পৰিছে সেযেহে জানো সন্ধিয়া।" দুজন কবি—লক্ষ্মীনাথ কৃপাবৰৰ টনা আজোৰাতে 'কদমকলিৰ' কবিতাখিনিৰ সামগ্ৰিক আবেদন সম্পূৰ্ণ নিখুঁত হব নোৱাৰিলে। কিঞ্চিত বহুমুখিতা আৰু কাব্যসৃষ্টিৰ কাৰণে সম্পূৰ্ণ প্ৰতিকূল পৰিবেশ (সাহিত্য স্ৰষ্টা লক্ষ্মীনাথ আৰু কাঠৰ ব্যৱসায়ী লক্ষ্মীনাথ। নোহোৱা হলে কবি বেজবৰুৱাৰ তীব্ৰ স্পৰ্শ কাতৰতাই ( sensitiveness ) সাৰ্থক কবিতা অজস্ৰ সৃষ্টি কৰিব নিশ্চয় পাৰিলেহেঁতেন। "জয়মতী নাটকৰ" জয়মতীৰ বিলাপৰ গীত আৰু ডালিমীৰ অনন্য চৰিত্ৰ প্ৰকাশক গীতটি পঢ়িলেও বেজবৰুৱাৰ অনুভূতিৰ তীব্ৰতা আৰু প্ৰকাশিকা শক্তিৰ সম্ভাৱনাৰ কথাকে অনুভৱ হয়। প্ৰতিভাই অমৰ সৃষ্টি কৰে সাধনাৰ মাধ্যমেৰেহে।

# গীতিকাৰ লক্ষ্মীনাথ

শ্ৰীভূপেন হাজৰিকা

জোনাকী যুগৰ অসমীয়া যুগমানস আৰু সংস্কৃতি সাধনা যদি কোনো এজন ব্যক্তিৰ একক প্ৰতিভাৰে প্ৰতিভাত হৈ উঠিছিল সেইজনা লক্ষ্মীনাথ বেজবৰুৱা। অসমীয়া সাহিত্যৰ এনে এটি দিশ নাই যিটো দিশ বেজবৰুৱাৰ স্বকীয় মৌলিক প্ৰতিভাৰ পৰশেৰে সঞ্জীৱিত হৈ উঠা নাই, এনে এটি দিশ নাই যিটো দিশত লক্ষ্মীনাথৰ জাতীয় চেতনা সম্পন্ন সুকুমাৰ মনৰ সজীৱ ৰূপ উদ্ভাসিত হৈ উঠা নাই, যাৰ বাবে বাণীকান্ত কাকতিয়ে কৈছে : জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব্ব ৰচনা পদ্ধতি আৰু প্ৰকৃত হাঁস্যৰস—এই তিনিটা উপাদান লৈ বেজবৰুৱাৰ প্ৰতিভাই আধুনিক সাহিত্যৰ সকলো বিভাগতে বিকাশ লাভ কৰিছে। যাৰ বাবে জ্যোতিপ্ৰসাদে কৈছে : তোমাক কোনে পাহৰিব বাৰু ? সুঁৱৰিব, তোমাক সুঁৱৰিব দিনৌ, পুৱা, সন্ধিয়া, নিশা, দুপৰীয়া ভৱিষ্যতৰ বহু যুগান্তৰৰ অসমীয়াই। নবীন অসমীয়া দলে তোমাৰ ঝঙ্কাৰময়ী, দীপ্তিময়ী, উৎসাহময়ী, শক্তিময়ী, অমৃতময়ী লিখনীৰ শব্দপ্ৰপাতত নিতৌ স্নান কৰি পুলকিত হ'ব, হাঁহিব, কান্দিব; শত সহস্ৰ হিয়াৰ তলিৰ পৰা সোঁৱৰণী পদুমৰ আঁজলী তোমাৰ চৌপাশে ফুলি উঠিছে। ...তুমি থাকিবা আমাৰ ভাষাৰ শব্দে শব্দে, তুমি থাকিবা আমাৰ কবিতাৰ শাৰীয়ে শাৰীয়ে, তুমি থাকিবা আমাৰ সাহিত্যৰ ভিতৰে বাহিৰে, তুমি থাকিবা অসমীয়াৰ জীৱনৰ উলাহে নিলাহে। তুমি থাকিবা, থাকিবা, থাকিবা।

অসমীয়া ভাষা সাহিত্যক নিভাঁজ ৰূপত প্ৰতিষ্ঠা কৰি, গদ্য, পদ্য নাটক তথা গীত-মাত সকলো দিশতে বেজবৰুৱাৰ দান অপৰিসীম। দানৰ গুণগত বিচাৰৰ আজি হয়তো প্ৰয়োজন হৈছে, হয়তো প্ৰয়োজন হৈছে, বেজবৰুৱাৰ সকলো সৃষ্টিৰ পক্ষপাতিত্বহীন ভাবে তুলনামূলক নতুন বিশ্লেষণৰ, যাৰ দ্বাৰা ভৱিষ্যতৰ বাবে বেজবৰুৱাৰ নাম মাথোঁ ওজা সাহিত্যিক ৰূপেই স্মৰণযোগ্য নহৈ প্ৰকৃত সৃষ্টিশীল মৌলিক প্ৰতিভাসম্পন্ন লেখক হিচাপে স্বীকৃতি পাব পাৰে।

আগতেই কোৱা হৈছে লক্ষ্মীনাথ বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি। আৰু এই বহুমুখী প্ৰতিভাৰ পৰিচয় বেজবৰুৱাৰ বৃহৎ গ্ৰন্থৰাজিৰ মাজতে নিহিত।

আছে। সাহিত্যৰ সকলো বিভাগতে হাত দিয়াৰ বাবে লক্ষ্মীনাথে গীতি-সাহিত্য ৰচনাতো হাত দিছিল। অৱশ্যে স্বকীয়া ভাৱে লক্ষ্মীনাথে কোনো গীত নিলিখিলেও 'কবিতা হয় যদি হওক, নহয় যদি নহওক' বুলি লিখা এক-মাত্র কবিতাৰ পুথি 'কদমকলি'ত একুৰি গীতৰ সন্নিবিষ্টকৰণ উল্লেখযোগ্য। কদমকলিৰ কবিৰ দ্বাৰা গীত হিচাপে চিহ্নিত একুৰি গীতৰ বাহিৰেও বেজবৰুৱাৰ ঐতিহাসিক নাট বেলিমাৰ, চক্ৰধ্বজ সিংহ আৰু জয়মতীৰ কিছু নাটকীয় গীতৰ সংযোজনা মন কৰিবলগীয়া। নাটকৰ গীতবোৰ নাটকীয় ঘটনাৰ পটভূমিত ৰচিত; স্বকীয়াভাবে তেনে দুই এটি গীতৰ বাহিৰে বাকীবোৰ গীতৰ গীত হিচাপে মূল্য বা প্ৰয়োজনীয়তা বৰ বেছি নাই।

ৰসৰাজ বেজবৰুৱাৰ তুলনা নাই। মানুহজনৰ প্ৰায় গীততে Dual Personalityৰ দুটা ব্যক্তিত্ব। এটা ভুমুকি মাৰে লক্ষ্মীনাথ, আনটো লক্ষ্মীনাথৰ ভিতৰৰ কৃপাবৰটো। গীত দুয়োজনে ৰচিবৰ চেষ্টা কৰে। মাথোঁ লক্ষ্মীনাথে কেতিয়াবা বৰ গম্ভীৰ হৈ কিবা এটা বিষয়ৰ গীত লিখিবলৈ ল'লেই কৃপাবৰটো আহি ভোটোংকৈ ওলায়। কদমকলি কিতাপত 'তিলকা' বুলি এটা বৰ্ণনাত্মক গীত ৰচিছে লক্ষ্মীনাথে। আগ কথাত লিখিছে: তিলকাৰ বয়স দহবছৰ। গিৰিয়েকৰ মুখ নেদেখা-কৈয়ে তিলকা বাঁৰী হ'ল। তিলকাৰ মাক-বাপেক ককাই-ভাই কোনো নাই, আছিল বুঢ়ীমাক ৰাঙলী। ৰাঙলীয়ে মাগি খুজি তিলকাক খুৱাই প্ৰতিপালন কৰি আছিল। এদিন ৰাঙলীও মৰি থাকিল। তিলকাই বুঢ়ীমাকৰ শটো আগত লৈ এইদৰে ইনাই বিনাই কান্দি আছিল।...... কাহিনীটো বেচ দুখলগা। পিচে কৃপাবৰে দুষ্টামি কৰিলে। এই বৰ্ণনাতে লিখা আছে—'বিননিৰ দুফাকিমান তলত দিলোঁ; শোক লাগে দেখি বাকীখিনি এৰিলোঁ।' গীতিকাৰ লক্ষ্মীনাথে এই বিননিৰ সুৰ—"আগলি কলাপাত লৰে কি চৰে" ধৰণৰ হ'ব লাগে বুলি নিৰ্দ্দেশ দিছে। এই বিননিৰ ৰূপ:

'তিলকা হেনো তোৰ তামোলৰ ডাবি
বুকুৰে তিলকাক বুকুতে থ'বি।
আজি পৰি ৰ'ল তিলকা তোৰ
এৰি গ'ল আইতা ৰাঙলী মোৰ।
কোনেনো ৰাইকহৰ সাধুটি ক'ব
বাঁৰী দুখুনীৰ দুখ কোনে পতিয়াব?

মই হেনো বাঁৰী, মোৰ কোনোৱেই নাই
ক'লৈ গ'লি নাতিনীৰ ৰাঙলী আই ?
বাঁৰীৰে কৌৰৱৰ দুখৰে সাধু
শুনি মই বিলাগোঁ দুখতে কান্দো ;

খৰিভাৰী পালে ৰজাৰে জী ;
সতিনী কৰিলে সতিনীৰ কি ;
কেনেকৈ তিলকাক ভুলাব শোকে,
এৰি গ'ল দুখতে আইতাই মোকে।
ৰাঙলী আইতা মোৰ ক'লৈনো গ'লি
চেনেহৰ তিলকাক কাৰ বুকুত দিলি।
গোসাঁয়ে তিলাইকে অনাথী কৈলে।
ওপজাই তাইক মাধোঁ যমলৈ দিলে।
উঠ আই ৰাঙলী নাযাবি এৰি
মোকো তোৰ লগতে লৈ যা মাৰি।
কিনো পাপ কৰিলোঁ একো নেজানো
হে মোৰ প্ৰভুদেউ সদায় মই কান্দো।" —ইত্যাদি

এই গীতটোত লক্ষ্মীনাথে 'ৰাইকহ্' (বাক্স), 'অনাথী কৈলে' (কৰিলে) আদি ব্যৱহাৰ কৰিছিল সুৰ সংযোজনালৈ চকু ৰাখি। ইয়াত কোনো সন্দেহ নাই।

পকা চুলিক 'ডিকেও' কবি লক্ষ্মীনাথে ৰচিছে :

"আৰে পকা চুলি মোৰ
পক ধৰিছে চুলিত,
তালৈ চকু কিয় তোৰ ?
আৰে পকা চুলি মোৰ।
বুঢ়া বেলিত উষাৰ পোহৰ
বুঢ়া বিৰিখত বা বসন্তৰ
বুঢ়া আমত কুঁহি পাত
লৰে জুৰ জুৰ—"

শেষত কৈছে—

"পকক চুলি পকক মূৎ
ৰসত হওক ভৰপূৰ
চলত দেশ ঘূৰোঁ ঘূৰোঁ
সকলো একাকাৰ
আৰে পকা চুলি মোৰ।"

আৰু এঠাইত 'ছয়ঋতুৰ ডাক' নামৰ এটি গীতত হেমন্তক 'পানী লগা হেমন্ত' বুলি ৰচিছে :

"পানীলগা হেমন্তই হাঁচিও মাতে
আজোৰত ছুৰিযাৰ খোচনাটো ফাটে।"

এইখিনি যেন কৃপাবৰৰ কথা। পিচ মুহূৰ্ত্ততে লক্ষ্মীনাথে ৰচিছে :

"চন্দ্ৰাৱলী শৰতৰ নূপুৰৰ ধ্বনি
মন কাণ পাতি দিলে ভালকৈয়ে শুনি॥"

'তিলকা' গীতত বাঁৰী দুখুনীৰ কথা যেনেকৈ লক্ষ্মীনাথে বৰ্ণাইছিল, তেনেকৈয়ে আন এটি গীতত বৰ্ণাইছে এজন সাধাৰণ ডাকোৱালৰ টোপোলাত নানাজনৰ মন সাগৰৰ নানা গতি, চিন্তা, বিবেচনা। বঙ্গদেশত সৌ মাত্ৰ দুই দশকৰ আগৰ প্ৰগতিবাদী কবি সুকান্ত ভট্টাচাৰ্য্যৰ 'ৰাণাৰ' বোলা কবিতাই চাঞ্চল্যৰ সৃষ্টি কৰিছিল। তাৰ পিচত অন্যান্য ভাষাত সেই 'ৰাণাৰ'ৰে (কেতিয়াবা সক্ষম কেতিয়াবা অক্ষম) অনুকৰণটো নোলোৱা নহয়। পিচে ১৮৩১ শকৰ মাঘ মাহতে হাওৰাত বহি লক্ষ্মীনাথে ভাবিছিল ডাকোৱালে টোপোলাত কেনে ধৰণৰ বস্তু আনিছে :

"কই যোৱাঁ ডাকোৱাল খোজ কিয় কোবাল?
জুনুক জুনুক কিনো বাজে?
তোমাৰ সি টোপোলাত চিঠি নামে অসংখ্যাত
কিনো অদভুত বস্তু ৰাজে?
বিদেশত আছে পতি ঘৰত ৰৈছে সতী
মৰমৰ বাতৰি কিনো যায়?
বিৰহত পোৰা নাৰী মাগি প্ৰেম শান্তি বাৰি
প্ৰণয়ীক প্ৰণয় জনায়।"

—ইত্যাদি।

লক্ষ্মীনাথ গীতিকাৰ হয় নে ?

এটা কথা মই প্ৰথমতে কৈ থ'ব পাৰো, লক্ষ্মীনাথৰ গীতি সাহিত্যৰ মাজলৈ সোমাই মোৰ ধাৰণা, তেওঁ চিৰিয়াচ অৰ্থত কোনো দিন গীতিকাৰ হোৱা নাছিল। লক্ষ্মীনাথৰ একমাত্ৰ কাব্যসৃষ্টি 'কদমকলি'ৰ সমূহ কবিতাকে যিদৰে কবিতা বুলি সমালোচকসকলে ক'ব নোখোজে, লক্ষ্মীনাথৰ গীতি-সাহিত্যৰো বেচি ভাগকে গীত বুলি ক'ব নোৱাৰি। ৰসৰাজ তেওঁ, কোঁহে কোঁহে ৰসৰ ভাণ্ডাৰহে আছিল তেওঁৰ মনত। গতিকেই মনৰ সূক্ষ্ম অনুভূতিক সেউজী অসমৰ লোকগীত, মাতৰ ধ্বনি-প্ৰতিধ্বনিয়ে পুলকিত কৰাৰ দৰে কলিকতা সম্বলপুৰৰ বিভিন্ন সাংস্কৃতিক পৰিবেশেও দোলা দিছিল আৰু তাৰেই বিভিন্ন ৰূপত বহু বৰ্ণ বৈচিত্ৰ্যৰ প্ৰকাশ লক্ষ্মীনাথৰ গীতি সাহিত্য। এটি অস্থায়ী, দুটি অন্তৰা আৰু সঞ্চাৰী থাকিলেও ৰচনা কেতিয়াবা গীত হৈ ফুটি নুঠে। সেয়েহে ৰবীন্দ্ৰনাথে যি অৰ্থত গীতিকাৰ, কাজী নজৰুল যি অৰ্থত গীতিকাৰ, লক্ষ্মীনাথ সেই অৰ্থত গীতিকাৰ নহয়। অথচ গীতৰ নামত লক্ষ্মীনাথে লঘু বৈঠকী কবিতাৰ ৰীতিত গীত ৰচিছে, অসমীয়া বিহুগীত, বনগীত, অসমীয়া নামৰ সুৰত গীত ৰচিছে; আকৌ ৰামপ্ৰসাদী সুৰ, ভৈৰবী, বেহাগ, বাগেশ্ৰী সুৰ সম্বলিত টীকা নিৰ্দ্দেশেৰেও বিবিধ গীত ৰচিছে। ইয়াৰে কিছুমান গীত লক্ষ্মীনাথৰ আধ্যাত্মিক চিন্তাৰ উচ্চতম প্ৰকাশ, কিছুমান গীত অসমৰ নৈসৰ্গিক প্ৰাকৃতিক সৌন্দৰ্য্যৰ অপৰূপ প্ৰকাশ, কিছুমান অসমীয়া জাতীয় জীৱনৰ বিভিন্ন গৌৰবোজ্জ্বল ঐতিহ্যৰ ৰাণিং কমেণ্টৰী।

কিন্তু বেছিভাগ গীততে লক্ষ্মীনাথে চিৰিয়াচ মানুহজনৰ মাজত কৃপাবৰ লক্ষ্মীনাথে ভুমুকি মাৰিছে যাৰ দ্বাৰা সৰহভাগ মূল বিষয়বস্তু সময়ে অসময়ে দলিয়াই বাৰেবঙলুৱা শব্দৰ প্ৰয়োগ আৰু বক্ৰোক্তি তথা ব্যঙ্গাত্মক ৰচনা ৰীতিৰে গীতৰ কাব্যময়, ছন্দময়, সুৰ সম্বলিত পৰিবেশ নষ্ট কৰি পেলাইছে। ই হয়তো দোষ নহয়, কৃপাবৰী ৰচনাৰে এয়া অন্যৰূপত প্ৰকাশ। মাত্ৰ সেইবোৰ গীতক গীতিসাহিত্য হিচাপে মূল্য দিব নোৱাৰি।

অথচ কোনো কোনো গীতত লক্ষ্মীনাথৰ সৈতে বৰ্ণনাৰ চমৎকাৰিত্ব, শব্দৰ সুপ্ৰয়োগেৰে উপমাৰ ব্যৱহাৰে কি মধুৰ ৰূপ লৈছে চাওক। এয়া জয়মতী নাটৰ গীত :

"সখীহে কি ক'ম এ
দুখৰে কথা

অমৃত মথোঁতে বিহ উপজিলে
মিঠা মৌ হ'ল তিতা ॥
মালতিৰে চাকি খোপাতে পিন্ধিলোঁ
তাৰো গ'ল এপাহি সৰি—
সোণৰে সজাটি পখীটি ৰাখিলোঁ
সিও গুচি গ'ল এৰি।
সাজতে ফুলিলে তগৰ ফুল এপাহি
সন্ধিয়াৰে বা পাই।
কোনেও নেদেখোঁতে
কোনেও নুশুঙোতে
সিও যে মৰহি যায় ॥"

নিভাঁজ অসমীয়া সুৰৰ সংযোগেৰে এনেবোৰ গীতৰ মূলভাৱ অতি সুন্দৰ ভাৱে প্ৰকাশ পাইছে। জয়মতী নাটৰে আৰু এটি গীত ডালিমীৰ মুখৰ:

"ল'ৰা বুঢ়া কয় কাক
ডালিমী নুবুজে তাক ॥
পৰ্ব্বতে হাঁহে নৈয়ে নাচে
উৰিছে পখিলাৰে ঝাঁক ॥

অনেক কলীয়া নাহৰ জোপাই
পেলায় কোমল কলি
কৌটি-কলীয়া মেঘৰ লগতে
বিজুলী থাকে উউ উমলি ॥

পুৰণি আকাশ ফুলাম তৰাৰে
ল'ৰাতকৈও ল'ৰা
পুৰণি পৃথিৱী ফুটু-উ-কী ফুলেৰে
তাতোকৈ যে চৰা ॥"

এইটো নাটকৰ গীত। ডালিমী এটি নাটকীয় চৰিত্ৰ। কিন্তু কবি নাট্যকাৰৰ গীতৰ মাধ্যমেদি ডালিমী নামৰ নাগিনী ছোৱালী জনীক এনে ভাৱে প্ৰকাশ কৰিছে, যি বয়সৰ পাৰ্থক্য নুবুজে, সময়ৰ জ্ঞান যাৰ নাই, যি খোপাত বিজুলীৰ ফুল, কাণত পদুমৰ কেৰু আৰু গলত সোণৰ সাতসৰী আঁৰিব খোজে, যি ডাৱৰ ধৰিব খোজে যাৰ মন চিৰনবীন, যি ল'ৰা বুঢ়া

কাক কয় নুবুজে। যিজনীয়ে পখিলা খেদি খেদি খেমালি কৰি ফুৰোতেও গদাপাণিক বিপদৰ পৰা ৰাখি মেলি তীক্ষ্ণ দৃষ্টিৰে চাই থাকে। নাটকীয় চৰিত্ৰৰ অন্তৰ্নিহিত জীৱন দৰ্শনক এনেদৰে এটা গীতৰ মাজেদি ৰূপায়িত কৰাটো সহজ নহয়। এইবোৰ গীতৰ শব্দ সংযোজনা মন কৰিব লগীয়া। এই গীতক জ্যোতিপ্ৰসাদৰ সুৰে অমৰ কৰিছে। আজি অসমীয়া গীতি-সাহিত্য উভৈনদী, সুৰকাৰতো কথাই নাই, পিচে বিষয়বস্তু বুজি এনে গীত ৰচনা আৰু সুৰ সংযোজনাৰ চেষ্টা ক'ত?

আমাৰ জাতীয় সঙ্গীত ৰূপে পৰিচিত গীতটিও লক্ষ্মীনাথৰ জাগ্ৰত স্বদেশ প্ৰেমৰ উজ্জ্বল নিদৰ্শন। স্বদেশ প্ৰহৰী স্বৰূপ লক্ষ্মীনাথে বৰ্ণাইছে:

"অ', মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণি দেশ
এনেখন শুৱলা
এনেখন সুফলা
এনেখন মৰমৰ দেশ ॥"

উপযুক্ত পৰিবেশ

এইখিনিতে এটা কথা কৈ থোৱা ভাল হ'ব যে লক্ষ্মীনাথে গীত ৰচাৰ বাবে উপযুক্ত পৰিবেশ এটা সৰুৰে পৰা পাইছিল। লক্ষ্মীনাথৰ নিজস্ব বিবিধ ৰচনাই প্ৰমাণ কৰে—কেনেকৈ বেজবৰুৱা পৰিয়ালত গীত ভটিমা গোৱাৰ দলদোপ হেন্দোলদোপ। কাঁহ, ঘণ্টা, শঙ্খ, ডবা, বাদ্যৰ দীঘলীয়া সুৰধ্বনিৰে প্লাবিত বেজবৰুৱাৰ পৰিয়ালৰ সাঙ্গীতিক পৰিবেশ বৰ্ণনাতীত। তদুপৰি বিদেশত থকা কালত বিভিন্ন বঙলা গীত, যাত্ৰাৰ গীত, নামপ্ৰসঙ্গৰ গীত আদিও তেওঁ শুনিছিল আৰু তেনে গীতৰ আহিত কিছু কিছু গীতো ৰচিছিল। অৱশ্যে এনেবোৰ গীতত লক্ষ্মীনাথতকৈও কৃপাবৰ বৰবৰুৱাইহে বেছিকৈ ভুমুকি মাৰিছে। কৃপাবৰী লক্ষ্মীনাথৰ ধোঁৱাখোৱা সম্পৰ্কে গীতটি শুনক। এই গীতটিত গীতিকাৰে বাগেশ্ৰী ৰাগ সংযোজনাৰ নিৰ্দ্দেশ দিছে। গীতটি হ'ল:

"অনন্ত আকাশ মাজে দে ধোঁৱা উৰুৱাই
গ'ল ভোক গ'ল শোক, দে ভাগৰ পলুৱাই ॥
নলী লগা ধোঁৱাখোৱা
কৰি দে ঐ ফোঁৱামোৱা
টোৰক্ ভৈৰৱ নাদে বিশ্বজগৎ কঁপোৱাই ॥"

ধোৱাঁৰ কোবত মেঘমালাক স্তব্ধ হবলৈ কৈ, গীতিকাৰে ধোৱাঁখোৱাৰ ভৈৰৱ নাদ টোৰোক্ টোৰোক্ শব্দৰ প্ৰতিদ্বন্দ্বী বামুণ ভেকোলাৰ টৌৰ্টৌৰণিক চেলেঞ্জ জনাই কৈছে:

"ধূপ ধূনা আঁতৰ হক
ধোৱাঁখোৱা বাজি ৰক
মলাধপাতৰ গোন্ধে যাওক বিশ্ব মলমলাই ।"

চন্দ্ৰ, কুলি আদিক লৈ অন্য কবিয়ে গৌৰৱ কৰে, লক্ষ্মীনাথে ইতিকিং কৰি গীত ৰচিছে ।

ডি, এল, ৰায়ে বঙ্গভূমিক লৈ গৌৰৱ কৰি ৰচা 'এমন দেশটি পাবে নাগো কোথাও তুমি' গীতৰ লক্ষ্মীনাথে পেৰডী কৰি ৰচিছে, 'এনে দেশ ক'তো নোপোৱা হেৰা তুমি ।'

দ্বিজেন্দ্ৰলালে যদি গায় :
'এমন ধানেৰ উপৰ ঢেউ খেলে যায়
বাতাস কাহাৰ দেশে ?' ভেঙুচালি কৰি
কৃপাবৰৰূপী লক্ষ্মীনাথে গায় :
'ক'ত আছে এনে চাউল পানীত দিলে ভাত ।
ক'ত এনে কুঁজি থেকেৰা টেঙাই যায় দাঁত ।
ক'ত পাৰা পকা খৰিচা, ক'ত ঢেকীয়া শাক ।
এঠা দৈ ক'ত এনে নেৰায় ধুলে যাক ।
হেৰা আমাৰ জন্মভূমি
হেৰা আমাৰ জন্মভূমি
এনে দেশ ক'তো নোপোৱা হেৰা তুমি
হেৰা আমাৰ জন্মভূমি ।'

পেৰডী হলেও এইবোৰ গীতত আমাৰ জাতীয় বৈশিষ্ট্যৰ প্ৰতীকী প্ৰকাশ সমূহক চেনি মিহলি কুইনাইন বড়িৰ দৰে লক্ষ্মীনাথে প্ৰকাশ কৰিছে । আকাশৰ চন্দ্ৰক লৈ লক্ষ্মীনাথে ব্যঙ্গ কৰি কাৱালী ৰচিছে এইদৰে :

"হাতে চুকি পোৱা আছিল জোনাই
সমুদ্ৰ মথাৰ কালত হে
দেবাসুৰে দন্দ কৰি থাকোঁতেই উঠৈ
ওৰ্ধ অকাশত হে
ফটিকাৰ টেকেলি পলাই গ'ল

ভেবা লাগি দেৱ-দৈত্য চাই ৰ'ল
তেতিয়াৰ পৰা বুঢ়াঙ্গুলি দেখাই
জোনায়ে ফ ্ িকা পিয়ে হে ॥"

হাওৰা কিম্বা সম্বলপুৰৰ মুছলিম শ্ৰমিকৰ কাৱালী শুনি, সেই সুৰ লক্ষ্মীনাথৰ হয়তো ভাল লাগি গৈছিল। দেৱাসুৰৰ দ্বন্দতো কাৱালী সুৰৰ নির্দ্দেশ।

এই গীতটিৰ সুৰ 'ঝিঝিট কাৱালী' বুলি লিখিছে যদিও 'কাৱালী' হে লক্ষ্মীনাথে বিচাৰিছে যেন আমাৰ ধাৰণা হৈছে ৰচনা পদ্ধতিৰ ফালৰ পৰা।

কাৱালীত সাধাৰণতে কাৱালী ৰচকৰ নাম শেহৰ ফালে থাকে। গীতিকাৰ লক্ষ্মীনাথ সেইফালেও সচেতন আছিল। সেয়েহে কাৱালী শেষ কৰিছে এইবুলি—

"জ্যোতিৰ্বিদে কয়, চন্দ্ৰ গ্ৰহ মৰা
জন প্ৰাণহীন গোটেই চন পৰা
কৃপাবৰে কয়, অতি ফটিকাৰ কৰ্মফল ধৰি
লোৱাহে।"

লক্ষ্মীনাথে 'কুলি'ৰ মুখত গোৱাইছে:

"আয়ে লুকাই পাৰিলে কণী।
কাউৰীৰ বাঁহত মনে মনে মোৰ
আয়ে পাৰিলে কণী।
ফুটিল কণী জগিলো মই
কাউৰী মাহী তুলি লয়;
আপোনাৰ পোৱালি ভাবি
মুখত দিয়ে টোপকনি।"

লক্ষ্মীনাথে এই গীতৰ সুৰৰ নির্দ্দেশ দিছে—'ৰাম প্ৰসাদী'। আকৌ আন এটি গীত ৰচিছে নিভাঁজ অসমীয়া নামৰ সুৰত:

'বৃন্দাবনতে কোনে বাঁহী বায়, এ হে
আমি শুনি গলো ধ্বনি হে,
নাকে বাঁহী বায়, আঙুলি বুলাই এ হে;
ৰাধা ৰাধা বোলে বাণী হে।'

'ধনবৰ ৰতনী' বা 'নিমাতী কইনা' জাতীয় কবিতাক লক্ষ্মীনাথে 'গীত' বুলি কোৱা নাই যদিও অসমীয়া সুৰ সংযোজনা কৰি গল্পগীতি কবিবৰ বাবে উপযোগীকৈ ৰচনা কৰা যেন আমাৰ ধাৰণা হৈছে।

## বাঁহী : হাস্যৰস আৰু আধ্যাত্মিকতাৰ বিত চকুৰে

গীতিকাৰ লক্ষ্মীনাথৰ প্ৰায়বোৰ গীতত শ্ৰীকৃষ্ণৰ আৰু ৰাধাৰ যিদৰে উল্লেখ আছে, তেনেদৰে সুৰৰ বাহন বাঁহীটোৰো উল্লেখ আছিল । বাঁহীক লৈ লক্ষ্মীনাথে গীত লিখিছে । তাৰে এটা গীত লঘু ভাৱৰ, আনটি বিষয়বস্তুৰ উপস্থাপন ৰীতিৰ ফালৰ পৰা দাৰ্শনিক। লঘু ভাৱত লিখা বাঁহীত গীতিকাৰে বাঁহীক ফুটা দিয়া বাহঁৰ চুঙা বুলি উপলুঙা কৰি ধপাত ভৰোৱাৰ পৰা পিঠা পুৰি খোৱা কুকুৰ মৰা মাৰিবলৈ বাঁহীক ব্যৱহৃত সামগ্ৰী স্বৰূপে লৈছে । এঠাইত 'বৃন্দা-চন্দ্ৰাৱলী সংবাদ' কবিতাত বৃন্দাৰ হতুৱাই কোৱাইছে : "হব পাৰা ভালৰ জীয়াৰী হব পাৰা গধুৰ । But why abuse our Radha, what is her কচুৰ ? হাক দিলেও, ক'লাই বাঁহী বজাবলৈ নেৰে । Awfully naughty that boy ৰাধাক বলিয়া কৰে। "

চন্দ্ৰাই তেতিয়া কৈছে : "Steal the flute, pay him back in his own coin' ফুটা কেইটাত মাটি সুমাই মাৰি দিয়া তাৰ জইন । That's the way to put an end to that nuisance যোৱা বৃন্দা, যোৱা লক্ষ্মী, Pray, have no nonsense !" আন এটি গীতত বাঁহীক জাতীয় উপনিষদৰ বীজ বহনকাৰী আধ্যাত্মিক চিন্তাৰ সুৰ বুলি কৈছে লক্ষ্মীনাথে । খণ্ডত অখণ্ড বাঁহীৰ দাৰ্শনিক সুলভ ব্যাখ্যাৰ নিদৰ্শন পোৱা যায় । এইটো গীতৰ গহীন ৰচনাই কৃপাবৰজনক ক্ষন্তেকৰ বাবে পাহৰাই দিয়ে, কাৰণ, কোনে পাহৰিব বাঁহীৰ সেই অপৰূপ বৰ্ণনা ।

"মোৰ একেটি সুৰত বাঁহীটি বন্ধা  
একেটি মাথোন মাত  
ৰাতিয়ে দিনে এটি হুমুনিয়াহ  
একোটি আনন্দ তাত !  
সুখৰ হাঁহিটি খন্তেকতে মৰে  
দুখৰ এন্ধাৰ খন্তেকতে হৰে ।  
শান্ত হৃদয় আবেগ আকুল  
একেটি সুখৰ আঘাত ।  
শব্দ কৰ্পনি সপ্তম, পঞ্চম  
উচ্চাৰে একমেৰ অদ্বিতীয়ম্  
শোকৰ যাতনা, সুখৰ বাসনা  
মিহলি একেটি তাত ।।

বৈচিত্র্য বিলয়, ভেদ সমন্বয়,
খণ্ডত অখণ্ড বাঁহীটিয়ে কয় ;
হাঁহোন কান্দোন, প্রখৰ মধুৰ
এটি ধ্বনি উঠে তাত ।।
অন্ত অনন্তৰ মাজত আসন
বাঁহীটিত বাজে আত্মবিলোপন,
শুনা হে শুনা হে অমৃত সন্তান
আতমা পৰমাত্মাত ।।”

## অসমীয়া মাধুৰী

গীত ৰচাৰ উপৰিও অসমীয়া নিজস্ব লোকগীতৰ সুৰ লক্ষ্মীনাথৰ কিমান প্ৰকাশ আছিল তাৰো প্ৰমাণ আছে । বিহুনামৰ সুৰত গাবলৈ নিৰ্দ্দেশ থকা এটি বিহুগীতত লক্ষ্মীনাথে লিখিছে : সুৰ—দেউতাৰ পদূলিত গোন্ধাইছে মাধুৰী, কেতেকী মলেমলায় ঐ গোবিন্দাই ৰাম । এইটো সুৰত নতুনকৈ কি লিখিছে লক্ষ্মীনাথে ?

“টকা, পেঁপা ঢোল গীতৰ উঠে ৰোল
নাচে ডাঙৰীয়া বিহু ঐ বিহুৱা কাই,
নতুনে বছৰটিক নতুনে কন্যাটিক
আদৰে যেনেকৈ শাহু ঐ বিহুৱা কাই,
কুঁহি পাত মেলি গছে আদৰিলে
আমৰ মন কুলিৰে মিলি ঐ বিহুৱা কাই
সৰগৰ বসন্ত আহা হে আহা হে
আমাৰ পৃথিবীলৈ বুলি ঐ বিহুৱা কাই,
লৰাই জুলুকা, লুৰীয়ে ভুৰুকা
বোৱাৰী খুলিছে চিৰা ঐ বিহুৱা কাই
গামোছা, কাপোৰ পিঠাৰ নাই ওৰ
বৈণীয়ে পাৰিছে পীৰা ঐ বিহুৱা কাই ।”

এনেদৰেই বিভিন্ন গীতত সুৰৰ নতুনত্বৰ কথাও লক্ষ্মীনাথে চিন্তা কৰিছিল । সেইবাবেই হয়তো অসমীয়া গীতত প্ৰেমৰ বৈপ্লৱিক পৰিবৰ্ত্তন অনা জ্যোতিপ্ৰসাদক লক্ষ্মীনাথে ভাল পাইছিল আৰু হয়তো জ্যোতি

প্ৰসাদ নিজেও অনুপ্ৰাণিত হৈছিল—লক্ষ্মীনাথৰ হাতে হিৰজুৰে অসমীয়া চিন্তাধাৰা আৰু চিন্তাদক্ষতাৰ দ্বাৰা ।

গীতিকাৰ হিচাপে লক্ষ্মীনাথৰ অসমীয়া গীতি সাহিত্যত অৱদান সংখ্যা-লঘু । কিন্তু এই সংখ্যালঘিষ্ঠ অৱদান যে গুণসাপেক্ষ এই কথা পাহৰিলে নচলিব। লগতে এইটো কথা পাহৰিলেও নচলিব যে লক্ষ্মীনাথ, পদ্মনাথ জ্যোতিপ্ৰসাদ আদি অসমীয়া গীতি সাহিত্য তথা সঙ্গীতৰ নতুন ৰূপত বাট কাটোতা। তাৰ পিছত সময়ৰ তীব্ৰ গতিত মানুহৰ ৰুচি আৰু মূল্য ৰেখাৰ পৰিবৰ্ত্তনে আমাক আকৌ নতুন সৃষ্টিৰ ফালে আঙুলিয়াইছে। সেই পথেদি আগবাঢ়ি যাওঁতাৰ অলেখ দায়িত্ব আছে। পিছে সেই দায়িত্ব কেনেকৈ কোনে পালন কৰিছে তাৰ বিচাৰৰো সময় হৈছে। লক্ষ্মীনাথৰ সোঁৱৰণ সাৰ্থক হ'ব তেতিয়াহে। আমি কব পাৰিম অস্তাচলত লক্ষ্মীনাথ সদায় আমাৰ আগত দুপৰীয়াৰ বেলিটোৰ দৰেই উজ্জ্বল হৈ জ্বলি থাকিব। তেওঁৰ বহুমুখী প্ৰতিভাৰ জ্যোতি এতিয়াও আমাৰ ওপৰেদি বাগৰি যাব লাগিব। নিছিগা ধাৰে বৈয়েই থাকিব লাগিব। আৰু তেতিয়াহে আমি সজোৰে গাব পাৰিম তেওঁৰ কথাৰেই :

"অ' মোৰ সুৰীয়া মাত
অসমৰ সুৱদি মাত
পৃথিবীৰ কতো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত ।"

# বেজবৰুৱাৰ গদ্য শৈলীৰ অধ্যায়

শ্ৰীবিশ্বেশ্বৰ হাজৰিকা

কোনো এক লিখকৰ গদ্য-শৈলী মানে সেইজন লিখকৰ গদ্য ৰচনাৰ এনেবোৰ গুণ, যিবোৰ গুণে তেওঁৰ ৰচনাক আইন লিখকৰ ৰচনাৰ পৰা পৃথক কৰে। বেজবৰুৱাৰ গদ্যৰচনাৰ এনে কিছুমান গুণ আছে যিবোৰ গুণে তেওঁৰ ৰচনাক অন্য ৰচনাৰ পৰা বেলেগাই ৰাখিছে। এই গুণবোৰকে বেজবৰুৱাৰ গদ্য-শৈলীৰ বৈশিষ্ট্য বুলিব পাৰি।

বেজবৰুৱাৰ গদ্য-শৈলীৰ বিচাৰ কৰাৰ পূৰ্বে তেওঁৰ গদ্যবোৰৰ এটি পৰিচয় দিয়া উচিত হব। তেওঁৰ গদ্য-ৰচনাবোৰক তলত দিয়া ধৰণে ভাগ কৰিব পাৰি: (১) ৰস-ৰচনা, (২) গল্প, (৩) সাধুকথা, (৪) উপন্যাস, (৫) নাটক, (৬) ধেমেলীয়া নাটক (৭) জীৱনী, (৮) আত্ম-জীৱনী, (৯) চিন্তাশীল ৰচনা আৰু (১০) বৈষয়িক গদ্য।

**ৰস-ৰচনা :**—বেজবৰুৱাৰ ৰস-ৰচনাবোৰৰ সংগ্ৰহ হল (ক) কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা (১৯০৪ চনত প্ৰকাশিত), (খ) কৃপাবৰ বৰুৱাৰ ওভতনি (১৯০৯), এই দুখন তেওঁৰ জীৱন্ত কালতে প্ৰকাশ হৈছে। তেওঁৰ ৰচনাৰ মৰণোত্তৰ প্ৰকাশবোৰ হল (গ) কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি (১৯৫১ চনত সাহিত্য প্ৰকাশৰ দ্বাৰা প্ৰকাশিত) আৰু (ঘ) বৰবৰুৱাৰ বুলনি (১৯৬৪ চনত উক্ত অনুষ্ঠানৰ দ্বাৰা প্ৰকাশিত)।

**গল্প :**—তেওঁৰ গল্পপুথি কেইখন হল (ক) সুৰভি (১৯০৯), (খ) সাধু-কথাৰ কুঁকি (১৯১০) আৰু (গ) জোনবিৰি (১৯১৩)।

**সাধুকথা :**—তেওঁৰ সাধুকথাৰ পুথি হ'ল (ক) বুঢ়ী আইৰ সাধু (১৯১১), (খ) ককাদেউতা আৰু নাতিলৰা (১৯১২), (গ) জুনুকা (১৯১৩) আৰু (ঘ) বাখৰ (১৯১৪)।

**উপন্যাস :**—এওঁৰ উপন্যাস একমাত্ৰ পদুম কুঁৱৰী। ১৯০৫ চনত ই প্ৰকাশিত হয়।

**নাটক :**—তেওঁৰ নাটকসমূহ হল (ক) চক্ৰধ্বজ সিংহ, (খ) জয়মতী কুঁৱৰী, আৰু (গ) বেলিমাৰ। আটাইকেইখন ১৯১৫ চনত প্ৰকাশ হয়।

**ধেমেলীয়া নাটক :—** ধেমেলীয়া নাটকবোৰ হল (ক) লিতিকাই (১৮৯০), (খ) নোমল (১৯১৩), (গ) পাঁচনি (১৯১৩) আৰু (ঘ) চিকৰপতি-নিকৰপতি।

**জীৱনী :--**তেওঁৰ জীৱনী পুথি (ক) শঙ্কৰদেৱ (১৯১২), (খ) ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱনী (১৯১২) আৰু (গ) শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ (১৯১৪)।

**আত্ম জীৱনী :—**প্ৰথমে "বাঁহী'ত" খণ্ড-খণ্ডকৈ ওলোৱা আত্মজীৱনীমূলক ৰচনাখনি ১৯৬১ চনত "মোৰ জীৱন সোঁৱৰণ" নামত প্ৰকাশ হৈছে।

**চিন্তাশীল ৰচনা :—**তেওঁৰ চিন্তাশীল ৰচনাৰ ভিতৰত (ক) ভগৱৎ কথা (১৯১৫ চনৰ "বাঁহী"'ত প্ৰকাশিত), (খ) কৃষ্ণকথা ("বাঁহী"'ত প্ৰকাশিত), (গ) ১৯২৪ চনৰ অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ, আৰু (ঘ) তত্ত্বকথা (১৯৬৩ চনত সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত)।

বৈষয়িক গদ্য :—এই গদ্যৰ শাৰীত "কামত কৃতিত্ব লভিবৰ সঙ্কেত" পৰে। ইয়াৰ বাহিৰেও বাঁহীত ওলোৱা "কাহঁদী-খাৰলি", "ভাৰতবৰ্ষৰ বুৰঞ্জী," অন্যান্য প্ৰবন্ধ আৰু সম্পাদকীয়বোৰ পৰে।

এজন লিখকৰ গদ্য-শৈলীৰ গুণাৱলী কিছুমান বস্তুৰ ওপৰত আধাৰিত হৈ আত্মপ্ৰকাশ কৰে। এই বস্তুবোৰ হ'ল (১) শব্দ বাছনি, (২) বাক্য-বিন্যাস, (৩) অনুচ্ছেদ ৰচনা, আৰু (৪) সামূহিক পৰিণতি।

ভাব প্ৰকাশৰ মাধ্যমেই হল ভাষা। গদ্য ৰচনাৰ মূল উদ্দেশ্যই হ'ল লিখকৰ বক্তব্য পাঠকক ব্যক্ত কৰা। লিখকৰ বক্তব্যখিনি আগ বঢ়োৱা হয় যুক্তি প্ৰদৰ্শনৰ উদ্দেশ্যে বা তথ্য প্ৰদানৰ উদ্দেশ্য। এই কাৰ্য্য কৰোঁতে লিখকে শব্দৰ সহায় লয়। যুদ্ধক্ষেত্ৰত একোপাত অস্ত্ৰৰ প্ৰয়োজনীয়তা যিমান, গদ্য-ৰচনাত একো একোটা শব্দৰ প্ৰয়োজনীয়তা সিমান। অস্ত্ৰ-বাছনিৰ পৰিণতি হিচাপে একোখন যুদ্ধত যেনেকৈ জয়-পৰাজয় ঘটিব পাৰে, শব্দ-বাছনিৰ ফলতো একোজন লিখকৰ ভাব-বিনিময়ৰ উদ্দেশ্য সফল বা বিফল হব পাৰে।

সহজ-সৰল শব্দৰ ব্যৱহাৰে লিখকৰ উদ্দেশ্য সাধন কৰিব পাৰে। সেয়ে নহৈ যদি প্ৰতিটো শব্দৰ অৰ্থ বিচাৰি পাঠকে অভিধানৰ সহায় লব লগীয়া হয়, তেনে অৱস্থাত গদ্য-ৰচনাৰ উদ্দেশ্য বিফল হোৱাৰেই সম্ভাৱনা বেছি। বেজবৰুৱাৰ গদ্যত শব্দৰ সাৱল্য গুণ বিদ্যমান। পৰাপক্ষত তেওঁ সহজ-সৰল শব্দ এৰি অপ্ৰচলিত বা পাণ্ডিত্যগন্ধী শব্দ ব্যৱহাৰ নকৰিছিল। তেওঁ তদ্ভৱ শব্দ আৰু তাৰে ভিতৰত আটাইতকৈ চিনাকি

আৰু ঘৰুৱা শব্দহে ব্যৱহাৰ কৰিছিল। তলৰ উদাহৰণটিত এটাও তৎসম শব্দ বিচাৰি পোৱা নাযাব—

"যিটি লৰাৰ হাতত চিঠি দি আপোনাৰ মিতিৰৰ ঘৰলৈ আপুনি পঠাই-ছিল; আৰু যি চিঠিত আপুনি আপোনাৰ খুলশালীয়েক মাণিকীক সেই লৰাটিলৈ বিয়া দিবলৈ দাদাই দাদাই শপত-শাঁতি দি...লেখিছিল, সেই লৰাটিয়েই এতিয়া বিধি মতে বিয়া কৰাই মাণিকী আইটিক লৈ আহিছে। হল নে এতিয়া? বুজিলে নে?"—লিতিকাই, পৃঃ ৬২।

শব্দ-বাছনিৰ সাবলাৰ লগতে ইয়াৰ প্ৰয়োগৰ যথাৰ্থতাও আৱশ্যকীয়। উপযুক্ত ক্ষেত্ৰত উপযুক্ত শব্দৰ প্ৰয়োগ নহলে অৰ্থবোধত ব্যাঘাত জন্মে। বেজবৰুৱা এই বিষয়ত সাৱধান আছিল। তেওঁৰ ৰচনাত শব্দ প্ৰয়োগৰ অনৌচিত্য দোষ দেখা নাযায়। একো একোটা শব্দৰ যি অৰ্থৰ স্বৰূপ আছে সেই এলেকাৰ ভিতৰুৱা অৰ্থহে ই প্ৰকাশ কৰিব পাৰে। সেই এলেকাৰ অন্তৰ্ভুক্ত অন্য শব্দও থাকিব পাৰে। কিন্তু এটা সমাৰ্থক শব্দৰ অৰ্থৰ এলেকা অন্য এটা সমাৰ্থক শব্দৰ অৰ্থৰ এলেকাৰে একে হব নোৱাৰে। তেনে সমাৰ্থক শব্দবোৰৰ মাজৰ পৰা এনে শব্দটো বাছি লব লাগিব যিটো শব্দই লিখকে প্ৰকাশ কৰিব খোজা বিশেষ অৰ্থটো প্ৰকাশ কৰে। এটা উদাহৰণ লোৱা যাওক—

"বিশ্ববিদ্যালয়ৰ পৰীক্ষা 'পাচ' কৰা কাৰ্য্যত মই যে বৰ কাঠিয়াক হব নাছিলোঁ, সেইটো মোৰ সমসাময়িক শালচকুৱা সকলোৱেই দেখিছিল, মঃ নিজেও জানিছিলো আৰু সেই জ্ঞান মোকো কোনো কালে লুপ্ত হোৱা নাই।"

মোৰজীৱন সোঁৱৰণ, পৃঃ ১৫৩।

উদ্ধৃত অংশটোত "কাঠিয়াক" আৰু "শালচকুৱা" শব্দৰ প্ৰয়োগ লক্ষ্য কৰিবলগীয়া। কাঠিয়াক শব্দৰ সাধাৰণ অৰ্থ "চোকাবুধীয়া"; কিন্তু শব্দটোৰ লগত "তেওঁ কাঠকেহে ভেদ কৰিব পাৰে, আন একো নোৱাৰে" এনে এটা পৰিহাসৰ ভাব সোমাই আছে। আনহাতে শালচকুৱা শব্দটোৰ সমাৰ্থক "চোকাদৃষ্টিযুক্ত" শব্দৰ প্ৰয়োগ ইয়াত অযথাৰ্থ হলহেতেন; কাৰণ ইয়াৰ লগত জড়িত ব্যঙ্গ অৰ্থটো আন একো শব্দই বহন কৰিব নোৱাৰে।

শব্দ বাছনিৰ ক্ষেত্ৰত আন এটা লক্ষ্য কৰিব লগীয়া গুণ হল স্পষ্টতা। একোটা ভাবকে বুজাবৰ বাবে কেইবাটাও শব্দ ব্যৱহাৰ কৰিব পৰা যাব পাৰে; কিন্তু তাৰে ভিতৰত যিটো শব্দই বেছি স্পষ্টকৈ ভাবৰ এককটো বহন কৰিব পাৰে, তাকেহে ব্যৱহাৰ কৰিব লাগে। আন কথাৰে কবলৈ

গলে, পৰিপক্কত দ্ব্যৰ্থক শব্দ পৰিহাৰ কৰিব লাগে। বেজবৰুৱাৰ গদ্যত এই গুণ দেখা পোৱা যায়। বেজবৰুৱাৰ কোনো অংশ গদ্যতে অস্পষ্টতা নাই; কোনো বাক্যৰ বা শব্দৰ অৰ্থ ভাবি পাঠক বিমোৰত পৰিব নালাগে।

মানুহৰ ভাব-প্ৰকাশ প্ৰচেষ্টাই এক বা ততোধিক শব্দক আশ্ৰয় কৰি খাপে খাপে আগুৱাই যায়। ইয়াকে আমি বাক্য বোলো। সেয়ে গদ্যৰ আচল সৃষ্টা ব্যাকৰণৰ প্ৰণালী নহয়, এই প্ৰণালীৰ যোগেদি আত্মপ্ৰকাশ কৰা চিন্তাশীল মনটোহে। চিন্তাশীল মনটোৱে যি প্ৰণালীক আশ্ৰয় কৰি ভাব বিনিময় কৰে, সেয়ে বাক্য ৰীতি। প্ৰত্যেক ভাষাৰে বাক্যৰীতি বেলেগ বেলেগ; কিন্তু ব্যক্তিভেদে একে ভাষাৰো বাক্য-ৰীতিৰ পাৰ্থক্য ঘটিব পাৰে।

বেজবৰুৱাৰ বাক্য-ৰীতি ভাব অনুযায়ী নিৰ্দ্দিষ্ট হয়। বাক্যটোত যি ভাবে প্ৰাধান্য লাভ কৰে, আৰু সেই ভাব যি শব্দ বা বাক্যাংশই প্ৰকাশ কৰিছে, সেই ভাব-বাহক শব্দ বা বাক্যাংশক বেজবৰুৱাই বাক্য-বিন্যাসত সদায় আগ ঠাই দিয়ে; যেনে—

"অতদিনৰ মূৰত তোমাৰে-মোৰে এৰাএৰি হ'ল। বিধতাই আমাক আশাত নিৰাশ কৰিলে। বৰ আশা আছিল যে তুমি মোৰ হবা, মই তোমাৰ হম; কিন্তু সেই আশা বালি চলত তল গ'ল।"—পদুম কুঁৱৰী পৃঃ ২৬।

উদ্ধৃত অংশটো সূৰ্য্যই পদুমৰ পৰা বিদায় লোৱা মুহূৰ্ত্তৰ বৰ্ণনা। প্ৰথম বাক্যটোত বহুতদিন ধৰি ভাল পাই থকা পদুমক এৰি যাবলগীয়া হোৱাত সূৰ্য্যৰ মনৰ বেজাৰ প্ৰকাশ পাইছে। তেওঁলোকৰ প্ৰণয়-কালৰ দীৰ্ঘতাৰ কথা "অতদিনৰ মূৰত" বাক্যাংশৰে বাক্যটো আৰম্ভ কৰি সূচনা কৰা হৈছে দ্বিতীয় বাক্যটোৰ বক্তব্য হ'ল কোনোৱে কেতিয়াও নভবা নৈৰাশ্য; "বিধতাই" শব্দেৰে বাক্যটো আৰম্ভ কৰি এই নৈৰাশ্যৰ অভাৱনীয়তাৰ কথা সূচাইছে। তৃতীয় বাক্যত আশা ছেদ হোৱাত উৎপন্ন হোৱা মনোদুখ প্ৰকাশ কৰিছে। সেয়ে তেওঁ "বৰ আশা আছিল যে" বাক্যাংশৰে বাক্যটো আৰম্ভ কৰিছে।

বেজবৰুৱাৰ গদ্যত অসমীয়া কথন-ভঙ্গী ৰক্ষিত হৈছে। "বোলো," "দেওহে," "দিয়া," আৰু "এ," "হে" আদি ধ্বনি প্ৰয়োগ কৰি বাক্যবোৰ অসমীয়া-গঢ়ী কৰিছিল। "কি" সৰ্বনামটো অসমীয়াত ভাববোধক অব্যয় হিচাপে ব্যৱহৃত হয়। বেজবৰুৱাৰ গদ্যত এনে প্ৰয়োগ পোৱা যায়; যেনে—"চোৱাচোন, শঙ্কৰদেৱৰ কি ন্যায়নিষ্ঠা, স্বাৰ্থত্যাগ আৰু স্বধৰ্ম্মত ৰতি!" —শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ পাতনি, পৃঃ ৩৬।

অসমীয়া কথন ভঙ্গীৰ অন্যতম লক্ষণ হল, কওঁতাৰ ভাব প্ৰকাশৰ প্ৰয়োজন অনুসৰি আগৰ বাক্যত থকা সমাপিকা ক্ৰিয়াটোক পাছৰ বাক্যত অসমাপিকা

ৰূপত প্ৰয়োগ কৰি বৰ্ণনাৰ ক্ৰমটো স্বাভাবিক কৰি তোলা ; যেনে—"কাউৰীয়ে দেখিলে যে সাগৰৰ সিপাৰে এঠাইত জুইৰ ধোঁৱা ওলাইছে। দেখিয়েই সি উৰি গৈ—এজনী বুঢ়ীয়ে ধান সিজাই থকা দেখিলে।" বুঢ়ী আইৰ সাধু পৃঃ ২০।

বেজবৰুৱাৰ গদ্যৰ প্ৰধান গুণ হল জতুৱা ঠাঁচৰ প্ৰয়োগ। অসমীয়া লিখকসকলৰ বহুতে এই গুণ আয়ত্ত কৰা দেখা নাযায়। যেনে—"মই নাম লগাই নিওঁ, তইঁতে 'হয় হয়' কৰি যাবি, তেহে আকৌ মোৰ গাটো উঠিব।" (বুঢ়ী আইৰ সাধু, পৃঃ ৫৩) ইয়াত 'নামলগা," "লগাই নে," "গাটো উঠ" এই কেইটা জতুৱা ঠাঁচ প্ৰয়োগ কৰা হৈছে। ইয়াৰ ঠাইত ক্ৰমান্বয়ে "নাম গা", "লগা" আৰু "গাটোত আনন্দ লাগিব" বুলি কলেও একে অৰ্থ প্ৰকাশ পালেহেতেন ; কিন্তু সি জতুৱা নহলহেতেন।

প্ৰবাদবিলাক এটা জাতিৰ সঞ্চিত অভিজ্ঞতাৰ সমষ্টি। সেইবোৰ জনা আৰু প্ৰয়োগ কৰা লোকসকলে জাতীয় জীৱনক সম্যক্‌ৰূপে উপলব্ধি কৰিব লাগিব। বেজবৰুৱা তেনে লোক আছিল ; সেয়ে তেওঁৰ গদ্যত প্ৰবাদ বাক্যৰ যথাৰ্থ প্ৰয়োগ পোৱা যায়। এই প্ৰবাদ বাক্যৰ সফল প্ৰয়োগে তেওঁৰ গদ্যত জাতীয় বৈশিষ্ট্য প্ৰকাশক কৰি তুলিছে, আন হাতে পাঠকৰ লগত আত্মীয়তা সৃষ্টি কৰাত সহায়তা কৰিছে ; যেনে—

"বোলে, 'আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধতাই বোলে মই তোৰ পিছে পিছে যাম"। —মোৰ জীৱন সোঁৱৰণ, পৃঃ ১২৫।

"লালুকীলৈ আকৌ তপত পানী লাগিছে ?" পদুম কুঁৱৰী. পৃঃ ১৯।
বেজবৰুৱাৰ গদ্যত বাক্য-ৰচনা সম্পৰ্কীয় ৰীতি সুন্দৰকৈ অনুশীলিত হৈছে। এই ৰীতিটো হ'ল যি শব্দ বা বাক্যাংশই যাৰ গুণ-দোষ দেখুৱায় তাৰ ওচৰতে বহিব লাগে। বেজবৰুৱাই এই নীতি পালন কৰিছিল। উদাহৰণ স্বৰূপে তলৰ বাক্যটো লোৱা হ'ল :

"বিনা মেঘত বজ্ৰপাতৰ নিচিনা হৃদয় ফাটি যোৱা এই কথা যেতিয়া তেওঁৰ কাণত পৰিল, যে পাঁচ বছৰৰ পৰা যাৰ মৰম-স্নেহেৰে তেওঁ ডাঙৰ-দীঘল হৈছে, এনে হৰদত্তই তেওঁক তেওঁৰ ঘৰৰ পৰা সেইদিনাই ওলাই যাবলৈ নিষ্ঠুৰ আজ্ঞা দিছে ; যেতিয়া তেওঁ শুনিলে, যে তেওঁৰ প্ৰাণতকৈও মৰমী পদুমক,—যি প্ৰতিমাটিক—তেওঁ তেওঁৰ হৃদয় সিংহাসনত থাপি মৰম নৈবেদ্য, প্ৰেম-ফুল আৰু আত্মবলি দি দিনে ৰাতিয়ে পূজিছিল—বিচ্ছেদ নৈৰ দ ডুবিত একে বাৰেই উটাবলৈ তেওঁৰ অশেষ ভক্তি আৰু কৃতজ্ঞতাৰ পাত্ৰ হৰদত্তই তেওঁক আদেশ কৰিছে, তেওঁ মূৰ্চ্ছিত হৈ মাটিত ধাঁচ কৰে পৰিল।"—পদুম কুঁৱৰী, পৃঃ ২৩।

এই জটিল বাক্যটোৰ মাই অংশ হল, "যেতিয়া এই কথা তেওঁৰ কাণত পৰিল, যেতিয়া তেওঁ (এই কথা) শুনিলে, (তেতিয়া) তেওঁ মূৰ্চ্ছিত হৈ পৰিল।" ইয়াৰ প্ৰধান- খণ্ডবাক্য হল "তেওঁ" মূৰ্চ্ছিত হৈ....পৰিল।" বাকী দুটা "যেতিয়া....পৰিল" আৰু "যেতিয়া....শুনিলে" ক্ৰিয়া বিশেষণীয় অপ্ৰধান খণ্ডবাক্য। প্ৰধান খণ্ডবাক্যটোৰ প্ৰধান সমাপিকা ক্ৰিয়া "পৰিল"ৰ গুণবাচক বাক্যাংশ হল "মূৰ্চ্ছিত হৈ" আৰু "মাটিত ধাচ কৰে।" বাকী অপ্ৰধান খণ্ডবাক্য দুটাৰ প্ৰথমটো "যেতিয়া পৰিলৰ" বিশ্লেষণ কৰা হওক। খণ্ডবাক্যটোৰ সম্পূৰক "এই কথা"ৰ বিশ্লেষণীয় বাক্যাংশ "বিনা মেঘত বজ্ৰাঘাতৰ নিচিনা হৃদয় ফালি যোৱা"। "যে পাঁচ বছৰৰ পৰা.... আজ্ঞা-দিছে" খণ্ডবাক্যটো "এই কথা"ৰ সমকাৰক। দ্বিতীয় প্ৰধান খণ্ডবাক্যটোৰ "যে তেওঁৰ প্ৰাণতকৈও....আদেশ কৰিছে" অংশটো "এই কথা"ৰ সমকাৰক। আলোচ্য বাক্যটোত প্ৰধান সমাপিকা ক্ৰিয়া "পৰিল"ৰ গুণবাচক "মূৰ্চ্ছিত হৈ," "মাটিত ধাচ কৰে" বাক্যাংশ ইয়াৰ ওচৰতে বহুৱা হৈছে। সেইদৰে "এই কথাৰ" গুণ বাচক "বিনামেঘে... ফালি যোৱা" বাক্যাংশৰ ওচৰতে আগ হৈ বহিছে। "এই কথা"ৰ সমকাৰক "যে পাঁচ.... আজ্ঞা দিছে" খণ্ডবাক্যটো "কাণত পৰিল" এই ক্ৰিয়াৰ গুণবাচক হোৱা কাৰণে ওচৰতে পাছত বহিছে। সমকাৰক হৈ বহা খণ্ডবাক্যটোৰ কৰ্ত্তা "হৰদত্তই"ৰ আগত "যে পাঁচ বছৰৰ পৰা.... ডাঙৰ-দীঘল হৈছে" বিশেষণীয় খণ্ডবাক্যটো স্থাপন কৰা হৈছে। দ্বিতীয় অপ্ৰধান খণ্ডবাক্যটোৰ "এই কথা"ৰ সমকাৰক হৈ বহা খণ্ডবাক্য "যে তেওঁৰ...আদেশ কৰিছে" "শুনিলে" ক্ৰিয়াৰ ওচৰতে বহিছে; কাৰণ ই সেই ক্ৰিয়াটোৰ সম্পূৰক। সমকাৰক হৈ বহা এই খণ্ডবাক্যটোৰ কৰ্ত্তা "হৰদত্তই" আৰু ক্ৰিয়া "আদেশ কৰিছে"ৰ গৌণ কৰ্ম্ম "পদুমক"। সেয়ে ইয়াৰ গুণবাচক শব্দ "মৰমী," "পদুমক"ৰ ওচৰতে আগত বহিছে। আকৌ "পদুমক"ৰ সমকাৰক "যি প্ৰতিমাটিক—দিনে-ৰাতিয়ে পূজিছিল" ঠিক ওচৰতে পাছত বহিছে। গতিকে দেখা গল যে বেজবৰুৱাই দীঘলীয়া জটিল বাক্যতো বাক্য-ৰচনাৰ সামীপ্য ৰীতি ভালকৈ মানি চলিছে।

ভাব-বিনিময়ৰ সাৰ্থকতাৰ কাৰণে তেওঁৰ গদ্যত অলঙ্কাৰৰ প্ৰয়োগো পোৱা যায়। কেতিয়াবা কোনো ভাব অলঙ্কাৰ নোহোৱাকৈ স্পষ্ট নহয় বুলি অনুভৱ কৰিলেই তেওঁ ইয়াৰ সহায় লৈছিল; যেনে—

"শ্ৰীনাথ বাবুৰ 'ছাইলেঞ্চ" নামৰ "'গোজৰণিৰ ধ্বনিত স্কোটেইটো স্কুলৰ ছাত্ৰৰ আৰু মাষ্টৰৰ মাত দুই তিনি মিনিটলৈ মুখৰ পৰা পলাই ফাট মাৰিছিল।" —মোৰ জীৱন সোঁৱৰণ, পৃঃ ৫২।

ইয়াত "গোজৰণি" এই ৰূপকটোৱে শ্ৰীনাথ বাবুৰ মাতটোৰ স্বৰূপ স্পষ্ট কৰি দিছে।

কেৱল বাক্যৰ সমষ্টিয়েই গদ্য নহয়। ব্যৱহৃত বাক্যৰাজি সুসংবদ্ধ অনুচ্ছেদত যুক্তিসিদ্ধভাৱে উৎথাপিত হলেহে গদ্য নাম পায়। বেজবৰুৱাই অনুচ্ছেদ ৰচনাৰ প্ৰক্ৰিয়া উত্তমৰূপে আয়ত্ত কৰিছিল। সেয়েহে তেওঁৰ গদ্যত অনুচ্ছেদ ৰচনাৰ দোষবোৰ দেখা নাযায়। তেওঁৰ অনুচ্ছেদবোৰ যুক্তিবদ্ধ বাক্যৰ সমষ্টি, তাত বহিৰাগতৰ স্থান নাই।

"চোৰাচোন, শঙ্কদেৱৰ কি ন্যায়নিষ্ঠা, স্বাৰ্থত্যাগ আৰু স্বধৰ্ম্মত ৰতি। তেওঁ শিৰোমণি ভূঞা, ৰজাৰ নিচিনা তেওঁৰ ক্ষমতা, ঐশ্বৰ্য্য, দাস, দাসী, সম্পদেৰে তেওঁ পৰিবৃত। তেওঁৰ কিহৰ অভাৱ আছিল যে এনে সুখ-সম্পদৰ সম্ভ্ৰম জীৱন তেওঁ তৃণবৎ পৰিত্যাগ কৰি বিপদসঙ্কুল ধৰ্ম্মপ্ৰচাৰকৰ জীৱন অৱলম্বন কৰি দুখীয়া ছাল-ছিগা ভিকহু সৰ্ব্বজয়, বলোৰাম, পৰমানন্দৰ নিচিনা ভকতক বুকুত বান্ধি লৈ ফুৰি দাৰিদ্ৰ্যৰ কঠোৰ অৱস্থা আলিঙ্গন কৰি এনে কঠোৰ ব্ৰত অৱলম্বন কৰিছিল। ভাৰতবৰ্ষৰ ৰাজপাট আৰু সাংসাৰিক সুখ-সম্পদ বিসৰ্জ্জন দিওঁতা এক সিদ্ধাৰ্থ গৌতমবুদ্ধৰ বাহিৰে এনে দৃষ্টান্ত কেইটা আছে?" শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ পাতনি, পৃ: ০/৬।

একো একোটা অনুচ্ছেদ এটা মাই বাক্যক আশ্ৰয় কৰি ৰচিত হব লাগে। ইয়াৰ প্ৰত্যেকটো বাক্যই মাই বাক্যৰ অৰ্থত যোগ দি ব্যাখ্যা কৰি বা উদাহৰণ দি অনুচ্ছেদটো বঢ়াই নিব লাগে। বেজবৰুৱাই তেওঁৰ অনুচ্ছেদত এই নিয়ম মানিছিল। যেনে—

"বাস্তবিকতে এনেকুৱা জ্ঞান আৰু ভক্তিৰ গ্ৰন্থ সংস্কৃত ভাষাত আন এখন নাই। অকল সংস্কৃতত কিয় পৃথিবীৰ আন কোনো সভ্য জাতিৰ ভাষাতো এনে গ্ৰন্থ নাই। সঁচাসঁচিকৈয়ে ভাগৱত নিগম কল্পতৰুৰ শুকমুখবিগলিত অমৃতদ্ৰৱসংযুক্ত ফল। সেই ফলত বাকলি, সিটা আৰু গুটি নাই, তাত মাথোন ৰস আৰু ৰস। এই বাবেই ৰসিক ভাবুকসকলক ব্যাসদেৱে গ্ৰন্থৰ আৰম্ভতে নিৰন্তৰ এই ফল (ৰস?) আস্বাদন কৰিবলৈ কৈছে।"—তত্বকথা, পৃ: ১০৭।

উদ্ধৃত অনুচ্ছেদটোৰ মাই বাক্য "বাস্তৱিকতে—নাই" আৰু পৰবৰ্ত্তী বাক্যবোৰত "অকল সংস্কৃতত কিয়," "সঁচাসচিকৈয়ে," "সেইখনত," "এই বাবেই" আদি বাক্যাংশেৰে বেজবৰুৱাই মাই বাক্যৰ লগত বহিঃসঙ্গতি ৰক্ষা কৰিছে।

অনুচ্ছেদৰ বাক্যবোৰৰ মাজত যেনেকৈ সঙ্গতি থাকিব লাগে, তেনেকৈ অনুচ্ছেদবোৰৰ মাজতো সঙ্গতি থাকিব লাগে। এই সঙ্গতি ৰক্ষা হব

পূৰ্ববৰ্ত্তী অনুচ্ছেদত আলোচিত বিষয়বস্তু উল্লেখ কৰি পৰবৰ্ত্তী অনুচ্ছেদ আৰম্ভ কৰি; যেনে—

"সুষুপ্তি জীৱৰ স্বাভাৱিক অৱস্থা। কিন্তু এই অৱস্থা স্থায়ী নহয়। টোপনি ভাগিলে এই অৱস্থা নাইকিয়া হয়। তেতিয়া জীৱই এই ব্ৰহ্মানন্দ এৰি আকৌ দুখ-শোকৰ অৱস্থাৰ জগতলৈ উভতি আহিবলগীয়াত পৰে। কিন্তু সাধু আৰু যোগীসকলে সাধনাৰ বলেৰে এই অৱস্থাক স্থায়ী কৰিব পাৰে। তেতিয়া তেওঁলোকৰ স্থায়ী ব্ৰহ্মানন্দ লাভ হয়।

"বেদোক্ত পৰম ব্ৰহ্মৰ স্বৰূপ লক্ষণ এনে সৎ চিৎ আনন্দ। বেদ বিভাগ, বেদৰ অন্ত বেদান্ত দৰ্শন প্ৰণেতা, সৰ্ব্ব উপনিষদৰ সাৰভাগ সঙ্কলন কৰি মহাশাস্ত্ৰ গীতা ৰচনা কৰোঁতা, অষ্টাদশ পুৰাণ ৰচোঁতা আৰু পুৰাণৰ ভিতৰত মহাসূৰ্য্য, নিগম কল্পতৰুৰ বিগলিত ফল শ্ৰীমদ্ভাগৱৎ ৰচনা কৰি শুকক পঢ়াই সেই ফল ক্ষুধিত জগতক বিলাই দিওঁতা--সত্যৱতীসুত মহৰ্ষি বেদব্যাসে, শ্ৰীমদ্ভাগৱতত প্ৰতিজ্ঞা কৰি কৈছে—"ঈশ্বৰঃ পৰমঃ কৃষ্ণঃ সচ্চিদানন্দ বিগ্ৰহঃ।" সেই দেখি বেদোক্ত পৰম ব্ৰহ্ম আৰু দৈৱকীনন্দন শ্ৰীকৃষ্ণ একে বস্তু। সেই দেখি ব্ৰহ্মৰ স্বৰূপ লক্ষণ নিৰ্দ্দেশক বেদমাত্ৰ উচ্চাৰণ কৰা কৃষ্ণ নাম কীৰ্ত্তন কৰা একে বস্তু।" —তত্ত্বকথা, পৃঃ ১৯।

উদ্ধৃত অনুচ্ছেদ দুটাৰ প্ৰথম অনুচ্ছেদৰ শেষ শাৰীত "স্থায়ী ব্ৰহ্মানন্দৰ" বিষয়ে কৈছে। দ্বিতীয় অনুচ্ছেদৰ প্ৰথম শাৰীতো এই "আনন্দ"ৰ লক্ষণ বৰ্ণনাৰে আৰম্ভ হৈছে। "এনে" শব্দ প্ৰয়োগৰ ফলত এই সঙ্গতি বহিঃসঙ্গতি হৈছে। এনেবোৰ কাৰণত বেজবৰুৱাৰ অনুচ্ছেদ-বোৰৰ মাজত সঙ্গতি বৰ্ত্তমান।

বেজবৰুৱাৰ গদ্যৰ সামূহিক গুণ হল সবলতা, স্পষ্টতা, সংক্ষিপ্ততা. আকৰ্ষণীয়তা, চিত্ৰধৰ্মিতা, সঙ্গীতময়তা আৰু সমন্বয়।

তেওঁৰ গদ্য-শৈলীৰ অন্যতম প্ৰধান গুণ হৈছে সবলতা। হাস্যজনক পৰিণতিৰ বাবে অৱশ্যে তেওঁ আওপকীয়া শৈলী প্ৰয়োগ কৰে; কিন্তু তেওঁৰ চিন্তাশীল গদ্যৰ প্ৰধান গুণ সবলতাহে।

গদ্য-ৰীতিত সাৰল্য প্ৰকাশ কৰিবলৈ হলে কষ্ট-কল্পতা বা টানি-টুনি ভাব প্ৰকাশ কৰাৰ চেষ্টা বৰ্জন কৰিব লাগে। মানুহে স্বাভাৱিকতে যিদৰে কথা কয় সেইদৰেই লিখিব লাগে। উদাহৰণ স্বৰূপে তলৰ অনুচ্ছেদটো আগবঢ়োৱা হ'ল:

"আমি একেলগে থকা পোন্ধৰ দিনমানৰ পিছত তেওঁ নৰিয়া পৰিল। সেই নৰিয়া দীঘলীয়াকৈ চুমাহমান আছিল। তেওঁ এক প্ৰকাৰ শয্যাগত। সেই সময়ত মই বি-এল পৰীক্ষা দিবলৈ সাজু হৈছিলোঁ। পৰীক্ষালৈ অলপ

দিনহে বাকী আছিল। পৰীক্ষাৰ কিতাপ পঢ়া কাৰ্য্য একতিয়াকে থৈ মই একাণপতীয়া হৈ তেওঁৰ পতি কৰিবলৈ লাগিলো। সেইটোৱেই তেনে অৱস্থাত মোৰ কৰ্ত্তব্য বুলি মোৰ ডাঠ বিশ্বাস হৈছিল। তেৰোঁ দিন-ৰাতিয়ে প্ৰায় সকলোসময়তে মোক তেওঁৰ নৰিয়াপাটীৰ কাষত বিচাৰিছিল। বিশ্ব-বিদ্যালয়ৰ পৰীক্ষা 'পাছ' কৰা কাৰ্য্যত মই যে বৰ কাঠিয়ক ছাত্ৰ নাছিলোঁ, সেইটো মোৰ সমসাময়িক শালচকুৱা সকলোৱেই দেখিছিল, মই নিজেও জানিছিলোঁ আৰু সেই জ্ঞান মোৰ কোনোকালে লুপ্ত হোৱা নাই। পৰীক্ষাত কোনোমতে কাণে কাণমাৰিহে সাৰি যোৱা ছাত্ৰ মই।"—মোৰ জীৱন সোঁৱৰণ, পৃঃ ১৫০।

কিছুমান লিখকৰ কোনো শব্দৰ প্ৰতি বা কোনো বাক্যাংশৰ প্ৰতি দুৰ্ব্বলতা থাকে। তেওঁলোকে সেইবোৰ শব্দ বা বাক্যাংশকে ঘনাই ঘনাই ব্যৱহাৰ কৰে। ই এটা মুদ্ৰাদোষ। এনে দোষৰ পৰা লিখকে মুক্ত হলেহে ভাল গদ্য-শৈলীৰ সৃষ্টি হয়। "বুঢ়ী আইৰ সাধু"ৰ প্ৰত্যেকটো সাধুৱে আৰম্ভণি একে হোৱাৰ সম্ভাৱনা আছিল। বেজবৰুৱাই সেই সম্ভাৱনা দূৰ কৰি বেলেগ বেলেগ ধৰণে প্ৰত্যেকটো সাধু আৰম্ভিছে। তেওঁ "বাঘ আৰু কেকোৰা" সাধুটো আৰম্ভ কৰিছে 'অতি পুৰণি কালত এঠাইত এটা বাঘ আছিল" বাক্যেৰে; কিন্তু "বুধিয়ক শিয়াল" সাধুটো আৰম্ভ কৰিছে "এদিন ৰাতি এটা শিয়ালে ভোকত কিবা খাবলৈ বিচাৰি এখন গাৱঁত মানুহৰ বাৰীয়ে ঘৰে লুংলুঙাই ফুৰিছিল" বাক্যেৰে।

আটাইতকৈ কম শব্দেৰে আটাইতকৈ বেছি ভাব প্ৰকাশ কৰিব পৰা ক্ষমতা নাম সংক্ষিপ্ততা। বেজবৰুৱাৰ চিন্তামূলক ৰচনাৱলীত এই গুণ প্ৰকট হৈ পৰিছে। ভাল গদ্য-শৈলী বুলিলে আমি বেজবৰুৱাৰ চিন্তামূলক ৰচনাবোৰত প্ৰকাশ পোৱা গুণাৱলীহে বুজিম।

পুনৰুক্ততা দোষ বৰ্জ্জন কৰি সংক্ষিপ্ততা গুণ আৰ্জিব পাৰি। আন হাতে প্ৰয়োজনতকৈ অধিক কথা কোৱা দোষ অনেক লিখকৰে আছে। তেওঁৰ ভাল ৰচনাবোৰত এই প্ৰয়োজনাতিৰিক্ততা দোষো পোৱা নাযায়। সেইদৰে নিৰৰ্থক, লক্ষ্যহীন কথাৰ মহলা, অৰ্থাৎ বহুবল্কিতা তেওঁৰ ভাল ৰচনাবোৰত পোৱা নেযায়। যেনে—

"আসাম গৱৰ্ণমেণ্টে যচা চাকৰী মই নোলোৱা বাবে মোৰ পিতৃদেৱতা আৰু ঘাইকৈ ককাইদেউ গোবিন্দ বেজবৰুৱা মোৰ ওপৰত যথেষ্ট বিৰক্ত হৈছিল। কিন্তু গোঙোৰাতো গোঙোৰাই; সি শুনে কাৰ কথা?" মোৰ জীৱন সোঁৱৰণ, পৃঃ ১২৪।

হাস্যজনক ৰচনাসমূহত অৱশ্যে এই দোষবোৰক বেজবৰুৱাই গুণ হিচাপেই ব্যৱহাৰ কৰিছে। তলৰ উদ্ধৃতাংশত পুনৰুক্ততা নিশ্চয় দোষ নহয়:

"দুখীয়াৰ দুখ কিন্তু কোনোমতে কিন্তু নুগুচে। বিধতাই মনৰ হেঁপাহেৰে কিন্তু আমাৰ কপালত কিন্তু লুইতৰ পাৰৰ পুৰা কুঁহিয়াৰ যেন কিন্তু খাগৰিৰ কাপেৰে বামুণৰ বন্দী হৈ থাকিয়েই এই কেডাল হাড় কিন্তু পেলাবলৈ লেখিলে, তাক কিন্তু কোনে খণ্ডাব?....আমাক কিন্তু ঈশ্বৰে দুখৰ পোক কৰি কিন্তু চৰজিলে দুখতে কিন্তু উপজিলোঁ দুখতে কিন্তু গেলি পচি মৰিম! দুখ আমাৰ কিন্তু পঁইতা ভাত, শোক আমাৰ কিন্তু পকা খৰিচা, বেজাই আমাৰ কিন্তু লোণ-তেল, দুৰ্গতি আমাৰ কিন্তু জলকীয়া।" - লিতিকাই পৃঃ ৩৭।

কেতিয়াবা কেতিয়াবা বেজবৰুৱাই প্ৰয়োজনাতিৰিক্ততাকো দোষৰ ঠাইত গুণ হিচাপেহে প্ৰয়োগ কৰিছে; যেনে:—

"আমিও আজি সাইলাখ তেনে সমুদ্ৰৰ সাঁতুৰি পাৰ হমহঁক। সুৰাসুৰ দেউ দইত, যইখ-ৰইখ, নাগ-নৰ, ধোবা-নাপিত, চমাৰ-কমাৰ, শালিকবি-সনাতন, কপৌ-মহাজন, ফেঁচা-খৰিভাৰী, কোক্লোঙা-হিলৈদাৰী, বটা-বকৰা, পাণৰ মকৰা, চূণৰ চোকোৰা তোমালোকে আজি দেখা, আমাৰ বলবীজ পলাক্ৰম দেখা"। —লিতিকাই, পৃঃ ৮১।

তেওঁলোকৰ "বলবীজ পলাক্ৰমৰ" সাক্ষী হবলৈ যি সকলক কৈছে, তেওঁলোকৰ তালিকাখন যথেষ্ট দীঘল, গতিকে-প্ৰয়োজনতকৈ অতিৰিক্ত, কিন্তু দেৱ-দৈত্যৰ লগতে "বটা-বকৰা, পাণৰ মকৰা, চূণৰ চোকোৰা" আদিকো সাক্ষী মনাত আৱশ্যকীয় হাস্যজনক পৰিণতি ঘটোৱাত লিখক সক্ষম হৈছে। সেই কাৰণে প্ৰয়োজনাতিৰিক্ততা দোষ ইয়াত গুণ হিচাপে পৰিগণিত হৈছে। সেইদৰে বহুবল্কিতাকো বেজবৰুৱাই গুণ হিচাপে প্ৰয়োগ কৰিছে:

"কিন্তু প্ৰেম, সঙ্কল্প আৰু কাৰ্য্য এইবিলাকৰ ওপৰত এজন নপত ফুকন আছে। —এইজন নপতা ফুকনৰ নাম লাজ। সময় নাই, অসময় নাই, অঠাই নাই ঠাই নাই এওঁ সদায় সকলোতে উপস্থিত। এওঁ মেৰুতকৈও ওখ, সাগৰতকৈও বহল, পৃথিৱীতকৈও ডাঙৰ। এওঁৰ অশেষ কীৰ্ত্তি। সঁচাই মিছাই, হকত-অনাহকত লোকৰ বিশেষকৈ অলপ বয়সীয়া মানুহৰ ওপৰত বৰ মতা ওলোৱাত এওঁ বৰকাজী। চুকৰ বোৱাৰী ক'ত চেপেটা লাগি পৰি আছে, এওঁ তাতে ভুমুকিয়ালেগৈ; ন দৰা ক'ত বিয়া কৰিবলৈ গল, এওঁ গৈ তাত উপস্থিত হ'ল; কত কালৰ মূৰত গিৰীয়েক ঘৰলৈ উভতি আহিল, ঘৈণীয়েক আনন্দত উৎফুল্ল; কিন্তু ইমান ৰাউতিৰ বস্তু

গিৰীয়েক যেতিয়া আগত উপস্থিত হৈ মৰমৰ মাতেৰে ধৈৰ্ণীয়েকক মাতিলে ততালিকে- আমাৰ লাজ ডাঙৰীয়া ক'ৰবাৰ পৰা আহি থিয় হ'ল, আৰু ধৈৰ্ণীয়েকৰ মুখ দোঁ খাই গ'ল। হিমালয় পৰ্ব্বতৰ কাঞ্চনজংঘা শিঙক কাপ কৰি লোণ সাগৰক মহী কৰি লেখিবলৈ ধৰিলেও এই মহাপুৰুষৰ গুণশীল নুটুকায়। এই লাজৰ তলতীয়া হৈয়েই পদুমে সূৰ্য্যক আৰু সূৰ্য্যই পদুমক এতিয়ালৈকে তেওঁবিলাকৰ এই নতুন মনৰ ভাব ব্যক্ত কৰিব পৰা নাই।" —পদুম কুঁৱৰী, পৃঃ ১৫।

এইখিনি কথা "পদুম আৰু সূৰ্য্যই মনৰ ভাব ইজনে সিজনক লাজতে জনাব পৰা নাই।" বুলিয়েই বুজাব পৰা হ'লহেঁতেন। কিন্তু বেজবৰুৱাৰ বহুবল্কিতা স্বভাৱে উক দিয়াত ১১টা শব্দেৰে প্ৰকাশ কৰিব পৰা কথাখিনিৰ বাবে ১৪৭টা শব্দ খৰচ কৰা হ'ল। লাজৰ বৰ্ণনা হিচাপে ই নিজস্ব সৌন্দৰ্য্য দাবী কৰিব পাৰে।

ভাল পদ্যৰ আন এটা গুণ হল আকৰ্ষণীয়তা। ভাষাৰ ন্যায় আৰু সুচিন্তিত প্ৰয়োগৰ দ্বাৰা পাঠকক জনাব খোজা ধাৰণাৰ প্ৰতি মন আকৰ্ষিত কৰা হয়। কোনো গদ্য ৰচনাৰ অন্য গুণ থাকিলেও এই গুণৰ অভাৱত সি অনাকৰ্ষণীয় হব পাৰে।

ৰচনা আকৰ্ষণীয় কৰিবৰ কাৰণে বেজবৰুৱাই ভাষাৰ স্বাভাবিক শব্দক্ৰম সলাই পেলায়। অসমীয়া কাব্য-ৰীতিৰ সাধাৰণ নীতি হল কৰ্ত্তা-কৰ্ম-ক্ৰিয়া এই অনুক্ৰমত বাক্যৰ পদস্থাপন। বাক্য গাঁথনিৰ সামীপ্য নীতি অনুযায়ী কোনো পদৰ গুণবাচক পদ থাকিলে সি যাই পদটোৰ ওচৰতে পৰাপক্ষত আগত বহিব লাগে। "জপৰা মণ্ডলৰ প্ৰেমাভিনয়" গল্পটোৰ আৰম্ভণি বাক্যত এই নীতি উলংঘা কৰি গদ্যৰ আকৰ্ষণীয় গুণ বঢ়াইছে। তেওঁ লিখিছে, "মাজতে চাওখাট মৌজাৰ মণ্ডল জপৰাৰ এটা বৰ বিপদ গ'ল।" (জোনবিৰি, পৃঃ ৩৬)। স্বাভাবিক বাক্য ৰীতি মতে "মাজতে" ক্ৰিয়াবিশেষণটো ক্ৰিয়া "গল"ৰ ওচৰলৈ যাব লাগিছিল।

বেজবৰুৱাই সমান্তৰাল বাক্য ৰচনাৰ দ্বাৰাও গদ্যৰ আকৰ্ষণীয়তা বঢ়াইছিল; যেনে—"মই এইখিনি কালত মৰি আছিলোঁ, আজিহে তোমাৰ কৃপাত জীৱ পালোঁ।" —শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ, পৃঃ ১১৮।

"আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধতাই বোলে মই তোৰ পিছে পিছে যাম।"- মোৰ জীৱন সোঁৱৰণ, পঃ ১২৪।

শব্দবহুলতা দোষক বেজবৰুৱাই তেওঁৰ কিছুমান গদ্য ৰচনাৰ গুণ হিচাপে ব্যৱহাৰ কৰিছে; যেনে—"যি দিনাই বোপায়ে পাখি চপালে,- সেই দিনাই জেঠৰ বাবে খৰ, কাতিৰ কাতি-সোঁতা, ফাগুনৰ পছোৱা,

চ'তৰ কুৰুৱা, পুহৰ জাৰ, মাঘৰ ঠেটুৰাই এটাইবোৰে আমাৰ "শৰীল'ৰ ওপৰে বাট ললে।" লিতিকাই, পৃঃ ১৪।

পোনপতীয়া কথাটোকে আওপকীয়াকৈ কোৱাটো বেজবৰুৱাৰ গদ্যৰ অন্যতম আকৰ্ষণ। ভোলা বৰুৱাৰ নৰিয়াত পঢ়া খতি হোৱাত তেওঁ "বি-এল পৰীক্ষাত সসম্মানে ফেল "মৰা কথাটো" মূৰামূৰি কালত এনে ব্যাপাৰ মোৰ পক্ষে সাংঘাতিক হৈ উঠিল। ফলত যি হবলগীয়া আছিল সেয়ে হ'ল" বুলি প্ৰকাশ কৰিছে।

তেওঁৰ প্ৰকাশভঙ্গীৰ অন্যতম আকৰ্ষণীয় গুণ হ'ল প্ৰয়োজন অনুসাৰে ইংৰাজী, বঙালী, হিন্দুস্থানী শব্দ, বাক্যাংশৰ প্ৰয়োগ। তদুপৰি তেওঁ পুৰণি অসমীয়া আৰু সংস্কৃত প্ৰবাদৰ উপযুক্ত প্ৰয়োগ কৰিছিল। অনেক সময়ত তেওঁ সংস্কৃতৰ বিখ্যাত প্ৰবাদৰ পেৰডি কৰি প্ৰয়োগ কৰে। বিশেষকৈ হাস্যজনক পৰিণতিৰ কাৰণেও তেওঁ এই কৌশল প্ৰয়োগ কৰে:

"তেওঁলোকৰ 'কথাস্য তত্বং নিহিতং গুহায়াং, মেজৰিটি যেন গতা স পন্থা:।"—বৰবৰুৱাৰ বুলনি, পৃঃ ২১১।

আকৰ্ষণীয়তা গুণ বঢ়াবৰ কাৰণে বেজবৰুৱাই অলঙ্কাৰ প্ৰয়োগ কৰিছিল। বিষয় বস্তু অনুসাৰে কেতিয়াবা গহীন আৰু কেতিয়াবা হাস্যজনক কৰি ইয়াক প্ৰয়োগ কৰিছিল; যেনে—"শহুৰৰ পৰা ৫০০ টকা তেওঁৰ কলিকতীয়া আচাৰ ব্যৱহাৰৰ ভোমোলা বিন্ধাইদি সোনকালে সৰকি পৰিল।"

—জোনবিৰি, পৃঃ ৯৭।

বেজবৰুৱাৰ কিছুমান বৰ্ণনা চিত্ৰধৰ্মী আছিল। শব্দৰ সহায়েৰে চিত্ৰৰ পৰিণতি আনিব খুজি তেওঁ সফল হৈছিল। আকৰ্ষণীয়তাত প্ৰধানকৈ বুদ্ধিৰ প্ৰতি আবেদন জনোৱা হয়; কিন্তু চিত্ৰধৰ্মিতাত কল্পনা-শক্তিৰ প্ৰতি আবেদন জনোৱা হয়। চিত্ৰধৰ্মী গদ্য সৃষ্টি কৰা হয় সুন্দৰ কল্পচিত্ৰৰ সহায়েৰে; যেনে—

"ভেকুৰি গুটীয়া যুঁজাৰু দুটিৰ গাত লগা ভইৰ ভীম-জৰাসন্ধ দুটা কালক্ৰমত বিলয়-প্ৰাপ্ত হ'লতহে প্ৰকৃত পঞ্চত সম্বৎসৰ ব্যাপী সেই দুৰ্ঘোৰ মহাৰণৰ ওৰ পৰিল।" —মোৰ জীৱন সোঁৱৰণ, পৃঃ ২২।

পাৰিবেশৰ সজীৱ বৰ্ণনা বেজবৰুৱাৰ গদ্যৰ চিত্ৰধৰ্মী গুণৰ অন্য এটা সাক্ষ্য; যেনে—

"তেওঁৰ (পদুমৰ) মুৰশিতানৰ ওচৰতে এটা সৰিয়হ তেলৰ চাকি টিমিক-টামাককৈ জ্বলিব লাগিছে। চাকিটোৰ পৰা অলপমান আঁতৰত সেই ফালেই বেৰত আঁৰি থোৱা এটা কাঠৰ হেজুলীয়া কৰণিত এখন

হেজাৰী ঘোষা পুথি। ভৰি-পথানৰ ফালে দুটা বেতৰ কাপোৰ থোৱা জপা আৰু এটা সৰু হাতনি পেৰা এখন বাঁহৰ চাঙৰ ওপৰত আছে। তাৰ ওপৰতে সেই চাঙৰ মূৰ শিতানৰ ফালৰটোৰ নিচিনা এটা সৰু আৰু ডাঙৰ কৰণি।''—পদুম কুঁৱৰী, পৃঃ ২।

শব্দটোৰ ভিতৰত থকা কাণৰ সুত লাগি যোৱা ধ্বনিৰ যথাস্থানত প্ৰয়োগেই গদ্যৰ সঙ্গীতময়তা। ধ্বনিৰ উচ্চাৰণৰ লগত মানুহৰ দৈহিক প্ৰয়াসৰ সম্বন্ধ আছে। কিছুমান ধ্বনি অলপ আয়াসতে উচ্চাৰিত হয় আৰু কিছুমান ধ্বনিৰ উচ্চাৰণৰ বাবে অধিক আয়াসৰ আৱশ্যক। আনফালে আবেগৰ লগত মানুহৰ ধ্বনি প্ৰয়াসৰ সম্বন্ধ আছে। শোক বিহ্বল অৱস্থাত বা প্ৰণয় ব্যাকুল অৱস্থাত মানুহৰ দৈহিক শক্তি কিছু পৰিমাণে শিথিল হৈ পৰে। এনে অৱস্থাত অধিক আয়াসেৰে উচ্চাৰিব লগীয়া ধ্বনিসমূহ সাধাৰণতে উচ্চাৰণ কৰা নহয়। আন হাতে মানুহ ক্ৰুদ্ধ হলে দৈহিক শক্তি জাগৃত হৈ উঠে। এনে অৱস্থাত অলপ আয়াসত উচ্চাৰিব লগীয়া ধ্বনিবোৰ বাদ পৰি যায়।

বেজবৰুৱাই তেওঁৰ গদ্যত কোমল ভাব প্ৰকাশ কৰিবলৈ কোমল আৰু অযুক্ত ধ্বনিৰ প্ৰয়োগ কৰিছে। পদুম আৰু সূৰ্য্যৰ বিদায় বৰ্ণনাত এই কথাটো লক্ষ্য কৰিবা পাৰি।

''অতদিনৰ মূৰত তোমাৰে মোৰে এৰাএৰি হল। বিধতাই আমাক আশাত নিৰাশ কৰিলে! বৰ আশা আছিল যে তুমি মোৰ হবা, মই তোমাৰ হম; কিন্তু সেই আশা বালি চলত গ'ল। আমাৰ মন আকাশৰ পতা চাং হঠাৎ হুৰস্ কৰে ভাগি পৰিল! পদুমক আৰু মোৰ পদুম বুলি সূৰ্য্যই কব নোৱাৰে। আজি ৰাতিৰ ভিতৰত মই তোমাক চিৰকাললৈকে এৰি গুচি যাব লাগিব। মোক তুমি এতিয়া শেষ বিদায় দিয়া। যদি এই পৃথিৱীত সূৰ্য্য জীয়াই থাকে, তেন্তে তেওঁ মাজে সময়ে লোকৰ মুখে পদুম সুখেৰে আছে বুলি শুনিলেই জীৱন সাৰ্থক বুলি ভাবিব। ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা যেন তুমি ৰাজৰাণী হৈ অশেষ সুখত কাল নিওৱা। এতিয়া তুমি মোক এই জন্মলৈ বিদায় দিয়া।''- পদুম কুঁৱৰী, পৃঃ ২৫।

উদ্ধৃত অংশটোত বিদায়ৰ কৰুণ-কোমল ভাব প্ৰকাশ কৰিবলগীয়া হোৱাত কোমল ধ্বনি ৰ, ল, ম, ন আৰু স্বৰ ধ্বনি বেছিকৈ প্ৰয়োগ কৰা হৈছে। যুক্ত ধ্বনি নাই বুলিলেই হয়। আঢ়ৈশৰো অধিক ধ্বনিৰ ভিতৰত ছটাহে যুক্ত ধ্বনি আছে। ইয়াৰ দুটা নামবাচক বিশেষ্য। ইফালেদি দেউবাৰ বাপুৰ খং প্ৰকাশ কৰা ভাষাত কাঠিন্য বিৰাজমান:

"মোক কি দুৰ্ম্মতিয়ে, কি কুবুধিয়ে, কি আচল পিশাচে পাইছিল যে এনে হস্তীমূৰ্খ, পাষণ্ড, দুৰাচাৰ নৰাধম পাপীকেইটাক গোটাই ললোঁ। যাৰ সাধাৰণ ভাল-বেয়া, সঁচা-মিছা, ধৰ্ম্ম-কৰ্ম্ম, মানুহ-গৰুৰ জ্ঞান নাই, তাৰ ওপৰত বিশ্বাস স্থাপন কৰি নিৰ্ভয় হৈ থকা মোতকৈ মূৰ্খ আৰু কোনোবা আছে নে? মইতো বেছকৈ জানো যে লৰা, বলিয়া আৰু নিৰ্ব্বোধ এই তিনিও একে শাৰীৰ মানুহ। লৰাই নকৰে কি, বাতুলে নকয় কি? জ্ঞানশূন্য পাপমতি মানুহে কৰিব নোৱাৰা একো কাম নাই। এই পাপিষ্ঠ-ইঁতৰ জ্ঞান-শূন্য ভঁড়াল পৰৰ অনিষ্ট, পৰৰ অপকাৰ, হিংসা, দ্বেষ আদিৰে ভৰা।"—লিতিকাই, পৃঃ ৪৪।

উল্লিখিত অংশটোত কঠোৰ ধ্বনি আৰু যুক্ত ধ্বনিৰ বহুলতা লক্ষণীয়। দুশতকৈ অধিক ধ্বনিৰ ভিতৰতু ওঠৰটা যুক্ত ধ্বনি আছে।

একেবিধ ক্ৰিয়াবিভক্তিৰ সঘন প্ৰয়োগে ভাষালৈ সাঙ্গীতিক লয় এটা আনি দিয়ে; যেনে—

"উঃ! কি মোৰ মৰিবৰ চিন হ'ল একা! নিতৌ ভাতৰ চৰুটো আগত লৈ টোপালি বাই কোন মৰিব? তিনিপৰীয়া আহি কোষা-অৰ্ধা জোঁকাঁৰোতেই যুগ তল যাব, ফেঁচু বজা হব। ইপিনে ৰাতিৰ সাজি খাই উঠোতে গছৰ তোপাল সৰিব, প্ৰথম কুকুৰাই ডাক দিব। কোনে মৰিব এনেকৈ?"—লিতিকাই, পৃঃ ১৮।

ভাল গদ্য ৰচনাৰ অন্য এটা লক্ষণ হল ভাষাত সমন্বয় স্থাপন। ধ্বনি আৰু অৰ্থৰ সহযোগিতা স্থাপি কৰা শব্দ প্ৰয়োগেই সমন্বয়। চিন্তা-প্ৰধান ভাব প্ৰকাশ কৰিবলৈ দীঘলীয়া বাক্যৰ প্ৰয়োগ কৰা হয়। ইফালে চুটি আৰু কৰ্ত্তৃবাচ্যৰ বাক্যেৰে প্ৰকাশ কৰা হয় আবেগপূৰ্ণ ভাব।

**দীঘল বাক্যেৰে চিন্তামূলক ভাব প্ৰকাশ—**

"গোপীসকলে বংশীধ্বনি শুনি পতি-পুত্ৰাদি সাংসাৰিক বন্ধন এৰি শ্ৰীকৃষ্ণৰ ওচৰলৈ আহোঁতে প্ৰথমতে সেই পাৰ্থিৱ বন্ধনবোৰৰ পৰা মহাপ্ৰতি-বন্ধক পাইছিল; কিন্তু সেই প্ৰতিবন্ধকবোৰ নামানি ঈশ্বৰৰ ওচৰলৈ আহিলত সেই বন্ধনবোৰ শান্ত হ'ল; কাৰণ কাৰ্য্যত সেই পতি নাম, পাৰ্থিৱ বন্ধনবোৰে ঈশ্বৰ কৃষ্ণৰ ইচ্ছাত পাৰ্থিৱ সম্বন্ধেৰে নিজৰ হোৱা পাৰ্থিৱ দেহী পত্নীক কাষতে পাই আছিল।"—তত্ত্বকথা, পৃঃ ৬৩।

**চুটি বাক্যেৰে তীব্ৰ ভাবাবেগ প্ৰকাশ—**

"কাণত নপৰিবলৈ মই কিবা কালৰী হৈছোঁ নে কি? কোনোবাৰ বহি

হবৰ মন গৈছে হওঁক। মই নিদিলে কিবা জানো কাৰো হাতত তামোলৰ বটা নুঠে ?"—লিতিকাই, পৃ: ৪৩।

শব্দ প্ৰয়োগৰ দ্বাৰাও ভাৱাবেগৰ ইঙ্গিত দিব পাৰি। চুটি চুটি শব্দেৰে আনন্দ, প্ৰণয় আদি কোমল ভাব আৰু দীঘল দীঘল শব্দেৰে বিষাদ, করুণ আদি ভাব প্ৰকাশ কৰা হয় ; যেনে—

"মইতো অন্যায় নাই কৰা বুলিলে তই কোনোকালে নুশুন, মই তাক বেছকৈ জানোঁ। বাৰু, আকৌ আহ, মই তোক চকু মুদাই ধৰোঁ, সিহঁত আটাইকেইটা লুকাওকগৈ।"—লিতিকাই, পৃ: ৩৩।

বেজবৰুৱাৰ ভাব প্ৰকাশ--

"হঠাৎ খং নামে চণ্ডালৰ উচটনিত প্ৰতিহিংসাৰ দুহতীয়া খাপৰচাল এই মুঠি মাৰি ধৰিলোঁ ; পৰশুৰাম গোসাঁইৰ পৰশু কুঠাৰৰ দৰে তাক এতিয়া এৰাবিও এৰুৱাব নোৱাৰা হলোঁ।"--লিতিকাই, পৃ: ৫৩।

ভাষাৰ গতি ভাব অনুগামী হব লাগে। ভাবৰ গতি তীব্ৰ হলে ভাষাৰ গতিও তীব্ৰ হব লাগে, ধীৰ হলে ভাষাৰ গতিও ধীৰ হব লাগে। মুক্ত অক্ষৰে ( Open Syllable ) ভাষাৰ গতি তীব্ৰ কৰে আৰু বন্ধ অক্ষৰে ( Close Syllable ) ভাষাৰ গতি ধীৰ কৰে। সেইদৰে কম অক্ষৰৰ শব্দই ভাষা গতিশীল কৰে আৰু অধিক অক্ষৰৰ শব্দই ভাষাৰ গতিশীলতা নষ্ট কৰে। বেজবৰুৱাই ভাষাৰ এই নীতি তেওঁৰ গদ্য-শৈলীত পৰিস্ফুট কৰিছিল ; যেনে—"মোৰ বৌ মাছলৈ নেবান্ধি কি কৰিছি ক ?" জোনবিৰি, পৃ: ১৩।

উদ্ধৃত বাক্যটো খুব খণ্ডিত নায়কে বৈণীযেকক কোৱা বাক্য। ইয়াত থকা বাৰটা অক্ষৰৰ ভিতৰত নটা স্বৰযুক্ত অক্ষৰ। বাকী "মোৰ," "মাছ" আৰু "বাণ্" একোটা প্ৰবহমান ধ্বনিৰে ( Continuant ) শেষ হোৱাত বন্ধ অক্ষৰ হৈও মুক্ত অক্ষৰৰ কাম কৰিছে।

ইফালেদি আকৌ ধীৰ গতি প্ৰকাশ পায় বন্ধ অক্ষৰৰ অধিক প্ৰয়োগৰ দ্বাৰা। উদাহৰণ স্বৰূপে তলৰ বাক্যটো লোৱা হ'ল :

"অশ্বত্থামা বামুণ, তথাপি পিতৃবৈৰী পাণ্ডৱৰ প্ৰাণবধ কৰিবলৈ হাতত অস্ত্ৰ লৈ কেনেকৈ তেওঁবিলাকৰ শিবিৰত ৰাতি বাঘৰ নিচিনাকৈ সোমাই পাঁচ-পাণ্ডৱ বুলি তেওঁবিলাকৰ প্ৰাণৰ সমান পুতেক কেইটাৰ প্ৰাণ ললে।" লিতিকাই, পৃ: ৪৫। ইয়াৰ পঁচিশটা বন্ধ অক্ষৰৰ ভিতৰত "ৰৎ," "বধ্,", "তত্," "তেক্" এই পাঁচোটা অক্ষৰৰ পাছত ত, ধ, আৰু ক আচল ধ্বনি ( Stop Sound ) থকা কাৰণে ভাষাৰ গতি ধীৰ

হৈছে। কওঁতাই লাহে-ধীৰে চিন্তা কৰি কোৱাৰ লক্ষণ ইয়াত পৰিস্ফুট হৈছে।

অসমীয়া ভাষাৰ গদ্য ৰচনাৰ যোগেদি প্ৰকাশ কৰিব পৰা আটাইবোৰ ভাল গদ্যৰ ৰচনা-প্ৰক্ৰিয়া বেজবৰুৱাৰ গদ্য ৰচনাত দৃষ্ট হয়। তেওঁৰ গদ্য সেই কাৰণেই উত্তৰ পুৰুষৰ গদ্য ৰচনাৰ আদৰ্শ হিচাপে চিৰকাল থাকি যাব আৰু ভাল গদ্য-শৈলীৰ অনুশীলন কৰিবলৈ হলেই তেওঁৰ গদ্য-শৈলী অনুসৰণ কৰিব লাগিব।

# কৃপাবৰী খণ্ডিলৌ ৰচনা

শ্ৰীমহেশ চন্দ্ৰ দেৱগোস্বামী

"হেৱ অও মেন! হাঁসতা হ্যায় কেউ? বৰবৰুৱা বৰা চাহাবকু দেখকে? ডেম্! ব্লোডি! ননচন! হাম জানতা তোমলোক বাবু, বেবু বেনুন! ঔফুল ( awful )! ব্লোডি! লগাই দিমনে কা একখু পিলাই ফটা কিক?"

এইয়া "বৰপেট টিকনিৰে মূৰ লৰফৰ, কৃপাবৰ বৰবৰুৱা মহাধনুৰ্দ্ধৰ;" "পেটকা ভিতৰমে তিনিবুৰি কাকতৰ টোপোলা" লৈ ফটোগ্ৰাফ তুলিবলৈ যাওঁতে কোৱা কথা। ইংৰাজী, হিন্দী অসমীয়া সংমিশ্ৰিত এক খিচিৰি ভাষা প্ৰয়োগেৰে নিজৰ অভিনৱ ৰূপ বৰ্ণাই আৰু তাকে ধাৰি যি স্থূল হাঁহিৰ সৃষ্টি কৰিছিল, তাতকৈ অধিক মাৰ্জিত ভাষা প্ৰয়োগ কৰি দেশপ্ৰেমৰ ফল্গুধাৰা বহন কৰা সূক্ষ্ম-গভীৰ হাঁহিৰ ব্যঞ্জনা দাঙি ধৰিছিল একে কৃপাবৰেই 'উইল,' 'নিমান বিহাৰ', 'চিন্তাৰ চাকনৈয়া' আদি পৰ্য্যায়ৰ বহুতো ৰচনাত। সাধাৰণ গাৱঁলীয়া জীৱনৰ আচাৰ-ব্যৱহাৰৰ পৰা উচ্চশিক্ষিত তথা অভিজাত সমাজৰো ভিতৰ-বাহিৰৰ লগত বৰবৰুৱাৰ হাড়ে-হিমজুৱে অন্তৰঙ্গ পৰিচয় থকাৰ ফলত, আন হাতে সংস্কৃত কাব্য, নীতিশাস্ত্ৰ, বৈষ্ণৱ সাহিত্য আৰু সমসাময়িক ইংৰাজী-বঙলা সাহিত্যৰ সৌৰভ আহৰণ কৰি হজম কৰিব পৰাৰ গুণতে কৃপাবৰী ভাষাই এক অনিন্দ্যসুন্দৰ ৰূপ গ্ৰহণ কৰিছিল। সেইবাবেই এই ভাষা সেই সময়ৰ সমাজৰ সকলো স্তৰৰ লোকৰ বাবে অৰ্থপূৰ্ণ আৰু সহজে বোধগম্য হব পাৰিছিল। শব্দৰ জাল তৰি বিষয়ৰ পৰা বিষয়ান্তৰলৈ গতি কৰিলেও কৃপাবৰৰ কেন্দ্ৰ সুনিশ্চিত আছিল, অথচ সীমাহীন ব্যাসাৰ্দ্ধৰে পৰিধি আছিল অনন্ত।

হাঁহি বৰ 'ডেমক্ৰেটিক'—'সোঁচৰা ব্যাধি'। একাধিক জনে লগ লাগি ভোগ কৰিবলৈ পালেহে ই পাগ লয় আৰু জুতিত উঠে বেছি। পাঠক বা শ্ৰোতাৰ লগত সহৃদয়তা আৰু অন্তৰঙ্গতা স্থাপিত হবই লাগিব; সেইবাবে আৱশ্যক অনুযায়ী তাৰ মাধ্যম স্বৰূপে তেওঁ সৃষ্টি কৰি লৈছিল- 'প্ৰিয়দৰ্শন,' 'জয়ধ্বজ', 'লম্বাই' 'বাপুৰাম' আদিৰ। নিজৰ মেলঘৰত বহি ৰসালাপ কৰিব পৰা এক অতুলনীয় ক্ষমতাৰে তেওঁ শ্ৰোতা তথা পাঠক মণ্ডলীক আকৰ্ষণ কৰি আনি যেতিয়া আত্মীয়তা স্থাপন কৰিছিল, তেতিয়া তেওঁলোকক যেন সাক্ষী কৰি, পৰোক্ষে তেওঁলোকৰেই সকলো দোষাদোষ, বিসঙ্গতি উলিয়াই

দি তেওঁলোককেই হুঁহুৰাইছিল। শ্ৰোতাই গমেই নাপাইছিল যে বৰবৰুৱাই কানিৰ টিকিবাকে হুপি খুৱাইছিল নে ভুতখেদা দেৱাইবে ধোঁৱা দি তেওঁলোকৰ চিত্তবিকাৰ দূৰ কৰাৰ চেষ্টা কৰিছিল। মুঠতে তেওঁলোকে আনন্দেৰে বৰবৰুৱাই দিয়া টিকিবা পুৰি কুঁহিয়াৰ এচকল, গুড় একণ মুখত লোৱাৰ লোভত মেল চ'ৰাত বহিবলৈ ভাল পাইছিল। আনন্দমুখৰ পৰিবেশ নহলে হাঁহিৰ সৃষ্টি নহয়, আৰু অন্তৰত আনন্দ-অনুভূতিৰ ফল্গুধাৰা নাথাকিলে পৰিবেশ সৃষ্টিও সম্ভৱ নহয়। দেহে মনে প্ৰাণে আনন্দানুভূতিৰ ধাৰা বহন কৰি থকা বৰবৰুৱাই এই পৰিবেশ সহজেই সৃষ্টি কৰিব পাৰিছিল; আৰু তাত নিজৰ তীক্ষ্ণ পৰ্য্যবেক্ষণশীলতাৰে আবিষ্কৃত সকলো বিকৃতি আৰু বিসঙ্গতি উদাৰ আৰু সাহসিক মন এটাৰে, জীৱনৰ প্ৰতি গভীৰ ভাল পোৱাৰে, উপস্থাপন কৰিব পৰাত সকলো যেন মন্ত্ৰমুগ্ধ হৈ পৰিছিল। এনে সৃষ্টিশীলতাৰ বাবে কৃপাবৰ অসমীয়া সাহিত্যত একমেবাদ্বিতীয়তম্।

জীৱনৰ গভীৰতম স্তৰত তেওঁ যি সত্যৰ উপলব্ধি কৰিছিল, তাকে কেন্দ্ৰ কৰি অথচ তাক প্ৰচ্ছন্ন ৰাখি হাস্যসচেতন মনেৰে বাস্তৱজীৱনত লগ পোৱা শতসহস্ৰ নৰনাৰীৰ চৰিত্ৰৰ বিসঙ্গতি উদঙাই দি তেওঁ আমোদ পাইছিল। স্বভাৱতেই সকলো হাস্যৰসিকৰ দৰে, কৃপাবৰৰো হাস্যৰস আছিল সমসাময়িক সমাজৰ বিকৃতি, ভণ্ডামি আৰু অন্ধ অনুকৰণ-প্ৰিয়তাৰ প্ৰতিক্ৰিয়াৰ ফল। এই প্ৰতিক্ৰিয়া তীব্ৰ হলেও তাত শ্লেষ নাছিল। কৃপাবৰৰ আছিল এটি ভূয়োদৰ্শী জীৱন, আৰু "অন্যায়লৈ নগা যাঠি, ন্যায়লৈ কলচী" আছিল তেওঁৰ হাতত। সংকীৰ্ণ অনুদাৰ মন লৈ কোনেও হাঁহিব নোৱাৰে; আৰু অন্তৰত উজ্জ্বল আদৰ্শৰ তুলাচনি নহলে কোনেও সাৰ্থক ব্যঙ্গ কৰিব নোৱাৰে। কৃপাবৰৰ আছিল এটি প্ৰশান্ত বহল মন আৰু আধ্যাত্মিক সত্যেৰে আলোকিত অটলান্ত জীৱন।

কৃপাবৰী ৰঙিলী ৰচনাৰ কিতাপ আমি এতিয়ালৈকে পাইছোঁ চাৰিখন। "কাকতৰ টোপোলা" আৰু "ওভতনি"ত তেওঁ যিখিনি ৰচনা সংগ্ৰহ কৰি থৈ গ'ল তাৰ অধিক থৈ গ'ল 'বাঁহী', 'উষা', 'আৱাহন' আদি সমসাময়িক আলোচনীৰ পাতত। "ভাবৰ বুৰবুৰণি" আৰু "বৰবৰুৱাৰ বুলনি"য়ে এ.ন সকলো ৰচনা একত্ৰিত কৰাৰ কৃতিত্ব লভিব পৰা নাই। তথাপি কৃপাবৰী হাস্যৰসৰ সম্যক স্বাদ লবৰ বাবে এই ৰচনাসমূহেই যথেষ্ট। এজন লেখকে ৰচনাক ভাবৰ সোঁত নধৰা লাৰ (Loose sally of the mind) বুলিছে। ইয়াৰ বিষয়বস্তুৰো সীমা নাই, পাতনিও নাই, সামৰণিও নাই, নীতিব্যাখ্যাও নাই, তত্ত্বৰ যৌক্তিক উপস্থাপনো নাই, অথচ সৰস। আজি কালি ইয়াক মনোধৰ্মী ৰচনা, লাহতী ৰচনা, ব্যক্তি-

মুখী ৰচনা আদি বিভিন্ন নামাকৰণেৰে বুজাবৰ চেষ্টা কৰা হৈছে। অথচ কৃপাবৰী ৰচনাক এনে কোনো নামাকৰণৰ পথাৰে বান্ধিব নোৱাৰি। ই পিকউইক পেপাৰচো নহয় কানীয়া কমলাকান্তৰ দপ্তৰৰ কাহিনীও নহয়, বা চুইফ্‌ট্‌ লেম্ব চেষ্টাৰটন আদিৰ ৰচনাও নহয়। অথচ ই সেই সকলো গুণৰ অপূৰ্ব্ব সমাহাৰ "কৃপাবৰী ৰচনা"--নিজ মহিমাৰে গৌৰোজ্জ্বল। কাৰণ কৃপাবৰ পৃথিৱীৰ আন তিনিজন হাঁহিৰ জনা লোকৰ শাৰীৰে এজন বিশিষ্ট ব্যক্তি; যাক 'হনুকৰণ' কৰিবলৈ গৈ লোক 'ভুচুংপচ' হৈ 'সভা-সদসকলৰ আনন্দ বৰ্দ্ধনৰ' কাৰণ হব পাৰে।

কৃপাবৰী ৰচনা সমসাময়িক অসমীয়া সমাজৰ সাৰ্থক দাপোণ। অসমৰ বাহিৰৰ পৰা নৱসভ্যতাৰ দীপিতি লৈ বহুশক্তিমান দূৰবীণেৰে অসমীয়া সমাজখনক চাই পঠিনাই সিৰা-উপসিৰা লোমকূপলৈকে দেখা পাইছিল কৃপাবৰে। তাত ধৰা পেলাইছিল সাৰশূন্য ভেমপুৰীয়া থাকুটোও। সমাজ সেই সময়ত এফালে প্ৰাচীন আদৰ্শ, আনফালে পাশ্চাত্য নৱিনত্বপ্ৰিয়তাৰ মাজত এক ত্ৰিশঙ্কু অৱস্থাত উপনীত হৈছিল। সত্ৰই হওক থানেই হওক, গাৱেঁই হওক নগৰেই হওক—সকলো ঠাইকে পশ্চিমীয়া সংস্কৃতিৰ বতাহে কোবাইছিল, অথচ তাৰ অক্সিজেন স্বৰূপে সাৰখিনি চিনি লৈ গ্ৰহণ কৰিব পৰা ক্ষমতা খুব কম লোকৰহে আছিল। পূৰ্বণিক এৰিব খোজা সমাজ-খনে নতুনবো মনেপ্ৰাণে গ্ৰহণ কৰিবৰৈ সাহ সংগ্ৰহ কৰিব পৰা নাছিল। এনে অৱস্থাত ব্যক্তিগত আৰু সামাজিক জীৱনত পৰিলক্ষিত হৈছিল বিসঙ্গতিৰ চালচলন, সাজপাৰ আচাৰ ব্যৱহাৰ, ভাব-ভাষা, স্বভাৱ-চৰিত্ৰ—সকলোতে। আৰু এই বিসঙ্গতিয়েই কায়িক, বাচিক, চাৰিত্ৰিক-সকলো প্ৰকাৰ হাস্যৰসৰ মাই উৎস *১। কিন্তু এই হাঁহিক উপভোগ কৰিবৰ বাবে প্ৰয়োজন এক সম্পূৰ্ণ স্থিৰ, উদাসীন আৰু বুদ্ধিপ্ৰৱণ মনৰ। এই মন কৃপাবৰৰ আছিল গুণেই তেওঁ হাঁহিৰ আৰু লগতে হঁৰাব পাৰিছিল।

বাৰ্গসঁই হাঁহিৰ মূল কাৰণ তিনিটা বুলি কৈছে : (১) পৌনঃপুনিকতা (repetition) (২) বৈপৰীত্য ( Inversion ) আৰু (৩) ব্যৰ্থবোধকতা

*১ The ludicrous is where there is the same contradiction between the object and our expectations, heightened by some deformity or inconvenience, that is, by its being contrary to what is customary or desirnable"—W. Hazlitt, "Wit and Humour."

"It is the fault of others that make us laugh provided we add that they make us laugh by reason of their unsocia-biliity rather than of their immorality."—Bergson, "Essay on Laughter."

( Reciprocal inversion of a series )। কোনো ঘটনা বাৰে বাৰে ঘটিলে, আমাৰ অভ্যস্ত বিষয়তকৈ বিপৰীত কিবা হ'লে আৰু কোনো চৰিত্ৰ বা অৱস্থাৰ বিপৰীত বা একাধিক অৰ্থৰ অৱতাৰণা হ'লে হাঁহিৰ উদ্ৰেক হয়। সেইদেখি অদ্ভূত আৰু উদ্ভূত বিস্ময়জনক আৰু অপ্ৰত্যাশিত ঘটনা বা চৰিত্ৰই আমাৰ হাহি জন্মায়। সকলো সমাজতে হাঁহিৰ এই সকলো উপকৰণ চিৰবৰ্ত্তমান। কিন্তু তাকে আবিষ্কাৰ কৰি শ্ৰোতা বা পাঠকৰ আগত উপযুক্তভাৱে উপস্থাপন কৰিব পাৰিলেহে হাঁহিৰ বহযৰা নিঃসৃত হয়। ৰচনাত বিষয় উপস্থাপনৰ বাবে শব্দ আৰু বাক্যৰ যথাৰ্থ প্ৰয়োগ ৰচনা পদ্ধতি আৰু শৈলীৰ প্ৰধান আৱশ্যক। ৺হেম বৰুৱাই "কানীয়াৰ কীৰ্ত্তন" আৰু "কোৰাভাতৃৰি"ৰ মাজেৰে সেই একে কামকে কৰিব খুজিছিল; কিন্তু তেওঁৰ ব্যঙ্গত ঘিণ আৰু খঙৰ লোণৰ চিটিকনি বেছিকৈ পৰাত সি পৰিণত হৈছিল তীব্ৰ ব্যঙ্গ আৰু শ্লেষত: গতিকে স্ৰষ্টকৰ বাবে এক শ্ৰেণীক চহৰাব পাৰিলেও এই উদ্দেশ্য-ধৰ্ম্মী ৰচনাই বাঞ্ছিত ফল লাভ কৰিব নোৱাৰিলে। ঘৃণা আৰু খঙৰ তাপ নাছিল কাৰণেই কৃপাবৰী ব্যঙ্গ উচচ পৰ্য্যায়ত উঠিব পাৰিলে। সেই দেখি 'কোৰাভাতুৰীত'কৈ "খহটা ডিমৰু সত্ৰাধিকাৰ" বেছি মনোৰম।

সংস্কাৰকামী সমালোচক মন এটা লৈও কৃপাবৰ আছিল সহনশীলতা আৰু মৃদু সমবেদনাত অন্তৰ কুমলি থকা আৰু চকুত পানী বিনিন্দি থকা লোক। সেইবাবে বিষয়বস্তুত তীব্ৰতা যিমেই নাথাকক প্ৰতিখন কৃপাবৰী ৰচনাত কৌতূহল ( fun ), বাক্‌বৈদগ্ধ্য হাঁহি ( wit ) আৰু মুক্ত হাঁহিয়ে ( humour ) কথাই কথাই ভুমুকিয়াই আছিল—ব্যঙ্গৰ চ'ৰালৈ কানি-দুৰৰীয়াকৈ। 'উইট' বা বাক্যবৈদগ্ধ্য হাঁহিৰ পৰিমাণ একেবাৰে কমো নহয়; কিন্তু তাক সেই সময়ৰ লোকৰ বোধগম্য কৰিবৰ বাবে তাৰ ব্যাখ্যা কৰি পেলোৱাত হাস্যৰসৰ প্ৰকৃত সোৱাদ বহুখিনি টুটি যায়। 'উইট'ৰ বাহিৰেও 'ফটোগ্ৰাফ'ৰ দৰে কৌতুক ( fun ) আৰু "চুমা বিজ্ঞান"ৰ দৰে সৰস মুক্তহাস্যৰ ৰচনাৰ আকাল নাই।

কিন্তু কৃপাবৰী ৰচনাৰ মাই বৈশিষ্ট্য ব্যঙ্গ; 'উইট,' কৌতুক, মুক্ত-হাস্য যেন তাৰ সহায়ক স্বৰূপেইহে ব্যৱহৃত হৈছে। 'কাকতৰ টোপোলা'ৰ-পৰা ক্ৰমে "বুলনি"লৈ বিষয়বস্তুৰ পৰিসৰ বৃদ্ধি পাই গৈছে আৰু ব্যঙ্গও অধিক মাৰ্জিত হৈ পৰিছে। শ্ৰীহেম বৰুৱাৰ মতে অৱশ্যে কৃপাবৰী ৰচনাৰ কলা স্থিতিশীন হৈ থকা নাই যদিও গতিশীলো হোৱা নাই। কিন্তু কৰুণাৰ প্ৰবাহ অধিকতৰ হোৱাটো ধৰিব পৰা হৈছে। প্ৰতি পৰিস্থিতিয়ে যে হাঁহুৱাবই লাগিব, তেনে নহয়। হাঁহিৰ অন্তৰালত কৰুণাৰ ফল্গুধাৰা নাথাকিলে

সেই হাঁহি সৰস নহয়। ভোকেন্দ্ৰ বৰুৱা, জগৰা মণ্ডল, টকৰু শৰ্ম্মা, সমাজিক, বৰবৰুৱাৰ বিয়া আদিৰ ব্যঙ্গতকৈ "খহতা ডিমৰু সত্ৰাধিকাৰ", "কিনাৰাম", "সন্তৰাম" আদি চৰিত্ৰৰ মাজত বৰবৰুৱাৰ ব্যঙ্গৰ তীব্ৰতাৰ লগতে ক্ষমাসুলভ মনোভাৱো বিৰিঙি আছে। কৃপাবৰী ব্যঙ্গ ৰচনা দুই এখনে ঠায়ে ঠায়ে ব্যক্তিগত আক্ৰমণৰ বেছি ওপৰলৈ উঠিব পৰা নাই সঁচা, কিন্তু ব্যঙ্গত কোনো তাৰস্থ লোকৰ চাৰিত্ৰিক বিসঙ্গতি উপলক্ষ্য হবই লাগিব। কিন্তু সমসাময়িক যিসকল লোকক লৈ ব্যঙ্গ কৰা হ'ল, সেই সকল ব্যক্তিৰ অবিহনে ৰচনা সমূহো নৈৰ্ব্যক্তিক হৈ পৰাত, সেই সময়ত ওপজা বিৰক্তি বা শ্লেষৰ পৰিবৰ্ত্তে এতিয়া তাত ব্যঙ্গ অনুভূতিৰ পৰিমাণেই বেছি।

বাগাডম্বৰ কৃপাবৰী ৰঙিলী ৰচনাৰ এক বিশিষ্ট লক্ষণ হলেও সি নিৰৰ্থক আৰু অপ্ৰয়োজনীয় নহয়। কৃপাবৰৰ সকলো ইন্দ্ৰিয় সজাগ হৈ থাকি সকলো সামাজিক বিকৃতি আৰু বিসঙ্গতিকে মনৰ দাপোনত একে লগে ধৰি লব পাৰিছিল; সেই বাবে সকলো ঘটনাকে কথাৰ মেৰপাকেৰে ভুলকাত হাতী ভৰোৱা দৰে একেলগে বিচিত্ৰ উপমাৰে দাঙি ধৰি মন খোলোচা কৰিব খুজিছিল। আজিৰ চকুৰে চালে ঠায়ে ঠায়ে তাক বাহুল্য যেন লাগিলেও, সেই সময়ৰ অশিক্ষিত, অৰ্দ্ধশিক্ষিত সামাজিক পৰিস্থিতিৰ বাবে তাৰ নিতান্ত প্ৰয়োজন আছিল। এই বাগাডম্বৰ লক্ষ্মীনাথৰ "তত্ত্ব কথা"ত নাই। অথচ মাজে মাজে ভুমুকি মাৰে, যেনেকৈ মাৰে লক্ষ্মীনাথৰ মাজত কৃপাবৰে কদাকাচিৎ। সংস্কৃত পুৰণি অসমীয়া সাহিত্য ইংৰাজী বঙলা হিন্দী ভাষাৰ লগত সু-পৰিচিত কৃপাবৰে অসমীয়া ভাষাটোক সানি পুতকি, কাঁজলী খাৱলিৰ দৰে এক সুস্বাদু ৰস দি নিজস্ব ৰূপত থিয় কৰিলে। নতুন নতুন শব্দ গঠন কৰি, ইংৰাজী, অসমীয়া সংস্কৃত শব্দৰ বিকৃত আৰু অবৈয়াকৰণসিদ্ধ ৰূপ দি, উপমা আদি বিভিন্ন অলংকাৰৰ স্থানান্তৰিত প্ৰয়োগ আৰু অপপ্ৰয়োগ কৰি, অফুৰন্ত শব্দভাণ্ডাৰ লৈ কৃপাবৰে অসমীয়া ভাষাটোক মাৰ্জিত ৰূপে ব্যৱহাৰ কৰি এক অননুকৰণীয় ৰচনাশৈলীৰ সৃষ্টি কৰিলে। অৱস্থানুযায়ী সেই ভাষাহে সকলো পৰিবেশৰ বাবে যেনেকৈ অৰ্থপূৰ্ণ হৈছিল, তেনেকৈ উদ্দেশ্য লাভৰ ক্ষেত্ৰত উপযুক্ত হৈছিল। ভাষা যে ভাবৰহে বাহন তাক কৃপাবৰে জানিছিল। ভাষাবিষয়ত ৺হেম বৰুৱা, ৺সত্যনাথ বৰাৰ দৰে কৃপাবৰ নৈষ্ঠিক নাছিল বাবেই এক নিজস্ব প্ৰকাশ ৰীতিৰে কৃপাবৰে এই সৰ্ব্বজন মনোগ্ৰাহী ৰস সম্ভাৰেৰে অসমীয়া সাহিত্য চহকী কৰি নতুন যুগৰ সূচনা কৰিব পাৰিছিল। শব্দ আৰু বাক্যক কুমাৰৰ মাটিৰ দৰে খচি যথেচ্ছ ৰূপ দিব পৰা লেখক অসমীয়া সাহিত্যত ৰসৰাজৰ পিছত আন কোনোৱা এজন দেখিবলৈ পোৱা আমাৰ কাৰোৰেই নিশ্চয় সৌভাগ্য হোৱা নাই।

কিছুমান কৃপাবৰী ৰচনাৰ প্ৰেৰণা হয়তো সমসাময়িক ইংৰাজী, বঙলা ৰচনাই দিছিল। এই সংক্ৰান্তত পিকউইক পেপাৰ্চ, চাভেণ্টিচ, চুইফট্, বঙ্কিমচন্দ্ৰৰ নাম সততে লোৱা হয়। তাক অস্বীকাৰ কৰিবৰ উপায় নাই। কিন্তু কৃপাবৰৰ আছিল অভুতপূৰ্ব্ব হজমী শক্তি। তেওঁ হযতো বহুতো অখাদ্য ভক্ষণ কৰিছিল; সেই বুলি সেইবোৰে তেওঁৰ সাহিত্যৰ স্বাস্থ্যত ব্যাঘাত নঘটাই মকৰধ্বজৰহে কাম কৰিছিল। গতিকে কৃপাবৰী ৰচনাক প্ৰকৃত পক্ষে সাত্বিকভাৱে কাৰো লগতে তুলনা কৰিব নোৱাৰি।

কৃপাবৰ বৰবৰুৱাৰ সময়ত পাশ্চাত্য শিক্ষাৰ লগে লগে বেছি প্ৰবল ভাৱে সনাতন ৰুচি আৰু ৰসবোধৰ আমূল পৰিবৰ্ত্তন পৰিলক্ষিত হ'ল, যেনেকৈ হবলৈ ধৰিছে আজিও। পাশ্চাত্য শিক্ষাত শিক্ষিত, গোড়া নৈষ্ঠিক মহাপুৰুষীয়া পৰিয়ালত প্ৰতিপালিত লোক জনে পুৰণি পৃথিৱীক নবদীপ্তি লালি লোৱা ন চকুযুৰিৰে চাবলৈ শিকি, লক্ষ্মীনাথৰ কৃপাবৰী সত্তাই বিদেশী অস্ত্ৰেৰে সনাতন দেশীয আত্মাক ৰক্ষা কৰবলৈ অশেষ যত্নপৰ হ'ল। আমাৰ দেশৰ সামাজিক সঙ্কীণতা আৰু গতানুগতিক চিন্তাবিহীন অন্ধ অনুকৰণৰ উদাৰ আলোকেৰে দীপ্ত, অনন্ত সম্ভাৱনাময় আৰু অফুৰন্ত বৈচিত্ৰশালী মহাজীৱনৰূপে দেখুৱাবৰ বাবে হাহিকে তেওঁ প্ৰধান অস্ত্ৰস্বৰূপে ব্যৱহাৰ কৰিলে। গতিকে নৱশিক্ষিত সভ্যতাভিমানী নতুন সমাজৰ অন্ধমোহ বিকৃত অনুকৰণ আৰু বিজাতীয় ভাব আৰু আচৰণসমূহ তেওঁৰ অব্যৰ্থ শৰসন্ধানত বিদ্ধ হৈ পৰিল। সমাজত সোমোৱা নতুন কৰ্কটৰোগৰ ওপৰত তেওঁ বেদনাহীন ভাৱে নতুন আমদানি অস্ত্ৰোপচাৰ কৰি সকলো দূষিত গ্লানি আৰু বীজাণু উলিয়াই পেলাবৰ বাবে আপ্ৰাণ চেষ্টা চলালে। বৰবৰুৱাৰ প্ৰতিভা যাইকৈ আবিস্কাৰধৰ্ম্মী হলেও উপযুক্ত পৰিবেশ সৃষ্টিৰ জৰিয়তে চৰিত্ৰসমূহ উপস্থাপন কৰি তাক কামত লগাব পাৰিছিল গুণে কৃপাবৰী ৰচনা সৰস আৰু মৌলিক। পাশ্চাত্য ফোৰণ আৰু লোণৰ চিটিকনি পেলাই দি তেওঁ হাস্যৰসৰ পৰিধি যেনেকৈ বহলাব পাৰিছিল, তেনেকৈ তাক বহুৰঙীও কৰি তুলিব পাৰিছিল।

কৃপাবৰী ৰচনাসমূহৰ উপস্থাপিত বিষয় সমূহত নানা যুক্তিৰ অৱতাৰণা কৰা হৈছে; কিন্তু সেইবোৰ সাধাৰণতে যুক্তিৰ লঘু ফালহে। যুক্তি যে যুক্তি-যক্ত হবই লাগিব, তাৰ কোনো বাধ্যবাধকতা কৃপাবৰে মনা নাই। ই যেন "আইনী কৃপাবৰী।"

৺হেম বৰুৱা আছিল নীতি শাসক; গতিকে তেওঁ চমতাৰে কোবাইছিল; কৃপাবৰে যে নীতি নামানিছিল, তেনে নহয়, কিন্তু তেওঁ চমতাৰে নাৰাৰি মাৰিছিল হাঁহিৰে আৰু হাঁহিৰ মাৰ অধিক স্থায়ী। চৰিত্ৰগত সামান্য দোষ

সমূহকো তেওঁ সভাথলিত' উলিয়াই] দি আমোদ কৰিছিল দোষী জনক লগত লৈয়ে । সেইবাবেই কৃপাবৰৰ আদৰ অধিক । কৃপাবৰে নিশ্চয় জানিছিল যে সমাজখনক অকল নীতিবোধৰ গঙ্গাজলেৰে ধুৰলৈ গ'লে পানী ঘোলা হব পাৰে, কিন্তু চিত্ত বিকাৰ শোধন নহ'বও পাৰে। সেইবাবে তেওঁ গজাৰ চেচাঁপানী কুহমীয়া কৰি, তাত মৃদু আতৰ দুটোপালমানো পেলাই দি সমাজক ধুই নিকা কৰাৰ মানস কৰিছিল। ডাকৰীয়া কুইনাইনৰ বড়িতকৈ চেনিসনা কুইনাইনৰ ব্যৱহাৰহে আছিল কৃপাবৰী প্ৰেছক্ৰিপচন।

কৃপাবৰে যে আনক লৈয়ে হাঁহিছিল এনে নহয়; 'হাঁহ চুৰি মোকৰ্দ্দমা' আদি ঘটনাত নিজক জড়িত কৰি লোকৰ আগত নিজক হাস্যাস্পদ কৰি তুলাব পৰাটো কৃপাবৰৰ বিশেষত্ব । নিজক জহাবৰ কাৰণে বৰবৰুৱাই এনে কৰা নাছিল ; সকলোৰে লগত সমতা স্থাপনৰ উদ্দেশ্যেই তেওঁ তেনে কৰিছিল । যি চৰিত্ৰকেই তেওঁ অঙ্কণ নকৰক, সেয়েই আছিল টাইপ' চৰিত্ৰ আৰু তেওঁৰ চৰিত্ৰও এনে 'টাইপ'ৰে অন্তৰ্ভুক্ত ।

"বুৰবুৰণি"ৰ পাতনি লিখকে কোৱাৰ দৰে "তেওঁৰ জাগ্ৰত স্বদেশানুৰাগ, সুস্থ সবল আশাবাদী মন আৰু চিৰতৰুণ ব্যক্তিত্বৰ নিৰাঙ্কুশ প্ৰকাশস্থল হৈছে বুৰবুৰণিকে আদি কৰি হাস্যোজ্জ্বল প্ৰবন্ধসমূহ।" স্বদেশৰ পৰা আতঁৰত থাকিব লগীয়া হোৱাত বাহিৰৰ উন্নত দিশটো দেখি স্বাভাৱিকতে কৃপাবৰে স্বদেশৰ লগত তুলনা কৰি আশা কৰিছিল অসমো তেনে উন্নতিশীল হওক । ধেমালিতে কলেও "কুৰং কাৰাং কৰ নতুবা মাৰৰ নুপুৰায় দুখৰ ৰাতি" বৰবৰুৱাৰ অন্তৰৰ বাণী। ডবাশঙ্খ বজাই জয় আই অসম ধ্বনি তুলি মোৰ শুৱনী আপোনাৰ দেশৰ সুৰীয়া মাতৰ বন্দনা কৰি বিস্মৃত হৈ যাব খোজা অসম বুৰঞ্জীৰ বীৰবীৰাঙ্গনা সকলৰ গৌৰৱোজ্জ্বল কাহিনী গাই, মৃতপ্ৰায় অসমীয়া জাতিৰ আধ্যাত্মিক ঐশ্বৰ্য্য পুনৰ প্ৰতিষ্ঠাৰ দ্বাৰা অসমক সঞ্জীৱিত কৰিব খোজা লক্ষ্মীনাথ বেজবৰুৱাৰ বঁজীয়া সত্তা কৃপাবৰে নিজ হাস্যোজ্জ্বল ব্যক্তিত্বৰে, মিঠা মাতেৰে অসমীয়া জাতিক কৈছিল :—

"চকুৰ কেচকুৰি ধুই অসমীয়া
উন্নতিৰ বাটত লৰ ।"

কৃপাবৰৰ শ্ৰেষ্ঠ সম্বল আছিল আধ্যাত্মিক সত্যাধোত গভীৰ দেশ-প্ৰেমৰ দ্বাৰা উদ্ভাসিত চৰিত্ৰবল। সেইকাৰণে হাস্য ৰাজৰ মাজেৰে নিগৰি পৰিছিল Wisdom in a smiling mood. তেওঁৰ স্থিমিত নৱ চেতনা, আনন্দ আৰু বেদনাৰে সমুজ্জ্বল উচচ জীৱন বোধ, সুদীৰ্ঘ জীৱন

জোৰা আশাৰ কণিকাবোৰ আৰু অনুভূতি সমূহ অপূৰ্ব্ব ভাৱে সংহতিত হৈ আকুতি কৰিছিল প্ৰকাশৰ বাবে ; এই আকুতিৰ লগত জাতীয় সংস্কৃতি, সাধনাৰ সূৰ্য্যকিৰণে জিলমিলাই এক পূৰ্ণতম প্ৰতিবিম্ব পেলাইছিল বুকুত, আৰু বাৰিষাৰ লুইতে ফেনে ফোটোকাৰে পাৰ ভাঙি, সকলো জাঁজি তীব্ৰ বেগত কটিয়াই লৈ যোৱাৰ দৰে, তেওঁৰ কলমৰ আগত পুঞ্জীভূত ভাবধাৰাও অখণ্ডিত হৈ নাচি বাগি হাঁহি হাঁহি "লৌহিত্যৰ তীৰভূমি শ্যামল বৰনি" উৰ্ব্বৰা কৰি প্ৰবাহিত হব খুজিছিল। সেইবাবে কৃপাবৰী কলমে হাঁহি হাঁহি লিখিছিল, আৰু সেই বাবেই বাগাডম্বৰ বা বাহুল্যতা ঠায়ে ঠায়ে নোহোৱা নহয়। তাৰ মাজেৰেও তেওঁ দেখুৱালে যে প্ৰহসন আৰু ব্যঙ্গৰ সীমাতে হাস্যৰস আৱদ্ধ নহয়, উজ্জ্বল হাঁহিৰে সকলোকে মুখৰিত কৰিব পাৰি। হাঁহিৰ হিৰণ কিৰণ পৰিলে বিষয়ৰ গভীৰতা বা গৌৰৱ যে হ্ৰাস নহয়, তাক 'উইল', 'বিমান বিহাৰ', 'ফু' বেদান্ত ব্যাখ্যা' 'চিন্তাৰ চাকনৈয়া' আদি বিভিন্ন ৰচনাৰ মাজত দেখুৱাইছে। বৰং হাঁহিৰ ছিটিকনি পৰি ধৰ্ম্মতত্ত্ব আৰু দেশপ্ৰেমৰ কথা সমূহৰ সৌন্দৰ্য্য আৰু ৰমণীয়তা আৰু বাঢ়িছেহে। তাৰ প্ৰাণে যেন হাঁহিৰ মায়ামহীয়া পৰশ্ৰী ৰ'দ একো চেৰেঙা পাই সঞ্জীৱিত হৈ উঠিছে কৃপাবৰী কলমৰ আগত।

অননুকৰণীয় কৃপাবৰী ভাষা আৰু ৰচনাশৈলী, ঐতিহ্যপূৰ্ণ প্ৰবাদ, পদ আৰু উপমাৰ উপযুক্ত প্ৰয়োগে স্বতঃস্ফূৰ্ত্তভাৱে পাঠকৰ মনত এক অনিৰ্ব্বচনীয় আনন্দ বিৰিঙাই যায়। সমাজৰ সকলো ভুল আৰু নিবুদ্ধিতা, অজ্ঞতা আৰু মূৰ্খতা, অনামনস্কতা আৰু সামাজিক আদৰ্শৰ ব্যতিক্ৰম স্বৰূপ ভ্ৰান্ত আচৰণ সমূহ পঞ্চেন্দ্ৰিয় সদা-জাগ্ৰত কৃপাবৰী এক্সৰে প্লেটত প্ৰতিবিম্বিত হৈছে। মধ্যবিত্ত শ্ৰেণীৰ লেন্স লগোৱা হলেও নিম্নবিত্ত শ্ৰেণীৰ প্ৰতি অৱজ্ঞা বা ঘৃণাৰ ভাব তাত নাই। সেইদেখি স্থূল, সূক্ষ্ম, নিৰ্ম্মল, তিক্ত স্নিগ্ধ, আক্ৰমণাত্মক আৰু সংস্কাৰধৰ্ম্মী সকলো প্ৰকাৰৰ হাস্যৰসৰ অপূৰ্ব্ব সমাবেশ ঘটিছে কৃপাবৰী ৰঙিলী ৰচনা সমূহত। এই ৰচনা সমূহ শিল্প সৃষ্টিৰ ক্ষেত্ৰত অসমীয়া সাহিত্যত অভিনৱ, আৰু বেজবৰুৱাৰ ব্যক্তিত্বৰ স্বৰূপ তাত পৰিস্ফুট হৈ পৰাত, ই স্বয়ম্ভূ স্বে মহিম্নি হৈ পৰিছে। হাঁহিৰ ছদ্ম আবৰণৰ মাজত লুকাই থকা সুগভীৰ জীৱন দৰ্শনে ইয়াক এক বৈশিষ্ট্য প্ৰদান কৰিছে। এক লঘু নিৰ্লিপ্ত দৃষ্টিৰে জীৱন আৰু জগতক চাই পঠিয়াব পৰাৰ কাৰণে কৃপাবৰে উপলব্ধি কৰিব পাৰিছিল জীৱনৰ প্ৰকৃত সত্য আৰু ৰহস্য। তাকে তেওঁ বিচাৰিছিল সকলোৰে মাজত নিৰ্মল প্ৰীতিৰে ভগাই দি নতুন দীপিতিৰে জীৱন আলোকিত কৰিবলৈ।

কৃপাবৰী ৰঙিলী ৰচনাৰ সম্যক উপলব্ধিৰ বাবে তৎকালীন সমাজ,

সাহিত্যৰ গভীৰ অধ্যয়নৰ প্ৰয়োজন। সেই সময়ৰ সমাজৰ ৰুচি, ভাবধাৰা আৰু ধাৰণাৰ সহানুভূতিশীল জ্ঞান নহলে এই বঙিলী ৰচনাৰ হাস্যৰস সম্পূৰ্ণ উপলব্ধি কৰিব নোৱাৰি। কিছুমান কৃপাবৰী ৰচনা বৰ্ত্তমানৰ তুলাচনিলে জুখিলে কৌতিয়াৰা অতিস্থূল যেনো লাগিব পাৰে। আধুনিক সমাজৰ মূল্যবোধ ক্ষিপ্ৰগতিত পৰিবৰ্ত্তিত হবলৈ ধৰিছে; নতুন ভাবৰ চোৰে নিতে সকলোকে কোবাবলৈ ধৰিছে। আধুনিক জীৱনৰ অৰ্থনৈতিক, ৰাজনৈতিক, সাংস্কৃতিক জটিলতাৰ মাজত সদায় ক্ষোভ আৰু অসন্তুষ্টিৰ ভাব লৈ ফুৰা আমাৰ মনবোৰত হাঁহিৰ 'কেলৰি'ৰ পৰিমাণ কমি গৈ আমাক দুৰ্ব্বল কৰি তুলিছে। আনন্দ উপভোগ কৰাতকৈ বুদ্ধিৰ কষটিশিলত পৰীক্ষা কৰাহে আধুনিক মনৰ লক্ষণ। তথাপিও সৰহ ভাগ কৃপাবৰী বঙিলী ৰচনা স্থানিক ৰূপ থকা সত্বেও অসমীয়া সাহিত্যৰ এক সুউচচ সৌধ হৈ ৰ'ব. ভীমচৰিত, কাণখোৱা আদিৰ দৰেই। কালজয়ী হব পৰা সাহিত্যিক গুণ কৃপাবৰী ৰচনাত আছে গুণেই ইয়াক "যাৱজ্জীৱনলৈকে নাপাহৰিবও পাৰি।"

# কাৰ্টুনিষ্ট বেজবৰুৱা

শ্ৰীশশী শৰ্ম্মা

কবিতা, গল্প, উপন্যাস, নাটক, প্ৰবন্ধ আদিৰ দৰে কাৰ্টুনো এটি সাহিত্যিক মাধ্যম। কাৰ্টুনিজমৰ ইতিহাসো যথেষ্ট প্ৰাচীন। সুদূৰ ষোড়শ শতিকাতেই ইয়াৰ উদ্ভৱ বুলি ধৰা হয়। ইটালীৰ চিত্ৰশিল্পী এনিবেল কেৰাচিচক ইয়াৰ জনক বুলি সন্মানিত কৰা হয়। পোনতে এনিবেলে (১৫৬০-১৬০৯) তেওঁৰ ধেমেলীয়া ভাব প্ৰকাশক চিত্ৰ সমূহক বুজাবলৈ 'কেৰিকেচেৰা' শব্দ প্ৰয়োগ কৰিছিল। এনিবেলৰ এই হাস্যৰসাত্মক চিত্ৰ সমূহে হেনো তেওঁৰ বন্ধুবৰ্গক অনাবিল আনন্দ দিব পাৰিছিল। ইয়াৰ পিছত ১৭ শ আৰু ১৮ শ শতিকাত ইউৰোপত এই চিত্ৰৰ সমাদৰ বাঢ়ে। এই কালছোৱাত সমাজ সংস্কাৰ আৰু সংগঠনৰ আহিলা স্বৰূপে 'কেৰিকেচাৰ'ক প্ৰয়োগ কৰা হৈছিল। ১৬ শ শতিকাৰ ইউৰোপৰ ধৰ্ম্ম সংস্কাৰ আৰু ধৰ্ম্ম যুদ্ধৰ সময়ত হিয়েৰোনিমাচ বোচৰ কেৰিকেচাৰ ধৰ্ম্মী চিত্ৰসমূহে হেনো প্ৰভূত ইন্ধন যোগাইছিল। নেদাৰলেণ্ডৰ মুক্তি সংগ্ৰামৰ সময়তো কেৰিকেচাৰে প্ৰধানভাৱে অৰিহণা যোগাবলৈ সমৰ্থ হৈছিল। অৱশ্যে ছপাশালৰ উদ্ভৱ নোহোৱালৈকে কেৰিকেচাৰ এটা সীমিত পৰিবেশৰ মাজতেই আছিল আবদ্ধ। ছপাশালৰ আবিষ্কাৰ আৰু ক্ৰমবিকাশৰ লগে লগে কেৰিকেচাৰৰ সমাদৰো বাঢ়িবলৈ ধৰে।

কেৰিকেচাৰে 'কাৰ্টুন' নাম পায় ইংলণ্ডৰ 'পানচ' আলোচনী খনৰ যোগেদিহে। ১৮৪১ চনত হেনৰি মেহুই প্ৰতিষ্ঠা কৰা এই আলোচনীখনৰ আদৰ দিনক দিনে বাঢ়িয়েই আছে। এই আলোচনীৰ সম্পাদকসকলে 'কেৰিকেচাৰ' আৰু 'কাৰ্টুন' দুয়োটা শব্দকে সমাৰ্থবাচক ৰূপে প্ৰয়োগ কৰিছে। ই এখন আন্তৰ্জাতিক আলোচনী। ই সমগ্ৰ বিশ্বৰ আৰু বিশেষকৈ ইংলণ্ডৰ প্ৰগতিত বিপুল অৱদান যোগাই আহি আছে। সমাজৰ তথাকথিত উচ্চ শ্ৰেণীয়ে অন্যায় ভাৱে লাভ কৰা সুযোগ, সুবিধা আৰু শক্তিশালীয়ে দুৰ্ব্বলৰ ওপৰত কৰা অন্যায় অনাচাৰ আদি ইয়াত কাৰ্টুনৰ সহায়ত নিৰ্ভীকভাৱে সমালোচনা কৰা হয়। সামাজিক অন্যায়ৰ বিৰুদ্ধে কাৰ্টুনৰ সহায়ত খিয় দিয়া এই আলোচনীৰ কাৰ্টুনিষ্ট

সকলৰ প্ৰধান লক্ষ্য। অৱশ্যে হীনমনাতা বা নীচাত্মিকা ভাৱক সাধাৰণতে ঠাই দিয়া নহয়। নীচাত্মিকাৰ ঠাইত উচ্চ, উন্নত আৰু আধ্যাত্মিক ভাৱৰ সৃষ্টি কৰাই ইয়াৰ লক্ষ্য। এই কাৰ্টুনিষ্টসকলে সকলো প্ৰকাৰৰ ব্যঙ্গাত্মক ৰচনাকেই 'কাৰ্টুন' বা 'কেৰিকেচাৰ'ৰ ভিতৰুৱা কৰি লৈছে।

আমাৰ দেশত 'কেৰিকেচাৰ' আৰু কাৰ্টুন পাশ্চাত্যৰ প্ৰভাৱ বুলিব পাৰি। প্ৰাচীন ভাৰতীয় সাহিত্যত হাস্যৰসৰ প্ৰাধান্য আছে সঁচা, কিন্তু ব্যঙ্গ বিদ্ৰূপৰ স্থান নাই বুলিবই পাৰি। অসমীয়া সাহিত্যতো মাধৱ কন্দলিৰ দিনৰ পৰা হেমচন্দ্ৰ বৰুৱাইঁতৰ দিনলৈ ব্যঙ্গ বিদ্ৰূপৰ স্থান নাছিল, আছিল সৰল হাস্যৰসহে। ই ভাৰতীয় জাতীয় জীৱনৰ বৈশিষ্ট্য। আজি কুৰি শতিকাৰ সপ্তম দশকতো এক বৃহৎ সংখ্যক ভাৰতীয়ই গহীন গম্ভীৰ আধ্যাত্মিক ভাৱাপন্ন সাহিত্যহে ভাল পায়, ব্যঙ্গ বিদ্ৰূপাত্মক ৰচনাৰ প্ৰতি আজিও তেওঁলোক বীতশ্ৰদ্ধ। অৱশ্যে ইউৰোপতো এনে ভাৱৰ সমৰ্থক নোহোৱা নহয়। আনকি মেক্সিম গৰ্কীৰ সদৃশ বিশ্ববৰেণ্য সাহিত্যিক গৰাকীয়েই ব্যঙ্গ বিদ্ৰূপৰ পৰিপন্থী আছিল। গৰ্কীয়ে গহীন গম্ভীৰ প্ৰকৃতিৰ সাহিত্য ৰচনাৰ প্ৰতিহে অনুৰাগ দেখুৱাইছিল। লক্ষ্মীনাথে কাৰ্টুন আৰু কেৰিকেচাৰ ধৰ্মী ৰচনাৰ প্ৰতি অনুৰাগ দেখুৱাত তেওঁ তীব্ৰ কটু সমালোচনাৰ সন্মুখীন হব লগাত পৰিছিল।

কিন্তু লক্ষ্মীনাথইঁত আছিল অসমীয়া সাহিত্যত এটা নতুন যুগৰ প্ৰৱৰ্ত্তক, যিটো যুগক অসমীয়া সাহিত্যৰ পুনঃপ্ৰতিষ্ঠাৰ যুগ বুলিব পাৰি। মান-মৰাণৰ আক্ৰমণে বিধ্বস্ত কৰা অসমত ইংৰাজৰ আগমনৰ লগে লগে ভাষা সাহিত্য ক্ষেত্ৰত এটা শূন্যতাৰ সৃষ্টি হ'ল, অসমীয়াৰ ঠাইত খোপনি পুতি ললে বঙালীয়ে। অৰ্দ্ধশতিকা কাল জোৰা অসমীয়া সাহিত্যৰ এই শূন্যতা পূৰাবলৈ আগবাঢ়ি আহিল, তেতিয়াৰ কলিকতীয়া অসমীয়া ছাত্ৰসকল.—সমল গোটালে বঙলা আৰু বিশেষকৈ ইংৰাজী সাহিত্যৰ পৰা। লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাক ইংৰাজী সাহিত্যৰ ড্ৰাইডেণ যুগৰ লগত বেছ বিজাব পাৰি। তেওঁৰ কবিতা, গল্প, প্ৰবন্ধ আদি সকলোতে ইংৰাজী সাহিত্যৰ এই ড্ৰাইডেন যুগৰ সাহিত্যৰ লগত সাদৃশ্য স্পষ্ট। লক্ষ্মীনাথইঁতৰ দিনত 'পানচ' আলোচনীৰ জৰিয়তে 'কাৰ্টুন'ৰ সমাদৰো বিশ্ব জুৰি বিশেষকৈ ইংৰাজী ভাষা ভাষী দেশবোৰত বাঢ়িল। ইংৰাজী সাহিত্যৰ লগত তেতিয়াৰ ভাৰতৰ সম্পৰ্ক আছিল বেছি মধুৰ, উচ্চ শিক্ষাৰ কাৰণে ভাৰতীয় ছাত্ৰ প্ৰায়েই ইংলণ্ডলৈ গৈছিল আৰু ইংলণ্ডৰ বাতৰি কাকত, আলোচনী প্ৰমুখ্যে অন্যান্য গ্ৰন্থৰ প্ৰচলনো আছিল ভাৰতত বেছি। কলিকতা প্ৰবাসী লক্ষ্মীনাথে ইংৰাজী সাহিত্যৰ ন-পুৰণি ভাৱধাৰাৰ লগত পৰিচিত হবলৈ সময় পৰ নালাগিল।

ইংৰাজী সাহিত্যৰ প্ৰভাৱতেই তেওঁ অসমীয়াত 'কেৰিকেচাৰ' আৰু 'কাৰ্টুন' প্ৰৱৰ্ত্তন কৰিলে। লক্ষ্য আছিল তেতিয়াৰ স্বদেশ-স্বজাতি প্ৰীতিহীন আৰু আত্মবিস্মৃত অসমীয়া জাতিক ক্ষুদ্ৰ সংকীৰ্ণতাৰ পৰা উদ্ধাৰ কৰি মহান মানবিকতাৰ আদৰ্শেৰে অনুপ্ৰাণিত কৰি মুক্তি আৰু শান্তি প্ৰগতিৰ সন্ধান দিয়া। লক্ষ্মীনাথইতৰ ৰচনা পঢ়িলে এনেহে লাগে যেন তেতিয়াৰ অসমীয়াই আত্মজ্ঞান, আত্মসন্মান হেৰুৱাইহে পেলাইছিল। ভণ্ডামি, শঠতা, দৰ্প, অহংকাৰ, অভিমান, লোভালোভি, ঈৰ্ষা, অসূয়া আদিয়ে যেন অসমীয়ালোকৰ চিত্ত আচ্ছন্ন কৰি ৰহিছিল। বিদেশীৰ আনুগত্য নতশিৰে স্বীকাৰ কৰি যেন বিৰাট গতানুগতিক জীৱন যাপন কৰিবলৈ অসমীয়াসকল বদ্ধপৰিকৰ হৈছিল। অসমীয়াই যেন আত্মদৃষ্টিও হেৰুৱাই পেলাইছিল। এনে এখন ধ্বংসমুখী অসমীয়া সমাজক ব্যঙ্গ বিদ্ৰূপাত্মক 'কেৰিকেচাৰ' আৰু 'কাৰ্টুন'ৰ সহায়ত তীব্ৰভাৱে সমালোচনা কৰি শুদ্ধ আৰু পৰিমাৰ্জিত কৰিবলৈ কৃপাবৰ্বা ৰূপেৰে ওলাল লক্ষ্মীনাথ বেজবৰুৱা।

'কাকতৰ টোপোলা'ত দাঙি দিয়া কৃপাবৰৰ ৰূপ আৰু সংকল্প,

"কৃপাবৰ বৰবৰুৱা মহাধনুৰ্দ্ধৰ।
বৰপেট টিকনিৰে মূৰ লম্বফৰ॥
সুদৰ্শন হাতে বিষ্ণু শূলহাতে ভোলা।
মহেন্দ্ৰৰ বজ্ৰ যেন তাৰ কাকতৰ টোপোলা॥
অসম গৌৰৱ ভানু কৃপা কল্পতৰু।
কলেৱৰ শ্যাম যেন ভাতৰন্ধা চৰু॥
চৈধ্যফৰ্কীয়া কৰি কৃপা তত্ত্বময়া ৰণে।
নিজৰ জীৱন কাব্য নিজে নিজে ভণে॥
এড়লীয়া কচুৰ আল মাকে খাইছিল।
দুষ্টক পিটিত কৃপা নিত্যে খিয় কিল॥
অন্যায়লৈ নগা যাঠি ন্যায়লৈ কলচী।
কানি ভাং লাওপানী বহাই নকচি॥
বাহুবলী বৰবৰুৱা চিত্তে পৰৰ ইষ্ট।
নোৱাৰি মিলাব পদ কৰে 'হেইনেষ্ট'॥"

বেজবৰুৱাৰ এই 'কৃপাবৰী' কাৰ্টুনটো অসমীয়া পাঠক পাঠিকা মাত্ৰেই দেখিছে, এই চৈধ্য ফাঁকিৰ মাজেদি তেওঁৰ কৃপাবৰী ৰচনা অৰ্থাৎ 'কেৰিকেচাৰ' বা 'কাৰ্টুন' আদিৰ মৰ্ম কথাও সহজে অনুভৱ কৰিব পাৰি। যথাৰ্থতে 'কৃপাবৰ

বৰবৰুৱা' পৰৰ ইষ্ট চিন্তাকাৰী ; কৃপাবৰৰূপী লক্ষ্মীনাথে আমৰণ অসমীয়া আৰু অসমৰ ইষ্ট চিন্তা কৰিয়েই অতিবাহিত কৰিলে। আৰু যথাৰ্থতে তেওঁৰ 'কাৰ্টুন' বা 'কেৰিকেচাৰ' দুষ্ট অৰ্থাৎ দেশাত্মবোধহীন ভাষা সংস্কৃতি প্ৰীতিবিহীন আত্মকেন্দ্ৰী চৰিত্ৰহীন লোকৰ প্ৰতি নগা ষাঠি বা থিয় কিলৰ সদৃশ আৰু চৰিত্ৰহীন, স্বদেশ স্বজাতি প্ৰেমী সকলৰ কাৰণে এই কাৰ্টুন বা কেৰিকেচাৰ সমূহ হব সোণ ৰূপৰ কলচী স্বৰূপ উলাহ উদ্দীপনাৰ কাৰণ। বিশ্ববিশ্ৰুত কাৰ্টুনিষ্ট সকলে সমাজ সংস্কাৰ বা আদৰ্শ প্ৰতিষ্ঠাৰ কাৰণে যিদৰে কাৰ্টুনক অতিশয় শক্তিশালী সাহিত্যিক মাধ্যম ৰূপে গ্ৰহণ কৰিছিল, লক্ষ্মীনাথ বেজবৰুৱাইও তেনেদৰে শক্তিশালীৰূপে বিবেচনা কৰা হেতুকেই কাৰ্টুনক তেওঁ 'বিষ্ণুৰ সুদৰ্শন', 'ভোলানাথ শিৱৰ শূল' আৰু স্বৰ্গাধিপতি ইন্দ্ৰৰ বজ্ৰৰ লগত তুলনা কৰিছে। এনেহেন শক্তিশালী কাৰ্টুনৰ সহায়ত লক্ষ্মীনাথ বেজবৰুৱা প্ৰবৃত্ত হ'ল সমাজ সংস্কাৰ আৰু সমাজ উন্নয়নৰ পথত।

'কাৰ্টুন' বা 'কেৰিকেচাৰ' ধৰ্মী সাহিত্য যিহেতু ব্যঙ্গ বিদ্ৰূপাত্মক, গতিকে ইয়াক শিক্ষিত বুদ্ধিদীপ্ত সকলৰ প্ৰতি লক্ষ্য কৰিহে প্ৰয়োগ কৰা হয়। বেজবৰুৱাইও তেওঁৰ সময়ৰ অসমীয়া শিক্ষিত সকলৰ চিন্তা, ভাৱনা আৰু কাৰ্য্যৰ প্ৰতি লক্ষ্য কৰিহে কাৰ্টুনবোৰ ৰচনা কৰিলে। সেইসময়ত পাশ্চাত্য শিক্ষাৰে শিক্ষিত এচাম লোকে নিজ ৰূপ বিসৰ্জ্জন দি চাহাবীয়ানীৰ নামত বাদৰামি কৰি ফুৰিছিল বুলিব পাৰি। এওঁলোকে সমাজৰ জীৱন ধ্বংসৰ মুখলৈ টানি নিব ধৰিছিল। সংস্কাৰকামী বেজবৰুৱাই 'মলক গুইণ গুইণ' (সুৰভি), 'আমাৰ সংসাৰ' (সাধুকথাৰ কুকি), 'জগৰামগুলৰ প্ৰেমাভিনয়' (জোনবিৰি) আদি গল্পেৰে এই শ্ৰেণীৰ লোকৰ স্বৰূপ ফুটাই তুলি বক্ৰাঘাতৰ সহায়ত সংস্কাৰ কামনা কৰাৰ দৰে 'বাঁহী'ত প্ৰকাশিত কাৰ্টুন বিশেষতো একেভাৱে ফুটাই তুলিছে। ১ম বছৰৰ ১ম সংখ্যা বাঁহীৰ এটা কাৰ্টুনৰ নাম দিছে 'দিনৰ সপোন'। দাড়ি থকা কিন্তু চাহাবী সাজ পাৰ পিন্ধা এজন পুৰুষে চেলেউ হুপি হুপি আৰামী চকীত শুই কিতাপ এখন পঢ়ি আছে, চেলেউৰ ধোঁৱাৰ মাজেদি আকাশ মাৰ্গত দেখা গৈছে এগৰাকী অৰ্দ্ধনগ্না নাৰী। এই কাৰ্টুনটোৰ তলত লিখা আছেঃ—

সিদিনা বঙলা শিশু শিক্ষা হাতে নাই,
পঢ়িছিলো হেলানি চকীত গাটো থই।
মুখত চেলেউ এটা গুজি এক চিত্তে,
ধোঁৱাকোৱা কৰিছিলোঁ হোঁপতে হোঁপতে।
"ৰমণী জীহিছে তৰুণী ভাসিছে।"
বেতিয়া পালো পঢ়োতে।

ভাৰে গদ্‌গদ্‌ টানি হোঁপা দিলো
সুন্দৰী ওলাল খোঁৱাতে ।"

ইয়াৰ পিছৰ সংখ্যা 'বাঁহী'ৰ কাৰ্টুনটোও প্ৰায় সদৃশ ভাৱসম্পন্ন । সুন্দৰ সুশ্ৰী যুৱক এজনৰ হাতত এটা গিলাচ, তাৰ মাজেদি দেখা গৈছে এটি নাৰীমূৰ্ত্তি । কাৰ্টুনটোৰ ব্যাখ্যা দিছে এইদৰে :—

'সন্মোহন কাব্য'
"দেখিছো কইনা সুন্দৰী মইনা
নাই গহনা পিন্ধিছে 'গাউন'
কাপোৰ কোছাই 'জেকেট' মেৰাই
হৈছিল যেন 'কলেক্তিভ নাউন' ।
বগা মুখত মুগা চুলি, চকু উহা
'পাউডাৰ' ঘঁহা,
মনোমোহা বিলাতী 'মিচ' ।
যি কাম কৰোঁ, যিহতে ধৰোঁ একোতে নাপাওঁ সুখ
চকে ধৰি যায, ডিঙিটো শুকায়, হুমুনিয়াহ কাঢ়ো
পানী সোহা মাৰোঁ, গিলাচতো দেখো সেই মুখ ।"

'বাঁহী'ৰ পাতত এনে ভাব প্ৰকাশক 'কাৰ্টুন' আৰু আছিল । ইয়াৰ দ্বাৰা তেওঁৰ সমকালীন এক শ্ৰেণী লোকৰ জীৱন প্ৰবাহৰ ওপৰত আলোকপাত কৰি নিশ্চয় বিশুদ্ধ সমাজৰ কামনা কৰিছিল ।

ৰাজনৈতিক সমস্যাৰ প্ৰতিও বেজবৰুৱাই মনোনিবেশ নকৰাকৈ থকা নাছিল । তেওঁৰ মনোধৰ্ম্মী কৃপাবৰী ৰচনা ভালেমানতেই সমকালীন ৰাজনৈতিক পৰিস্থিতি আৰু চিন্তাধাৰাৰ ব্যঙ্গাত্মক সমালোচনা আছে । 'বাঁহী'ৰ পাততো ৰাজনৈতিক সমস্যা বিষয়ক 'কাৰ্টুন' দেখা যায় । অৱশ্যে এনে 'কাৰ্টুন' অসম বিষয়ক আৰু ইয়াৰ ভাবো সংস্কৃতিৰ প্ৰতিহে চাল খোৱা । ৪ৰ্থ বছৰৰ ৩য় সংখ্যা 'বাঁহী'ত প্ৰকাশিত এটা কাৰ্টুন :—এখন ঠাইত চাৰিজন মানুহ শাৰী পাতি থিয় দি টনাটনি কৰি আছে । এওঁলোকৰ ভিতৰত 'ভোটাৰ' সম্ভৱতঃ এজনহে । এওঁৰ পিন্ধনত চুৰিয়া চেলেং, মূৰত পাগ, দেখিলেই অসমীয়া বুলি চিনিব পাৰি । সোঁ কালৰ পৰা এওঁক টানি আছে এজন চাহাবী সাজপাৰ কৰা যুৱকে আৰু বাওঁকালৰ পৰা টানি আছে চুৰিয়া-চোলা পৰিহিত দাড়ি চুলি আৰু টিকনি থকা আন এজন মানুহে । টিকনিধাৰীজনৰ টিকনিত ধৰি টানিছে আন এজন চুৰিয়া চোলা পিন্ধা

যুবকে । এওঁলোকক সোঁফালৰ পৰা ক্ৰমে ১,২,৩,৪ অঙ্কেৰে চিহ্নিত কৰা হৈছে । কাৰ্টুনটো ব্যাখ্যা কৰিছে এনেদৰে :

(২) (লোক) টনাটনি নকৰিবা ভাল নহয় এনে কথা ।
আজোৰ পিজোৰ কৰি যেন লাগিছে কঠাল এঠা ।
ভোট গাৰো ডফলা ৰিৰি ৰি লাগে মই দিম ।
(কিন্তু) এৰি দিয়া, ভাবি চাওঁ কাক দিম নিদিম ॥

(১) সেইটো হয় সেইটো হয়, কিন্তু এটি আছে,
অসমীয়াক নেদি বিদেশীৰ ফালত পৰা পাছে,
সেই ভয়ত বাৰে-বাৰে সোঁৱৰাইছো এইটো
টনাটনি কৰাটোৰ মানে মাথো এইটো ॥

(৩) বিদেশী স্বদেশীভাৱ ক্ষুদ্ৰ মনৰ চিন।
সৰ্ব্বগুণ সৰ্ব্বদেৱ পূজাত নাই ভিন ॥
স্বজাতি বিজাতি ভাব অনুদাৰৰ হয় ।
যোগ্যতালৈ চাই ভোট দিব কওঁ মই ॥

১। (৩ লৈ চাই) তলমন ডাঙৰীয়া, টিকনি যায় ছিগি;
উদাৰতাৰ বক্তৃতাত থাকিলে আজি লাগি ।
উকীল বাবুক (৪ ক) কওক, অলপ ঢিলাই দিয়ক মুঠি ।
শিকলিদাল কপৰ হলেও, টিকনি যাব উঠি ।

৪। (৩ক সম্বোধন কৰি) কৈ দিয়ক তেখেতক, (নহওঁ) "বেঙ্কজ্ঞানী গোড়া ।"
উৰ দৰে সন্তৰ আছোঁ ধূলি লব পৰা ।
পদৰ ধূলি মুখৰ ভোট, মাখোঁ মাগো মই ।
'লেজিলেটি' সভাত মান দিয়া উচিত হয় ।

৩। মইতো কৈছোঁ, আকৌ কওঁ, হেৰি মহাত্মন হেৰি!
শৰণ মাগো তেখেতক নাৰাইবাহা এৰি ।
যদিও মই অসমীয়া ঠিক কথা কওঁ ।
আৰ হ'ম আপোনাৰ পাত্ৰৰ 'বালাই' লওঁ ।
অসমীয়াই অসমীয়াৰ নুবুজে 'দৰদ' ।
আমি তিৰী বিদেশীহে আমাৰ 'মৰদ' ।
বিদেশীহে অসমীয়াৰ অভাৱবোৰ বুজে ।
'লেজিলেটি'ত. অসমীয়াই অসমীয়াক মুযুজে ।
এতেকেহে মহাত্মন পূণ্যৰ নিদান,
মোৰ মুনিবক ভোট দি ৰক্ষা কৰা প্ৰাণ ।

২। কিনো কথাষাৰ কলা, অসমীয়া ভাই.
অসমীয়াক কি লাগে নাজানে অসমীয়াই ?
অসমীয়াক লফাশাক নে মগুৰ আঞ্জা লাগে,
অসমীয়াই ভুনাপায়, বিদেশীহে বুজে ?
যোৱা গুচঁা, তোমাৰ কথাৰ ভেদ পালো মই,
ভোটৰ বেলিকা বিদেশীজন অসমীয়া হয়।
আনকালত সকলোতে অসমীয়াক হিংসে,
কথায় কথায় অসমীয়াক 'ভূত' বুলি দংশে।
এৰি দিয়া হাত মোৰ, মুব্বীৰ ধৰা ভৰি,
তোমাৰ নিচিনা লোকৰ উচিত এৰা অসমীয়াৰ শাৰী।
(১ৰ ফালে চাই) বলক, মই অসমীয়াক ভোট ফেৰা দিওঁ,
(সেই) তেওঁৰ দৰে আত্মসন্মান অন্ধলা নহওঁ।
বাৰেপাচী মিছা কথাত ভুলিছিলো মই।
সেই দেখিহে তেওঁৰ কথাত কাণ দিয়া হয়।"

—শ্ৰীকৃপাবৰ।

এই কাৰ্টুনটো ১৯১২ চনৰ (১৮৩৪ শক) জানুৱাৰী কি ফেব্ৰুৱাৰী মাহত প্ৰকাশিত। ইয়ে সেই সময়ৰ অসমৰ এটা সুস্পষ্ট ছবি তুলি ধৰে। আজিও অসমত 'ভোটৰ বেলিকা বিদেশীজন • অসমীয়া হয়।' আজিও এক বুজন সংখ্যক অসমীয়াই অসমীয়াৰ হকে কোৱা বা ভবা সংকীৰ্ণ প্ৰাদেশিকতা বুলি বিবেচনা কৰে, আৰু আজিও উদাৰ মানৱিকতাৰ নিদৰ্শন দেখুৱাবলৈ গৈ ভোটৰ বেলিকা বহিৰাগতক সমৰ্থন জনায় আৰু সাংস্কৃতিক ক্ষেত্ৰতো অসমৰ বাহিৰৰ ভাষা-সাহিত্যৰ প্ৰতিহে আগ্ৰহ দেখুৱায়। বেজবৰুৱাই এনে লোকক সদায়ে তীব্ৰভাৱে সমালোচনা কৰি আহিছিল আৰু এই কাৰ্টুনটোতো এনে "লোকৰ উচিত এৰা অসমীয়াৰ শাৰী" বুলি দাবী জনাইছে। যথাৰ্থতে স্বদেশ-স্বজাতি প্ৰীতিহীন লোকৰ অসমত বসবাস কৰাৰ কোনো ন্যায় সঙ্গত হেতু থাকিব নোৱাৰে। এনে দেশাত্মবোধক 'কাৰ্টুন' বা 'কেৰিকেচাৰ' ধৰ্ম্মী ৰচনা আৰু বহুতো আছে। এইবোৰ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ আৰু ই আজিও অসমীয়াৰ কাৰণে যথেষ্ট চিন্তনীয় বিষয়।

কোনো কোনো কাৰ্টুনৰ মাজেদি বেজবৰুৱাৰ মানসিক চিন্তাৰ পৰিস্ফুৰণ ঘটা বুলিও অনুমান কৰিব পাৰি, অৱশ্যে এনেবোৰ কাৰ্টুনো সামাজিক চিন্তাধাৰাৰ পটভূমিত প্ৰতিষ্ঠা কৰা হৈছিল।

১ম বছৰৰ ৩য় সংখ্যা বাঁহীৰ এটা কাৰ্টুন—'ধুবীৰ বাঁহ'। এইটো তেওঁৰ

সমকালীন অসমীয়া সমাজৰ আলোচনী বা বাতৰি কাকতৰ প্ৰতি কেনে মনোভাৱ আছিল, তাৰ বিকাশৰ কাৰণে ৰচনা কৰা যেন অনুমান হয়। অসমীয়া মানুহে আজিও 'আলোচনী', 'বাতৰিকাকত'ৰ প্ৰতি সমুচিত মন দিয়ে বুলি বিবেচনা কৰা টান। তেতিয়াৰ দিনত "উকিল, হাকিম, চিৰস্তাদাৰ, পেস্কাৰ, তহচিলদাৰ, মৌজাদাৰ, প্ৰভু ঈশ্বৰ আৰু ডাঙৰীয়াসকলৰ নিমিত্তে" অসমীয়া বাতৰিকাকত বিনামূল্যে বিতৰণীয় বুলিহে বিবেচিত হৈছিল। এনে মনোভাৱক বিদ্ৰূপ কৰিবলৈয়ে সম্ভৱতঃ বাতৰিকাকত বা আলোচনীক 'অশ্বডিম্ব' কৰি 'ঘূৰীৰ বাঁহ' কাৰ্টুনৰ সহায়ত তেতিয়াৰ সমাজ-জীৱনক সমালোচনা কৰিলে। কাৰ্টুনটোত এটা ডিম্বাৰ খৰাহিৰ ওপৰত চেকুৰিবলৈ উদ্যত হোৱা ঘোঁৰাৰ ছবি এটা আছে। তাৰ ব্যাখ্যা দিছে এনেদৰে :—বৰবৰুৱা :—"মেয়াৰ্চ নেষ্ট" অৰ্থাৎ ঘূৰীৰ বাঁহ নামে মাহিলি কাকত এখন উলিয়ালো। সেই যে ডিম্ব কেইটা দেখিছা, সেই কেইটা ফুটি ঘোঁৰাৰ পোৱালী গজিলেই মোৰ খৰচ বাঢ়িব। সেইদেখি মোক সোনকালে অগ্ৰিম গ্ৰাহক আৰু পইচা লাগে।

"Come come, hurry up"

ই বেজবৰুৱাৰ বাঁহী বিষয়ক জাননী যে আছিল, ই নিশ্চিত যেন লাগে। কিন্তু তথাপিও যেন বাঁহীৰ প্ৰতি ঈপ্সিত ধৰণে ৰাইজৰ মন আকৰ্ষণ কৰিবলৈ সমৰ্থ নহ'ল। ইয়াৰ পাচৰ কেইবাটাও কাৰ্টুনৰ সহায়ত ধাৰাবাহিক ধৰণে 'বাঁহী' বিষয়ক ভাব প্ৰকাশ কৰিছিল বুলিও অনুমান কৰা যায়।

১ম বছৰৰ ৪ৰ্থ সংখ্যাৰ 'বাঁহী'ৰ কাৰ্টুনতো "বৰবৰুৱাই বাঁহী বাদ্য কৰে।" চাহাবী সাজ-পাৰ কৰা দাড়ীয়া বৰবৰুৱাই চিকুং বাঁহীৰ দৰে দীঘলীয়া বাঁহী বজাইছে আৰু তাৰ কোমল মধুৰ ধ্বনিয়ে যেন আকৰ্ষণ কৰিলে কেৱল এজনী থুপুৰী নাৰীকহে। কাৰ্টুনটোৰ ব্যাখ্যা এনেদৰে তুলি ধৰিছে :—

"ৰ, ৰ, হতচিৰী হোৱা! নবজাবি! টানি আঙুৰি মানুহক মাৰিব খুজিছ নেকি? হামকুৰি খাই পৰি যাওঁ যদি?"

বহু যত্ন কৰা সত্বেও যেন "বাঁহী"ৰ প্ৰচাৰ সন্তোষজনক নহ'ল, ই যেন গাধৰ গতিতহে আগ বাঢ়িল। ৮ম বছৰ "বাঁহী"ৰ এটা কাৰ্টুনৰ নাম "জুগুলী কাকতৰ ট্ৰেডমাৰ্ক।" গাধ এটাই গাড়ী (বাগী) এখন টানিব ধৰিছে। এই গাড়ীখনৰ চালক হ'ল বান্দৰৰ মুখেৰে মানুহ এজন। কাৰ্টুনটোৰ কোনো ব্যাখ্যা দিয়া হোৱা নাই যদিও ভাব স্পষ্ট। গাধৰ গতিত "বাঁহী"ৰ প্ৰচাৰ হলেও চতুৰ বেজবৰুৱাই যেন "বাঁহী" সম্পাদনা

কৰিয়ে থাকিব, প্ৰকাশ তাৰ অব্যাহত থাকিব, এনে এটা সাহসী মনোভাব ইয়াৰ মাজেদি পৰিস্ফুট বুলি নিশ্চয় অনুমান কৰিব পাৰি ।

ঠিক একেটা কাৰ্টুনকেই দিছিল ৮ম বছৰ ৭ম সংখ্যা বাঁহীতো। ইয়াত ব্যাখ্যা সংযোগ কৰিছে আৰু ইয়াৰ নাম দিছে 'উধান কাব্যাত্যিক হৰ্ণড্ বুলৰ গাড়্যাৰোহন,' ব্যাখ্যা এইখিনি :—
"হাঁহিছে কিয় ? খুচি দিম বুলি জনা নাই নে ? আকৌ হাঁহিছে ? অ' মোৰ শিং ভগা দেখি ?' আকৌ গজিব, আকৌ গজিব, তেতিয়া খুচিম ৰবি !" ইয়াৰ মাজেদিও তেওঁ এটা অপৰাজেয় সাহসী মনোভাৱ প্ৰকাশ কৰা যেন লাগে । বিপদৰ সময়ত ভাগি নপৰি সাহসেৰে আকৌ কৰ্ত্তব্যৰত হবলৈ ইয়ে উদগাব পাৰে ।

বেজবৰুৱাৰ প্ৰকাশভঙ্গী আৰু আখৰ জোঁটনিব কাৰণে 'বাঁহী যুগ'ত উদ্ভৱ হোৱা থৈয়া-নথৈয়া তুলিকা যুদ্ধৰ কথা 'বাঁহী'ৰ পাঠক-পাঠিকা মাত্ৰেই জানে। 'বাঁহী'ৰ সম্পাদকীয় স্তম্ভতো বেজবৰুৱাই এই বিষয়ে বহু কথা আলোচনা কৰিছে। 'কাৰ্টুন'ৰ সহায়তো তেওঁ এনে মনোভাৱ প্ৰকাশ কৰিছে। ১ম বছৰ ৭ম আৰু ৮ম সংখ্যাত 'লেখিবৰ নিয়ম' আৰু 'মুষল পৰ্ব্ব বা ঢেঁকীখোৱা পৰ্ব্ব' আদি এনে ভাৱৰ উত্তম প্ৰকাশক 'কাৰ্টুন' ।

'লেখিবৰ নিয়ম'ত তেওঁৰ আখৰ জোঁটনিৰ সমালোচকক কৰিছে 'দীঘলা' আৰু বেজবৰুৱা নিজে হৈছে 'গাখলু' । 'দীঘলাৰ' মূৰত জখলা এটা লগাই দি 'গাখলু' উঠি যোৱাৰ উপক্ৰম কৰিছে আৰু লগতে ব্যাখ্যা সংযোগ কৰিছে এনেদৰে :—

দীঘলা :—"মইমত্ত ! এইখন কি ভুল লেখিছু ? তোৰ বিদ্যাবুদ্ধি থাকিলেহে লেখিবৰ নিয়ম চুকি পাবি !"

গাখলু :—"বোলো সেই দেখিহে জখলা লগাইছোঁ, উঠি গৈ তোমাৰ ওলমিথকা বিদ্যাৰ খিছনিখন ধৰি লৰাই দিলে কিজানি অলপ বিদ্যাৰ বা পাওৱেঁই ।"

'মুষলপৰ্ব্ব বা ঢেঁকীখোৱা পৰ্ব্ব'ত মানুহ দুজন,—এজন চাপৰী সাজ-পাৰ পৰিধান কৰা, তেওঁৰ সোঁ হাতত এডাল 'ি' আৰু বাওঁহাতত এডাল 'ি'। আনজন মানুহ দাড়ি-চুলি ৰখা, পিন্ধনত আঠুমূৰীয়া চুৰিয়া, তেওঁৰ সোঁ হাতত এডাল 'ী' আৰু বাওঁহাতত 'ু' । দুয়োজনৰ মাজত পৰি আছে কিছুমান 'ি,' 'ী,' 'ু,' 'ূ,' 'ং' 'ঃ,' '"'। কাষত ব্যাখ্যা দিছে :—

"কনিষ্টবল! কনিষ্টবল! পুলিচ মেন! পুলিচ মেন! এই দুটাই চন্দ্ৰবিন্দু

হস্বউকাৰ, দীৰ্ঘউকাৰ আদি সাংঘাতিক অস্ত্র লৈ যুদ্ধ কৰিছে। এতিয়াই খুনা-খুনি হব। ইহঁতক ধৰি লৈ যা! পাকোৰ! পাকোৰ! পাকোৰ!"

এনেবোৰ কাৰ্টুনৰ ভাৱ অনুধাৱন কৰিলে এনে ধাৰণা হয় যেন 'বজবৰুৱাই আখৰ জোঁটনি লৈ উদ্ভৱ হোৱা বাক্-বিতণ্ডাৰ প্ৰতি কোনো গুৰুত্বই দিয়া নাছিল। এনেবোৰৰ প্ৰতি তেওঁ আওকণীয়াহে আছিল।

এনে বাক্-বিতণ্ডা মূলক ভাষা সমস্যাৰ বিষয়ে তেওঁ আৰু বহুতো কাৰ্টুনৰ স্থষ্টি কৰিছিল। ৪ৰ্থ বছৰৰ ৩য় সংখ্যা 'বাঁহী'ত প্ৰকাশিত 'সাধুভাষাৰ জাল,' ৪ৰ্থ বছৰৰ ৪ৰ্থ সংখ্যাত 'Language Problem solved' (ভাষা সমস্যা সমাধান), ৪ৰ্থ বছৰৰ ১১শ সংখ্যাত প্ৰকাশিত 'উড্ডীয়মান ন অসমীয়া ভাষা', ৪ৰ্থ বছৰৰ ৪ৰ্থ সংখ্যাৰ 'নতুন অসমীয়া' ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ' প্ৰভৃতি আটাইবোৰ কাৰ্টুন তেতিয়াৰ ভাষা সমস্যাক কেন্দ্ৰ কৰি স্থষ্টি কৰা। এই সমস্যা অসমীয়া-বঙ্গলাৰ মাজত উদ্ভৱহোৱা সমস্যা নহয়, ই আখৰৰ জোঁটনি আৰু শব্দ প্ৰয়োগৰ সমস্যা। এই বিলাকত নিহিত থকা ভাৱ সুদূৰপ্ৰসাৰী বা তাৎপৰ্য্যপূৰ্ণ নহয়; এইবোৰ সংকীৰ্ণ গণ্ডীৰ মাজত আবদ্ধ।

আমি আগতে উল্লেখ কৰি আহিছো যে সেই সময়ত অসমীয়া সমাজ আছিল আত্মবিস্মৃত সমাজ, স্বকীয় ঐতিহ্য, সাহিত্য সম্পদ আৰু সংস্কৃতিৰ তাৎপৰ্য্য আৰু মাহাত্ম্যৰ কথা পাহৰি পৰমুখাপেক্ষী আৰু পৰৰ গুণানুকীৰ্ত্তন কৰা হৈ পৰিছিল এদল অসমীয়াৰ ধৰ্ম্ম। বিহু আদি কৰি অসমীয়া সাংস্কৃতিক উৎসৱক তেওঁলোকে ঘিণাইছিল, অসংস্কৃত বুলি পেংলাই কৰিছিল। এনে লোকক বিদ্ৰূপ কৰি ব্যঙ্গাত্মক মনোধৰ্ম্মী ৰচনা লেখাৰ দৰে 'বাঁহী'ৰ বুকুত কাৰ্টুনৰ স্থষ্টি কৰিছিল। এনে এটা 'কাৰ্টুন' হল 'বিহুৱা ডাঙৰীয়া'। এজন বিহুৱলীয়া যুবকে চুৰিয়া-চোলা পিন্ধি আৰু মূৰত বিহুৱানৰ পাগ মাৰি বিহু মাৰিবলৈ উদ্যত হৈছে। এনেতে যেন দুগৰাকি ৰক্ষণশীল পণ্ডিলোক আহি এওঁক বাধা দিছে, এজনৰ হাতত টাঙোন আৰু আনজনৰ গাত নগুণ আৰু মূৰত টিকনি। ব্যাখ্যা দিছে:—

বিদ্যা-দিগগজপণ্ডিত:—বি-বি-বি-বিহু-উৰ-নাচ-ব-ব-বৰ নি-নি-নি-লাজ। ছা-ছাত্ৰবোৰ গু-গু-গুচুইল।

নাঙলু:—তুমি বিহু নাম গাই, বিহু নাচ নাচি, নিলাজ কবিতা লেখি কুনীতি প্ৰচাৰ কৰি দেশখনক তল নিয়ালা। হাক দিলে নুশুনাত পৰিলা যেতিয়া এই টোকোনেৰে মৰিয়াই তোমাৰ কঁকালৰ জোৰা ভাঙিম এতিয়া।

—(বাঁহী, ৩য় বছৰ, ৬ষ্ঠ সংখ্যা)।

তথাকথিত সাহিত্যিক বা কবিসকলক ব্যঙ্গ বিদ্ৰূপ কৰি ৰচা সাহিত্য বিশ্বসাহিত্যত বিৰল নহয়। আমাৰ সাহিত্যতো আছিল, এতিয়াও আছে। এনে কবি যশঃপ্ৰাৰ্থীসকলক বিদ্ৰূপ কৰি তেওঁ কেইবাটাও কাৰ্টুনৰ সৃষ্টি কৰিছে। এনে এটা 'কাৰ্টুন' হ'ল 'ঢেঁকী কবি,' কাকতৰ টোপোলাত সন্নিবিষ্ট হৈছিল। কবিয়ে ঢেঁকী এটাৰ কাষত কাপ-মৈলাম লৈ বহিছে, পিন্ধনত চুৰিযা-চেলেং; কাষত ব্যাখ্যা এনেদৰে দিছে :—

"তোমাৰ বিৰহে ঢেঁকী জীও কেনে কৰি?
ঢেক্কুক ঢেক্কুক সুৰ, হায়! যেনে বাজে
বাঁহীৰ কদমৰ তলে কানুৰ! বানা ধান
নিত্যে; খুউৱা মোক ভাত; খুৱাবৰ
মনে পথিককো "বৈ-যা খাই-যা" মাতা।
লগতে তোমাৰ মোৰ গ'ল ভাগি হিয়া।
নহবা নিৰ্দ্দয় ঢেঁকী সমিধান দিয়া।"

তথাকথিত কবিক বিদ্ৰূপ কৰি ৰচা আন এটা কাৰ্টুন 'কবি পোৱালিৰ উৎপাত'। এটা হাঁহ, ইহঁতৰ মাজত লেখা আছে—'কবি পোৱালিবোৰ'। পোৱালিবোৰ ডাঙৰৰ পৰা সৰুলৈ ভিন্ ভিন্ আকৃতিৰ। কাৰ্টুনটোৰ তলত ব্যাখ্যা দিছে,

৬। পোহৰীকাকত : টেঁ-টেঁ-টেঁ। টে-টেঁ-টেঁ!—টেঁ-ট।

৮ম কবি পোৱালি : ঠাই দি ৰাখিবা মোৰ এই কবিতা পোহৰী কাকতখনত পোহৰী। টেঁ-টেঁ-টেঁ!................ টে-ট।

৯ম। বাচা-টুটাবোৰ, টুটাই বাচাই লবা, মোৰে মূৰৰ শপত। শ্ৰীকৃপাবৰ।
(১ম বছৰ ১০ম সংখ্যা বাঁহী)।

প্ৰতিভাহীন তথাকথিত সাহিত্যিকলৈ বুলি আৰু এনে 'কাৰ্টুন' নিক্ষেপ কৰিছিল। কিছুমান সাহিত্যিকে আকৌ নিজৰ ঢোল নিজেই বজাই ফুৰে। এনেবিলাক সাহিত্যিকৰ প্ৰতি কটাক্ষপাত কৰি সৃষ্টি কৰিছে—'বৰবৰুৱা আৰু ঢোকাৰাম শৰ্ম্মা' আদিৰ দৰে কাৰ্টুনসমূহ। এই কাৰ্টুনটোৰ উপনাম 'সখি আমায় ধৰ'। ইয়াত দুজন মানুহ, এজন ডাঙৰ-দীঘল আৰু পেটাল, তেওঁৰ দাড়ি-চুলিও আছে; এওঁৰ সোঁহাতত এটা কাপ আৰু বাওঁহাতত এখন কিতাপ কি বহী। পিন্ধনত চুৰিয়া-চোলা। এওঁৱেই স্বয়ং বৰবৰুৱা। এওঁ আন এজন চুৰিয়া-চোলা পিন্ধা বুঢ়াৰ পিঠিত আঁউজিছে। তলত ব্যাখ্যা দিছে এনেদৰে :—

"বৰবৰুৱা :—ধৰা, ধৰা, মোক ধৰা। 'কাইবৰ' ভাৱৰ জৱত মই

পিছফালে ইমান হলিযাব লাগিছোঁ যে মই পৰিম এতিয়া। মোৰ পেটৰ ভৰতকৈও কাইবৰ ভৰ বেছি হৈছেহি।

ঢোকাৰাম শৰ্ম্মা :—নপৰে; মই খোকা দি ধৰিছোঁ। আপুনি কাইবৰ ভাৰক সেইটোত আৰু ফুদি ফুলাওক; কুপাই মোৰ গাতে আঁউজি থাওক, ভয় নকৰিব।"

বৰ তাৎপৰ্য্যপূৰ্ণ নহলেও যে ই সমাজ জীৱনৰেই প্ৰতিচ্ছবি তাক কোৱা বাহুল্য মাথোন।

এনে নানা ভাব প্ৰকাশক ব্যঙ্গ-বিদ্ৰূপাত্মক 'কাৰ্টুন' বা 'কেৰিকেচাৰ'ৰ সৃষ্টি কৰিছিল কৃপাবৰী লক্ষ্মীনাথ বেজবৰুৱাই। কিন্তু সমাজে ইয়াক ভাল ভাবে গ্ৰহণ কৰিব পৰা নাছিল। নানাজনে 'কৃপাবৰী' সাহিত্যৰ প্ৰতিবাদ কৰিলে, কটূক্তি কৰিবলৈ নেৰিলে। এনে কটূক্তিৰ প্ৰতি প্ৰত্যুত্তৰ স্বৰূপেই যেন সৃষ্টি কৰিলে 'কাৰ্টুন' 'বৰবৰুৱাৰ হাতী অৱতাৰ'; প্ৰকাণ্ড দঁতাল হাতী এটা শুঁৰ দাঙি এখন কিতাপ আগত লৈ থিয় দি আছে। তাৰ মুখৰ পৰা এজন মানুহৰ মূৰ আৰু এখন হাত ওলাই আছে। ছবিৰ কাষত ব্যাখ্যা দিছে :—

"হাতী অৱতাৰ ভৈলা তৰাপিৰ মাজে।
ভাষাৰ অস্ফুট ধ্বনি পেটৰ ভিতৰত গাজে।
(স্তৱ উলিয়াই) কৰিলা নিৰ্ভয় পাইলা অসমে উল্লাস
ভক্ত বান্ধৱক প্ৰভু কৰিলা আশ্বাস।
যদা যদা ভাষায়া' গ্লানিৰ্ভৱতি ভাৱত,
'হাথী' হাথিয়াৰ ধৰি হৈবেক বেকত।
কৰিলেক স্তুতি পৰি স্থৱস্থৱীয়া জাকে
উদ্ধাৰিলা সাধুভাষা প্ৰভু শুঁৰৰ আগে।"

কিন্তু তথাপি যেন কটূক্তিপূৰ্ণ সমালোচনা আৰু তেওঁৰ সাহিত্যিক ৰীতিৰ বিৰোধিতা নকমিল। ৪ৰ্থ বছৰৰ ৭ম সংখ্যা 'বাঁহী'ত বিৰোধীসকলৰ দুখন চিঠি প্ৰকাশ কৰি অন্যান্য মন্তব্যৰে তেওঁৰ এনেভাৱ প্ৰকাশক সাহিত্য সমৰ্থন কৰি তেওঁ যুক্তি প্ৰদৰ্শন কৰিছে :—

"সকলো দেশৰ সাহিত্যতে, এৰিষ্টোফেনিচৰ দিনৰ পৰা আজিলৈকে Satire আৰু বিদ্ৰূপাত্মক ৰচনাৰ (অৱশ্যে গৰিলা নহয়) এটা ওখ ঠাই আছে। অসমীয়া সাহিত্যত তেনে ঠাই নাথাকিবৰ কাৰণ কি কব নোৱাঁৰো। অৱশ্যে অসমীয়া কৃপাবৰৰ উৰাও গৰুড়ৰ উৰাওৰ চিপচী-তাড়ৰণ হব পাৰে। কিন্তু এনে দিন অসমীয়া সাহিত্য ৰাজ্যলৈ আহিব বুলি আশা নকৰিমনে

যে তেতিয়া কৃপাবৰৰূপী টেকেলাৰ পিচত অসমীয়া এডিচন, চুইফ্‌ট্ ৰজাও ওলাব। সাহিত্য আৰু সমাজৰ দোষ গুচাবৰ নিমিত্তে, ভুল শুধৰাবৰ নিমিত্তে, সঁচা তৰ্ক আৰু সঁচা সমালোচনা নিশ্চয় ডাঙৰ অস্ত্ৰ; কিন্তু মিছা তৰ্ক, ইংৰাজীত কবৰ নিচিনা, hydra-headed monster, অৰ্থাৎ জানিবা দহমূৰীয়া ৰাৱণ; তাৰ মূৰ যিমান কাটিবা সিমান গজি উঠিব; আৰু তৰ্ক কৰোঁতাজনে "Though vanquished will argue still," অৰ্থাৎ সেই তৰ্কবাগীশজন মৰিও নমৰে, হাৰিও নাহাৰে। এনে স্থলত বিদ্ৰূপ-ব্যঙ্গ Satire যে বৰ গুণ দিয়ে। সেইদেখি বিদ্ৰূপ-ব্যঙ্গলৈ সকলো দেশৰ সাহিত্যই আসন পাতি থৈছে।"

এদল অসমীয়াৰ পৰা তীব্ৰ বিৰোধিতা পাই থকা সত্বেও লক্ষ্মীনাথে কাৰ্টুনৰ সৃষ্টি কৰিবলৈ এৰা নাছিল। অৱশ্যে 'বাঁহী'ৰ প্ৰথম বছৰবোৰত প্ৰতি সংখ্যাত প্ৰকাশ কৰাৰ দৰে শেষলৈ প্ৰকাশ কৰা নাছিল। কিন্তু এইটো নিশ্চিত যে তেওঁৰ অন্যান্য কেৰিকেচাৰধৰ্ম্মী ব্যঙ্গাত্মক ৰচনাৰ দৰে কাৰ্টুনকো তেওঁ সুপ্ৰতিষ্ঠিত কৰিবলৈ নেৰিলে। ব্যঙ্গাত্মক ছবি আঁকিবলৈ পাতলালেও ব্যঙ্গাত্মক ৰচনা ৰচিবলৈ হলে তেওঁ পাতলোৱা নাছিল। 'পান্‌চ' আলোচনীয়ে গ্ৰহণ কৰাৰ দৰে আমিও লক্ষ্মীনাথৰ সকলোবোৰ ব্যঙ্গ বিদ্ৰূপাত্মক ৰচনাকেই 'কাৰ্টুন' বুলি মানি ললে আমি তেওঁক কেৱল অসমীয়া সৰ্ব্বপ্ৰথম আৰু সৰ্ব্বশ্ৰেষ্ঠ কাৰ্টুনিষ্ট বুলিয়েই নহয়, ভাৰতৰ ভিতৰতেই এগৰাকি অগ্ৰণীশ্ৰেষ্ঠ কাৰ্টুনিষ্ট হিচাপে সন্মানিত কৰিব লাগিব। বেজবৰুৱাৰ জীৱন্ত কালত তেওঁৰ ব্যঙ্গ-বিদ্ৰূপাত্মক ৰচনাৰ আজিৰ সমান সমাদৰ আছিল বুলি অনুমান কৰা টান। সেই কাৰণেই তেওঁৰ কাৰ্টুন চিত্ৰবোৰবো সমাদৰ হোৱা নাছিল।

আজি সমগ্ৰ বিশ্বজুৰি কাৰ্টুনৰ সমাদৰ বাঢ়ি যাব ধৰিছে। অসমতো ইয়াৰ সমাদৰ নবঢ়াকৈ থকা নাই। পুলক গগৈ, ত্ৰৈলোক্য দত্ত প্ৰমুখ্যে দুই এক নবীন অসমীয়া কাৰ্টুনিষ্টৰো সৃষ্টি হৈছে। আজি অসমীয়া সাহিত্য আন্তৰ্জাতিক দৃষ্টিভঙ্গী যুক্ত হৈছে, পাঠক-পাঠিকাৰ নামো বহুপৰিমাণে প্ৰশস্ত হৈছে। নতুন পটভূমিত লক্ষ্মীনাথৰ কাৰ্টুন সাহিত্যৰ নতুন সমীক্ষা হব বুলিও নিশ্চয় আশা কৰিব পাৰি।

কাৰ্টুনিষ্ট হিচাপে লক্ষ্মীনাথ কিন্তু বিফল হোৱা নাছিল। তেওঁৰ সাহিত্যৰ লক্ষ্য আছিল অসমীয়া সাহিত্যৰ অভাৱ পূৰণ কৰা আৰু অসমীয়া সাহিত্য বিশ্বমুখী কৰা। এই ক্ষেত্ৰত তেওঁ আশ্ৰয় লৈছিল ইংৰাজীৰ মাধ্যমত ইউৰোপীয় সাহিত্যৰ। জাতিয়ে সমাদৰ নজনালেও বা তীব্ৰ-বিৰোধিতা কৰিলেও 'উধান কাবিয়াত্মিক হৰ্দ্দাছুকুলৰ গাড্ডাৰোহণ' কাৰ্টুনত

কোৱাৰ দৰে তেওঁ অপৰাজেয় মনোভাৱেৰে আগবাঢ়ি আছিল জাতিৰ জীৱন জনকাই তুলিবলৈ। অন্ততঃ আজি জাতিয়ে অনুভৱ কৰিছে লক্ষ্মীনাথৰ সৃষ্টিৰ তাৎপৰ্য্য আৰু মাধুৰ্য্য। লক্ষ্মীনাথৰ শ্ৰম আজি সাৰ্থক হৈ উঠিছে, তেওঁৰ আত্মাইও হৰষত পুলকিত হৈ উঠিছে নিশ্চয়।

এই প্ৰসঙ্গত আমি আৰু এটা কথালৈ মন কৰিব লাগিব। আমি দেখি আহিছোঁ যে, সমাজৰ প্ৰতিগৰাকি লোক সমানে প্ৰগতিবাদী নহয়। এদল অতি উৎসাহী আৰু প্ৰগতিবাদী লোক আছে, যিসকলে নিত্য নতুন জ্ঞান আৰু ভাবৰ ৰাজ্যত বিচৰণ কৰিহে আনন্দ পায়। এই আলোক পথৰ যাত্ৰীসকলে সমাজক নিত্য নতুন অৱদান দিবই লাগিছে, কিন্তু সমাজে হয়তো তেনে অৱদান গ্ৰহণ কৰিবলৈ যোগ্যতাই লাভ কৰা নাই। কিন্তু এটা এনে সময় আহিব, যি সময়ত এই নতুন অৱদানৰ মৰ্ম্ম উপলব্ধি কৰিবলৈ সমাজ আগবাঢ়ি আহিব। লক্ষ্মীনাথৰ ক্ষেত্ৰতো এনে কথাকে দেখা যায়। তেওঁৰ ভাবপ্ৰৱণ জ্ঞান পিপাসু মন নতুনৰ অন্বেষণত ইমান বেছিকৈ অগ্ৰসৰ হৈছিল যে তেওঁৰ বিয়োগৰ আজি ডেৰকুৰি বছৰ পিছতো অসমবাসী গৈ তেওঁৰ চিন্তাৰ সংযোগী হৈ উঠিব পাৰিছে বুলি ভাবি কোৱা টান। সমকালীন সমাজত লক্ষ্মীনাথৰ কাৰ্টুনৰ আশানুপাতে সমাদৰ নোহোৱাৰ সৰ্ব্বপ্ৰধান কাৰণ এয়েই।

এই প্ৰসঙ্গতে বেজবৰুৱাৰ কাৰ্টুনৰ শাশ্বত মৰ্য্যাদাৰ প্ৰশ্নও আমাৰ মনলৈ আহে। বেজবৰুৱাৰ ব্যঙ্গাত্মক ৰচনা সৰহভাগেই অসম আৰু অসমীয়া-কেন্দ্ৰী, বিশ্বমানৱতাৰ প্ৰতি লক্ষ্য কৰি তেওঁ এনে সাহিত্য ৰচনাত প্ৰবৃত্ত হোৱা নাছিল বুলিবও পাৰি। সেইকাৰণে বেজবৰুৱাৰ 'কাৰ্টুন' বা 'কেৰি-কেচাৰে' পাঠক-পাঠিকা মাত্ৰকেই দেশ-কাল-পাত্ৰ ভেদে আকৰ্ষণ নকৰিবও পাৰে। কিন্তু অসমীয়া মাত্ৰেই ভাবী কাললৈ তেওঁৰ অন্যান্য ৰচনাৰ দৰে 'কেৰিকাচাৰ' বা 'কাৰ্টুনকো' পাহৰিব নোৱাৰে, প্ৰতিটো কাৰ্টুনেই এসময়ৰ অসমীয়া জাতীয় জীৱনৰ একোটিহঁত সমস্যাৰ প্ৰতীক, ভৱিষ্যত কাললৈ প্ৰতিজন অসমীয়াৰ চিত্তত তেওঁৰ এনেবোৰ ৰচনাই জাতীয় জীৱনৰ অতীত ইতিহাস সঞ্জীৱিত কৰি ৰাখিব যে নিশ্চিত। ভৱিষ্যতত প্ৰতিজন অসমীয়াই ইয়াকো গৌৰৱ কৰিব যে যি সময়ত ভাৰতত কাৰ্টুন শিল্পই প্ৰতিষ্ঠা লাভ কৰা নাছিল, তেতিয়া অসমীয়া লক্ষ্মীনাথে কাৰ্টুনৰ মাধ্যমত জাতীয় জীৱন সঞ্জীৱিত কৰি তুলি এটা সৰ্ব্বভাৰতীয় আদৰ্শ প্ৰতিষ্ঠা কৰি থৈ গৈছিল। সেইকাৰণে পৰা লক্ষ্মীনাথৰ কাৰ্টুনৰ এটা ঐতিহাসিক মৰ্য্যাদাও আছে।

# বেজবৰুৱাৰ সাহিত্যত নাৰী

শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা

বেজবৰুৱাই তেখেতৰ সাহিত্যত বহুতো পুৰুষ চৰিত্ৰৰ অৱতাৰণা কৰিছে। কৃপাবৰী ৰচনা, গল্প, নাটক, উপন্যাস এই সকলোতে সৰু বৰ প্ৰধান অপ্ৰধান বহুতো চৰিত্ৰই নিজ নিজ পৰিধিৰ মাজত অভিব্যক্তি লাভ কৰিছে। ইয়াৰে সৰহভাগ চৰিত্ৰ অসমৰ মাটিত উগজি অসমৰ জলবায়ু সেৱন কৰি পুষ্ট হোৱা, বাকী কেইটামান চৰিত্ৰই বিদেশৰ পৰা আহি অসমীয়া সমাজত অনুপ্ৰবেশ কৰিছেহি যদিও বেজবৰুৱাই সেই কেইটা চৰিত্ৰকো অসমীয়া সমাজৰ মাজত একোডোখৰ ঠাই দি সংস্থাপনৰ ব্যৱস্থা কৰি এনে গঢ় দিছে যে সিহঁতক অনা‌অসমীয়া বোলাৰ কোনো উপায় নাই। কিন্তু এই পুৰুষ চৰিত্ৰবোৰৰ তুলনাত তেখেতে নাৰীচৰিত্ৰ সৃষ্টি কৰিলে কিমান? দৰাচলতে পুৰুষ চৰিত্ৰৰ তুলনাত নাৰী চৰিত্ৰৰ সংখ্যা বেজবৰুৱা সাহিত্যত নিচেই তাকৰ। একমাত্ৰ উপন্যাস পদুমকুঁৱৰীত; গহীন নাটক জয়মতী কুঁৱৰী, চক্ৰধ্বজ সিংহ আৰু বেলিমাৰত; ধেমেলীয়া নাটক লিতিকাই, চিকৰপতি নিকৰপতি, নোমল আৰু পাঁচনিত; গল্প সংগ্ৰহ-সাধুকথাৰ কুঁকি, সুৰভি আৰু জোনবিৰিত; নাইবা কৃপাবৰী ৰচনাসমূহৰ পাতে পাতে যিমানবোৰ পুৰুষ চৰিত্ৰই ভুমুকি মাৰিছে, আত্মপ্ৰকাশ কৰিছে বা আত্ম প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে, তাৰ তুলনাত নাৰী চৰিত্ৰৰ সংখ্যা ইমান তাকৰ হোৱাটো মন কৰিব লগীয়া। বেজবৰুৱাই উনবিংশ শতিকাৰ শেষ আৰু বিংশ শতিকাৰ আগভাগত গোটেই অসমীয়া সমাজ খনকে কৃপাবৰী বিহলঙনীৰে কোবাই সমাজৰ ভূত খেদোৱাৰ প্ৰয়াস কৰিছে। কিন্তু সেই ক্ষেত্ৰতহে, কোনো নাৰীৰ ক্ষেত্ৰত নহয়।

ব্যক্তিগত জীৱনটোক অস্বীকাৰ কৰি লিখক এজনৰ সাহিত্যিক কৃতিৰ বিষয়ে আলোচনা কৰাটো অনুচিত। লিখকজনৰ ব্যক্তিগত বা সামাজিক জীৱনৰ পৰিপাৰ্শ্বৰ কথা বিবেচনা নকৰাকৈ তেওঁৰ সাহিত্যৰ মূল্যাঙ্কনতে নালাগে বি কোনো ধৰণৰ আলোচনাই অসমীচীন হ'ব। বেজবৰুৱাৰ সাহিত্যত নাৰী চৰিত্ৰৰ কথা আলোচনা কৰিবলৈ যাওঁতে আমি নিশ্চয় এই কথাৰ প্ৰতি সজাগ থাকিব লাগিব। ব্যক্তিগত জীৱনত বেজবৰুৱাই সম্ভৱতঃ

নাৰীতকৈ পুৰুষৰেই সান্নিধ্য লাভ কৰিছিল বেছিকৈ। প্ৰায় সমগ্ৰ জীৱন অসমৰ বাহিৰত কটাৰ লগা হোৱা বাবে অসমীয়া নাৰীৰ সান্নিধ্য লাভ কৰিবলৈ বা সংস্পৰ্শলৈ আহিবলৈ বেজবৰুৱাই নিশ্চয় পোৱা নাছিল। প্ৰবাসী জীৱনতো তেখেতে বহুজন অসমীয়া লোকৰ লগ পাইছিল বা চিঠি পত্ৰৰ যোগে বহুজনৰ লগত সম্পৰ্ক ৰক্ষা কৰিব পাৰিছিল। অসমীয়াৰ বাহিৰেও বহুজন অনাঅসমীয়া লোকৰ লগত বেজবৰুৱাৰ প্ৰবাসতো হয় ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল, নতুবা পৰিচয় ঘটিছিল। তেখেতৰ 'জীৱন সোঁৱৰণ'ও এই কথাত আমাৰ প্ৰতীতি জন্মায়। 'জীৱন সোঁৱৰণ'ত তেখেতে অসমত বা প্ৰবাসত লগ পোৱা অসমীয়া আৰু অনাঅসমীয়া বহুজন পুৰুষৰ স্মৃতি ৰোমন্থন কৰি লিখিছে। কিন্তু গোটেই গ্ৰন্থখনতে যি কেইগৰাকী নাৰীৰ কথা উল্লেখ কৰা হৈছে, তেওঁলোক চাৰি পাঁচ গৰাকীৰ অধিক নহয়। সেইবাবেই নিশ্চয় বেজবৰুৱাৰ সাহিত্যত নাৰী চৰিত্ৰৰ সংখ্যা ইমান কম। যি কেইটা চৰিত্ৰ তেখেতৰ সাহিত্যত অঙ্কিত হৈছে, তাৰো সৰহ ভাগেই সক্ৰিয় হৈ প্ৰাধান্য লাভ কৰিব পৰা নাই। বেজবৰুৱাৰ সমসাময়িক ৰজনীকান্ত বৰদলৈৰ সাহিত্যত শেক্সপীয়েৰৰ নাটক সমূহৰ দৰেই নাৰী চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে। ওপৰত আলোচিত কাৰণত নিশ্চয় বেজবৰুৱা সাহিত্যত সি হৈ নুঠিল।

পিছে, নাৰী চৰিত্ৰৰ সংখ্যা কম হোৱা কাৰণেই নাৰী সকলৰ প্ৰতি বেজবৰুৱা উদাসীন আছিল বুলি ভবাটোও উচিত নহব। দৰাচলতে যিখন অসমীয়া সমাজ বেজবৰুৱা সাহিত্যত প্ৰতিফলিত হৈছে, যিখন অসমীয়া সমাজে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত বেজবৰুৱাক প্ৰেৰণা যোগাইছে সেইখন অসমীয়া সমাজত নাৰীয়ে লব লগা ভূমিকা বৰ বেছি নাছিল। সক্ৰিয় সকলহে সাধাৰণতে সদায় সকলোৰে চকুত পৰে। বেজবৰুৱাৰ সমসাময়িক অসমীয়া সমাজৰ নাৰীসকল পুৰুষৰ তুলনাত আপেক্ষিকভাৱে নিষ্ক্ৰিয় আছিল বুলি কব পাৰি। অসমত ইংৰাজৰ আমোলত আধুনিক পাশ্চাত্য ৰীতি নীতি আৰু প্ৰচলিত থলুৱা ৰীতি নীতিৰ সংক্ৰান্তিৰ উপলব্ধি হৈছিল সাধাৰণতে পুৰুষ সকলৰ মনতহে। গতিকে পুৰুষসকলৰ আচাৰ ব্যৱহাৰ, চিন্তা চৰ্চা, ধ্যান ধাৰণাহে সেই সময়ৰ বিচাৰ্য্য বিষয় আছিল। ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে অসমতো নাৰী মুক্তিৰ জাগৰণে দেখা দিছিলহি যদিও সেই জাগৰণত নাৰী সকলে সক্ৰিয় অংশ গ্ৰহণ কৰিব পৰা নাছিল। গতিকেই নাৰী সকলক সাধাৰণতে চকুৰ আগ ভাগত ক'তো দেখা পোৱা নগৈছিল। অসমীয়া সমাজত সেই সময়ত পুৰুষসকলৰহে প্ৰাধান্য আছিল বাবে শিক্ষা দীক্ষা, ধৰ্ম কৰ্ম সকলোতে পুৰুষসকলেই অগ্ৰাধিকাৰ লাভ কৰিছিল বাবে, অসমীয়া

সমাজৰ কথা কবলৈ যাওঁতে প্ৰথমতে পুৰুষৰ কথাহে কব লগা হৈছিল। ঘৰুৱা পৰিবেশৰ চাৰিবেৰৰ মাজত আৱদ্ধ নাৰীসকলৰ বিষয়ে বক্তব্য আছিল নিচেই কম। সেইবাবেই বেজবৰুৱা সাহিত্যৰ পটভূমিত নাৰীয়ে পুৰুষৰ দৰে ইন্ধন যোগাব নোৱাৰিলে।

নাৰীসকলৰ প্ৰতি যে বেজবৰুৱাৰ প্ৰচুৰ সহানুভূতি আছিল, তাত লেশ মাত্ৰো সন্দেহৰ অৱকাশ থাকিব নোৱাৰে। যিটো পাৰিবাৰিক পৰিবেশত বেজবৰুৱাৰ জন্ম, সেই পৰিবেশেও তেখেতক নাৰীসকলৰ প্ৰতি সহানুভূতিশীল হোৱাত সহায় কৰিছে। বেজবৰুৱাৰ কৃপাবৰী ৰচনা 'বৰবৰুৱাৰ বিয়া' (কাকতৰ টোপোলা) আৰু 'বৈণী সকলৰ প্ৰতি বৰবৰুৱাৰ উপদেশ (ওভতনি)তো পুৰুষসকলৰ প্ৰতিহে ব্যঙ্গৰ শাণিত অস্ত্ৰ প্ৰয়োগ কৰা হৈছে। অসমীয়া নাৰীৰ ওপৰত যুগ যুগ ধৰি চলি অহা পুৰুষৰ অকথ্য আচৰণৰ এয়া তীব্ৰ প্ৰতিবাদ স্বৰূপ। অসমীয়া পুৰুষৰ সাতামপুৰুষীয়া সংস্কাৰ বুলি হৈ অহা নাৰী সকলক এই ৰচনা দুখনৰ দ্বাৰা পৰোক্ষ ভাবে বেজবৰুৱাই যেন 'উত্তিষ্ঠত জাগ্ৰত' বাণী শুনাইছে। 'বৰবৰুৱাৰ বিয়া'ৰ চৰ্ত্তবোৰে তেখেতৰ সমসাময়িক অসমীয়া সমাজখনৰ অবিকল প্ৰতিকৃতি এটা দাঙি ধৰিছে, যেনে, "বৈণীৰ বাপেক মাক সাতো পুৰুষক ধৰি নিতৌ দুপৰীয়া, গধূলি, পুৱা তিনিও প্ৰসন্নত মই গালি পাৰি উদ্ধাৰ কৰিবলৈ পাব লাগিব।' "নিতৌ" তিৰোতাক ভুকু, চকা, গোৰ প্ৰদান কৰা যাব, 'যে হেতু' ই অতি পুৰণি আইন অৰ্থাৎ পুৰণি প্ৰথা"। "ছোৱালীক কেতিয়াও পঢ়িব শুনিব নিদিওঁ, মাক বাপেকেও নিদিব। পঢ়িলে শুনিলে কেৱল শুচে, কেৱল শুচে, আৰু প্ৰেম পত্ৰিকাৰ সম্পাদিকা হৈ যালৈকে পায় তালৈকে তলে তলে কাকত ভেজে।" আকৌ 'বৈণীসকলৰ প্ৰতি বৰবৰুৱাৰ উপদেশ' হ'ল "তোমালোকে বিষা বিহমনা গুটি খাইও যদি সুখী হব খজিছা, তেন্তে বৰবৰুৱাৰ এই উপদেশ কেইষাৰ শুনিবা।

১। বেঁকা বাটেদি তোমাৰ গিৰিয়েৰাৰ কাণত পৰাকৈ লোকৰ আগত তেওঁৰ যশ কৰা।

২। গিৰিয়েৰাই তোমাৰ ওপৰত বৰকতা ওলাই মিছাতে দপদপালে, একো নামাতি শুনি থাকিবা, মুখে মুখে উত্তৰ নকৰিবা।

৩। তেওঁ উৰুলিপুত্ৰা হৈ লোকৰ পদুলি শুঙি ফুৰিলে তুমি তাৰ ধু নলবা; আৰু ভাং কাণি, কানিকা খাই খিতিতালি কৰি ফুৰিলে, একো নকৈ বৰং পাৰিলে সেইবোৰ কাৰ্যাত সহায়তা কৰিবা"...। ইত্যাদি। কেৱল হাস্যৰস সৃষ্টিৰ বাবেই এই ৰচনা দুখন ৰচিত হোৱা নাই। বেজবৰুৱাৰ সমসাময়িক অসমৰ নাৰীসকলৰ গাৰ্হস্থ্য জীৱনৰ চিত্ৰ এই

এই ৰচনা দুখনত দাঙি ধৰি নাৰী সকলৰ প্ৰতি তেখেতে সহৃদয়তা প্ৰকাশ কৰিছে।

কিন্তু নাৰীসকল এখন দেশৰ এটা জাতিৰ ধৰণী স্বৰূপ। দেশ বা জাতিৰ উন্নতি অৱনতিত নাৰীসকলৰ ভূমিকা পুৰুষসকলতকৈ কোনো গুণে কম নহয়। দেশ বা জাতিৰ উৎকৰ্ষ সাধন কৰিবলৈ হলে নাৰীসকলৰ উন্নতিৰ বিধান কৰাটো যে অপৰিহাৰ্য্য, সেই কথা বেজবৰুৱাই অন্তৰেৰে সৈতে বিশ্বাস কৰে। নাৰীৰ মুক্তি আন্দোলনত সেইবাবেই বেজবৰুৱাৰ সমৰ্থনো আছিল। কিন্তু স্বাধীনতা শব্দৰ যি বিকৃত অৰ্থ হোৱাটো সম্ভৱ, সেই অৰ্থত স্ত্ৰী স্বাধীনতাক তেখেতে স্বীকাৰ কৰি লব নোৱাৰে। 'ভাবৰ বুৰবুৰণি'ৰ অন্তৰ্গত 'স্ত্ৰী স্বাধীনতা' শীৰ্ষক তিনিখণ্ড ৰচনাৰ বক্তব্য এই টোৱেই বুলি ধাৰণা কৰিব পাৰি। কৃপাবৰী মুখত তেখেতে ৰচনাখনৰ প্ৰথম খণ্ডত কৈছে যে পুৰা গধূলি আৰু আবেলি দুপৰীয়া কলিকতাৰ বাটত কুৰোতে মানুহৰ ভিৰত বিৰ দি সন্ধি নোপোৱা অৱস্থাত 'কিয়েল বুলকি বুকলি কৰি' দিলে যি ভয়ানক ব্যাপাৰ সংঘটিত হব, তেখেতৰ ভয় তাতেই। আকৌ স্ত্ৰী স্বাধীনতা হলেই নাৰীসকলে যে যথেচ্ছা বেশ ভূষা কৰিব লাগিব, নিজৰ জাতীয় সাজ পাৰ দলিয়াই পেলাই বিজাতীয় সাজ পাৰ গ্ৰহণ কৰিব লাগিব, তাৰো কোনো অৰ্থ নাই। কিন্তু বেজবৰুৱাই তেনে এটা আশঙ্কাকেই মনত পোষণ কৰিছিল। এটা জাতিৰ সাংস্কৃতিক বৈশিষ্ট্য সাধাৰণতে সেই জাতিটোৰ স্ত্ৰীসকলেহে সংৰক্ষণ কৰিব বা দাঙি ধৰিব পাৰে। অসমীয়া জাতিৰো যিখিনি সাংস্কৃতিক বৈশিষ্ট্য বা বৈচিত্ৰ্য আছে, সেইখিনি অসমীয়া নাৰীসকলেহে সংৰক্ষণ কৰি আহিছে বা সংবৰ্দ্ধন কৰিব পাৰিছে। পুৰুষসকল এই ক্ষেত্ৰত প্ৰায় উদাসীন। অসমীয়া নাৰীৰ বিহা মেখেলাই অসমীয়াৰ জাতীয় বৈশিষ্ট্য জগতৰ আগত দাঙি ধৰি আহিছে। অসমীয়া নাৰীয়ে এই সাজ-পাৰ পৰিহাৰ কৰি বঙলুৱা আহিত সাজ-পাৰ পৰিধান কৰাটো বেজবৰুৱাই সহ্য কৰিব নোৱাৰিছিল। বেজবৰুৱাৰ পত্নী প্ৰজ্ঞা সুন্দৰী দেবীৰ এটা প্ৰবন্ধৰ পৰা জানিব পাৰি যে মৰিয়াত পৰি চিক্ৰুগড়ত বেজবৰুৱা শয্যাগত অৱস্থাত থাকোতে তেখেতক দেখা কৰিবলৈ অহা অনেক অসমীয়া তিৰোতাই বিহাৰন এৰি সদায় মেখেলাৰ ওপৰত চাদৰখন গাত লৈ অহা বাবে আক্ষেপেৰে পত্নীক কৈছিল, "ই আকৌ কি নতুন ফেচন হ'ল? আমি আগেয়ে দেখিছিলো, তিৰোতাসকলে বিহাৰন এৰি কেতিয়াও কুৰিবলৈ নাযায়। মানহৰ বা সভা সমিতিত বেতিয়া বঙা পাটৰ বিহা মেখেলা যোৰ পিন্ধি বহে, মনত লাগে যেন বঙা মালতী ফুলবোৰহে কোনোবাই সজাই থৈছে। আৰু আজিকালিৰ তিৰোতাসকলে বিহাৰন এৰি দি 'আটো-

ৱাৰী তিৰোতাবিলাকৰ দৰে কাপোৰ পিন্ধিবলৈ লাগিল। পাচত ই বংশানুক্ৰমে পিছৰ পুৰুষত আচল অসমীয়া পোচাক ৰিহাখন কেনেকৈ পিন্ধিবলৈকে নেজানিব। কিন্তু এই ৰিহাখনেই যে অসমীয়া পোচাকৰ শোভা, সৌন্দৰ্য্য আৰু দেখিবলৈ ধুৰনি কৰে, এওঁলোকে নুবুজে।" বেজবৰুৱাই আৰু হেনো কৈছিল, "আজি কালিৰ তিৰোতাবিলাকৰ কেৱল ৰঙা-চঙা 'জৰ্জ্জেট' কাপোৰৰ ওপৰত বৰ দৃষ্টি পৰিলহে। জাপানী 'খেলো', 'জৰ্জ্জেট' কাপোৰৰ উদ্ধাৰ কৰিবলৈ এওঁলোকে কাচি পাৰি লাগিছে। নিজৰ হাতৰ তাঁতত বোৱা পাটৰ কাপোৰৰ কথা দিনে দিনে পাহৰি যাবলৈ ধৰিছে যেন।
(৺বেজবৰুৱাৰ জীৱনীৰ আঁচনি': বাঁহী: ২৬ শ বছৰ: কাতি সংখ্যা)

ওপৰৰ কথাখিনিৰ পৰা অসমীয়া তিৰোতাৰ জাতীয় পোচাকটোৰ প্ৰতি বেজবৰুৱাৰ কি গভীৰ শ্ৰদ্ধা আৰু সচেতন দৃষ্টি আছিল আৰু তাৰ অপব্যৱহাৰত তেখেতে কিমান মনোকষ্ট পাইছিল, তাৰ উমান পাব পাৰি। 'স্ত্ৰী স্বাধীনতা' শীৰ্ষক ৰচনাৰ দ্বিতীয় খণ্ডত তাকে কৃপাবৰী সুৰত প্ৰকাশ কৰিছে এই বুলি, . "বোলো আই বাই সকল। বক্তৃতা দিয়াহঁক।.... কিন্তু বক্তৃতাৰ লগে লগে অসমীয়াৰ মাত পাহৰি বাবুৱনীৰ মাত মাতা কিয় ? তোমালোকে ৰিহা মেখেলা এৰি শাৰী পিন্ধিছা, পিন্ধা। তোমালোকে সাতামপুৰুষীয়া অসমীয়া শিপিনীৰ কাম তাঁত সূত এৰি উলৰ মোজা গেঞ্জি, ফ্ৰক গুঠিবলৈ শিকিছা, শিকা। আমি, ৰাম বিষ্ণু একো নোবোলো।" কিন্তু মাতৃ ভাষাটোক ভুলিনিখিছুৰী, কৰাটো বেজবৰুৱাই সহ্য কৰিব নোৱাৰে। 'বহাগৰ বিহুত অসমীয়া যঁতৰত কটা অসমীয়া কপাহৰ সূতাত অসমীয়া আচুৰে নানা প্ৰকাৰ ফুল বছা' গামোছাহে তেখেতে বিচাৰে, 'বিদেশী সূতাৰে চিতৰা পখৰাকৈ বোৱা তাৱেল' নিবিচাৰে। প্ৰায় গোটেই জীৱন বঙ্গদেশত বঙলা ভাষা-ভাষীৰ মাজত বিজাতীয় সংস্কৃতিৰ সংস্পৰ্শত থাকিও অসমীয়া তিৰোতাৰ বিপথগামিতা দেখি বাজি উঠা কথাই অসমীয়া নাৰীৰ প্ৰতি থকা তেখেতৰ সচেতনতাকেহে মাত্ৰ প্ৰকাশ কৰিছে। 'বৰবৰুৱাৰ বুলনি' গ্ৰন্থৰ অন্তৰ্গত বহুতো ৰচনাৰ ভিতৰতো প্ৰাসঙ্গিক বা অপ্ৰাসঙ্গিক ভাবে অসমীয়া নাৰীৰ কথা উল্লেখ কৰিছে। কিন্তু সেই সকলোতে অসমীয়া নাৰীৰ প্ৰতি থকা সহৃদয় বেজবৰুৱাৰ সহানুভূতিয়েই প্ৰকাশ পোৱা দেখা গৈছে।

নাৰীৰ প্ৰতি বেজবৰুৱাৰ কি দৃষ্টিভঙ্গী আছিল তাৰ পোহৰতে তেখেতৰ সাহিত্যত অঙ্কিত নাৰী চৰিত্ৰ সমূহত আলোচনা কৰিব পাৰি। বেজবৰুৱাৰ কৃপাবৰী দৃষ্টিয়েই এই ক্ষেত্ৰত সঁচা দৃষ্টিভঙ্গী বুলি স্বীকাৰ কৰিব লাগিব। অসমীয়া নাৰী অসমীয়া হৈ থকাটোকেই তেখেতে মনে-প্ৰাণে বাঞ্ছা কৰিছিল।

ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পিন্ধন-উৰণ সকলোতে অসমীয়া তিৰোতাসকলে অসমীয়াত্ব বজাই ৰখাটো ভেৰেতে দেখুৱাইছিল। সেইবাবেই বেজবৰুৱাৰ সৃষ্ট নাৰী চৰিত্ৰসমূহ খাঁটি অসমীয়া। ঐতিহাসিক উপন্যাস 'পদুম কুঁৱৰী' বা ঐতিহাসিক নাটক কেইখনৰ নাৰী চৰিত্ৰকেইটাৰ ক্ষেত্ৰতেইহে যে এই কথা প্ৰযোজ্য এনে নহয়; উনবিংশ-বিংশ শতিকাৰ বিদেশী প্ৰভাৱ স্পৰ্শৰ সম্ভাৱনা থকা স্ত্ৰী চৰিত্ৰ সমূহেও অসমীয়াত্ব বজাই ৰাখিব পাৰিছে।

'পদুমকুঁৱৰী' উপন্যাসৰ পদুম চৰিত্ৰ সৃষ্টি কৰোতে বেজবৰুৱাই অসমৰ মধ্যযুগৰ অসমীয়া গাভৰু এগৰাকীৰ আদৰ্শ চকুৰ আগত ৰাখি এই চৰিত্ৰ টোক সজাব লগা হৈছে। ঐতিহাসিক উপন্যাস এখনৰ নায়িকাজনীক আধুনিকাৰ ৰূপ দিবলৈ গলে কালবিৰোধ দোষ ঘটিব। পদুম ঐতিহাসিক আৰু অসমীয়া গাভৰু। নাৰী ৰূপৰ ক্ষেত্ৰত থকা প্ৰাচীন অসমীয়া কবি প্ৰসিদ্ধিৰে দৈহিক ৰূপৰ বৰ্ণনা দি পদুমক প্ৰকৃত অসমীয়া গাভৰু কৰি গুঢ়ি তুলিবলৈ লিখকে যত্ন কৰিছে। তদুপৰি এখন হেজাৰী ঘোষা পুথি, কাপোৰ খোৱা দুটা ৰেতৰ জপা, সৰু ডাঙৰ দুটা কৰণীত যথাক্ৰমে অসমীয়া প্ৰসাধন সামগ্ৰী আৰু তাঁত শিল্পৰ সামগ্ৰী আদি অসংখ্য সম্পদৰে যিটো কোঠাৰ বৰ্ণনা দিয়া হৈছে, তাত অসমীয়া গাভৰু এগৰাকীৰ বাহিৰে আন কোনো থাকিব নোৱাৰে। কিন্তু এই গাভৰু গৰাকী উপন্যাসখনৰ আদিৰে পৰা অন্তলৈকে ক'তো সক্ৰিয় হব পৰা নাই। মধ্যযুগীয়া অসমীয়া গাভৰুৰ ৰূপত পদুমক এনেকৈয়ে প্ৰকাশ কৰাৰ উদ্দেশ্য যদি লিখকৰ আছিল, তেনেহলে ক'ব লাগিব, লিখকৰ সেই উদ্দেশ্য ব্যৰ্থ হৈছে। (অৱশ্যে, মন কৰিব লগীয়া যে একে পটভূমিৰ ওপৰত ৰচিত ৰজনীৰ 'মনোমতী' ... 'ৰাজদ্ৰোহ' উপন্যাসৰ পদুম কুমাৰীও সক্ৰিয় নহয়।) উপন্যাসৰ প্ৰতি নায়িকা ফুলৰ চৰিত্ৰটোৱেই বৰঞ্চ পদুমৰ তুলনাত অধিক মনোগ্ৰাহী হৈছে। ফুল চৰিত্ৰও অসমীয়া গাভৰুৰ এটা ৰূপ। তাইৰ আন্তৰিক সৰলতাত কোনো কৃত্ৰিমতা নাই। কিন্তু শেষলৈ তায়ো অস্বাভাৱিক হৈ পৰিল। নিচেই খন্তেকীয়া হলেও পদুমৰ মাকৰ চৰিত্ৰটোহে উপন্যাসখনত আংশিকভাৱে সফল হৈছে বুলি ক'ব পাৰি।

ঐতিহাসিক নাটক তিনিখনত অঙ্কিত চৰিত্ৰকেইটাৰ ভিতৰত 'বেলিমাৰ' নাটকৰ পিজৌৰ চৰিত্ৰই দৰ্শক পাঠকৰ মন সহজে আকৰ্ষণ কৰিব পাৰে। এই চৰিত্ৰটো আদৰ্শ আৰু বাস্তৱৰ মাজৰ যি দ্বন্দ্বৰ সন্মুখীন হব লগা হৈছে, এগৰাকী নাৰী হিচাপে তেনে ক্ষেত্ৰত নিজক স্বাভাৱিক কৰি ৰখাটো প্ৰায় সম্ভৱ নহয়। সেইবাবেই শেষলৈ নোৱাৰিলে আৰু অতি কৰুণভাৱে মৃত্যু মুখত পৰিব লগা হ'ল। এই চৰিত্ৰটো অংকন কৰাৰ ক্ষেত্ৰত বেজবৰুৱাৰ

শেক্সপীয়েৰৰ ওফেলিয়া চৰিত্ৰই কিছু প্ৰেৰণা যোগাইছে বুলি ভাবিব পাৰি। পিজৌৰ বিপৰীতে মাজু আইদেউৰ চৰিত্ৰও মনোৰম হৈছে বুলি ক'ব লাগিব। মাজু আইদেউৰ সপত্নী বিদ্বেষমুখৰা প্ৰকৃতি আৰু ঈৰ্ষাপৰায়ণতা নিতান্ত স্বাভাৱিক হৈ পৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ পাৰিজাত হৰণ' নাটকৰ সত্যভামাৰ স্মৃতিয়ে এই চৰিত্ৰটোত ৰং সানিছে যেন লাগে। বেজবৰুৱাৰ সমসাময়িক অসমীয়া সমাজতো অৱশ্যে এনেকুৱা চৰিত্ৰৰ অভাৱ মুঠেও নাছিল।

'চক্ৰধ্বজ সিংহ' নাটকৰ গজপুৰীয়ানীক অসমীয়া বুলি কৰলৈ কষ্ট কৰিব লগীয়া হয়। শেক্সপীয়েৰৰ চতুৰ্থ হেনৰী নাটকৰ মিষ্ট্ৰেছ কুইকলী চৰিত্ৰৰ অনুকৰণত এই চৰিত্ৰটো অঙ্কিত। কেৱল দৰ্শকক হাস্যৰসৰ খোৰাক যোগাবলৈকে নিশ্চয় নাট্যকাৰে এই চৰিত্ৰটো অঙ্কন কৰিছে। নাট্যকাহিনীৰ বিকাশত গজপুৰীয়ানীয়ে বিশেষ সহায় কৰিছে বুলি কব নোৱাৰি। স্বামী গজপুৰীয়াৰ প্ৰতি কোৱা কথাবোৰ অসমীয়া তিৰোতাৰ কথা যেন নালাগে। অসমীয়া ফলষ্টাফ গজপুৰীয়াৰ লগত অনা-অসমীয়া গজপুৰীয়ানী মিষ্ট্ৰেছ কুইকলীৰ বৈবাহিক সম্বন্ধ ঘটাই বেজবৰুৱাই গজপুৰীয়ানীক অসমীয়া জাতত তুলিবলৈ চেষ্টা কৰিলেও সফলতা লাভ কৰিব পৰা নাই। নাটকখনৰ কুকননী, চেনেহী আৰু ৰূপহী চৰিত্ৰ তিনিটা নিভাঁজ অসমীয়া বুলি কব লাগিব। নিঃসন্দেহে কুকননী অসমীয়া মাতৃ, চেনেহী অসমীয়া প্ৰাভক আৰু ৰূপহী চেনেহীৰেই অনুজা। ঐতিহাসিক নাটক এখনত অৱতাৰণা কৰা হৈছে যদিও চৰিত্ৰ কেইটা নিশ্চয় অসমীয়া সমাজৰ যি কোনো যগতে খাপ খাব পৰা বিধৰ।

জয়মতী কুঁৱৰী নাটকৰ নায়িকা জয়মতীৰ ঐতিহাসিক জীৱনটোহে অসমীয়া নাৰীৰ স্মৃতিপটত চিৰদিন উজ্জ্বল হৈ থাকিব। সেই ঐতিহাসিক জয়মতীৰহে পতিপৰায়ণতা আৰু স্বদেশপ্ৰাণতা যুগ যুগ ধৰি অসমীয়া নাৰীৰ আদৰ্শ হৈ ৰ'ব; বেজবৰুৱাৰ নাটকৰ জয়মতীৰ নহয়। বেজবৰুৱাৰ জয়মতী প্ৰথমাৱস্থাত গদাপাণিৰ কোমলবয়সীয়া জীৱন সঙ্গিনী মাত্ৰ। শেষৰ কালেও জয়মতীৰ প্ৰত্যাশিত ৰূপটো ফুটি নোলাল। যুৱতীৰ অগ্নিপৰীক্ষাৰ জয়মতী নাটকত কল্পামুলভ নিটোল ৰূপ এটা দিব নোৱাৰাটো বেজবৰুৱাৰ এটা ডাঙৰ ব্যৰ্থতা বুলি কব লাগিব। অৱশ্যে ঐতিহাসিক ঔপন্যাসিক স্যাৰ ৱালটাৰ স্কটৰ দৰেই বেজবৰুৱাও ঐতিহাসিক চৰিত্ৰৰ উপৰত বৰ বেছি মনোনিবেশ নকৰি কাল্পনিক সৰু-সুৰা চৰিত্ৰবোৰৰ প্ৰতিহে মনোনিবেশ কৰিছে বেছিকৈ। 'পদুমকুঁৱৰী' উপন্যাসতো আমি এই কথাৰ যথাৰ্থতা প্ৰতিপাদন কৰিব পাৰো। যি গৰাকী, জয়মতী, চৰিত্ৰ

অন্তৰত ব্যৰ্থতাৰ গ্লানি বেজবৰুৱাই শিৰ পাতি লব লগা হৈছে। কিন্তু একেখন নাটকৰে ডালিমী চৰিত্ৰৰ অঙ্কন-কাৰ্য্যই তেখেতক শিল্পী হিচাপে বিজয়ৰ গৌৰব-মুকুট পিন্ধাইছে। বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' নাটকৰ নাম কাঢ়িলেই ডালিমী চৰিত্ৰটোহে সকলোৰে মনত ভাঁহি উঠে। ডালিমী অসমীয়া সাহিত্যত অনন্যা, অভূতপূৰ্ব্বা। বেজবৰুৱাৰ সমগ্ৰ সাহিত্যিক জীৱনৰ গৌৰব সম্ভাৰ এই ডালিমীয়েই কঢ়িয়াই আনিছে। ডালিমী কি আৰু কেনেকুৱা, তাক উপলব্ধিহে কৰিব পাৰি। কথাৰে প্ৰকাশ কৰিব নোৱাৰি। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ ভাষাত কবলৈ হলে ডালিমী হ'ল "পৰ্ব্বতত যিমান বোৰ প্ৰাকৃতিক শোভা সৌন্দৰ্য্য আছে সেপাই একেলগ হৈ ৰূপধৰা জীৱ"। এই ডালিমী কেৱল এজনী সাধাৰণ নাগিনী নহয়। তাই বেজবৰুৱাৰ অশৰীৰী আত্মাটোৰেই এটা শৰীৰী জীৱন্ত ৰূপ।

গল্প সমূহত যি কেইটা নাৰী চৰিত্ৰ অঙ্কন কৰা হৈছে, তাৰ ভিতৰত 'ভদৰী' গল্পৰ ভদৰী চৰিত্ৰই সকলো পাঠকৰ মনতে মচ্ছিব নোৱাৰা ৰেখা পাত কৰে। ভদৰী কেৱল অসমীয়া তিৰোতাই নহয়, তাই এটা সৰ্ব্বভাৰতীয় নাৰী মূৰ্ত্তি। ভদৰীৰ অন্তৰৰ সৌন্দৰ্য্য বাশিয়েই গোটেই গল্পটো সুন্দৰ কৰি তুলিছে। গিৰিয়েক শিঙৰাৰ অত্যাচাৰ তাই 'বসুমতীৰ দৰে পিঠি পাতি দি সদায় সহি থাকে।' শিঙৰাৰ গালিৰ উত্তৰত ভদৰীয়ে কোৱা "মোৰ মূৰটোৰে ভাত ৰান্ধি দিমনেকি? খৰি এডাল বুলিবলৈ নাই। গেৰেহা কেঁচা খৰি ফুৰাওঁতে ফুৰাওঁতে হাৰাশাস্তি হৈছো। নুবুজা নেমেলাকৈ দুপদুপাই উঠিলেই হ'ল নেকি?" কথাখিনি সৰ্ব্বসাধাৰণ সকলো ভাৰতীয় তিৰোতাৰ কথা। সহনশীলতা আৰু পতিপৰায়ণতাই ভদৰীৰ ভূষণ। যেনে চোৰ তেনে টাঙোন' গল্পৰ বন্দাইৰ ঘৈণীয়েক আৰু গল্পৰ মেদিনী আৰু কাদম্বৰীও ভদৰীৰ লেখিয়া চৰিত্ৰই। এই তিনিটা চৰিত্ৰও স্বামীৰ অত্যাচাৰত জুৰুলা। কিন্তু বন্দাইৰ ঘৈণীয়েক মুখৰা। বাইছে বন্দাইক দিয়া শাস্তি তাই নিৰ্বিকাৰ চিত্তে উপভোগ কৰিছে। কোনো সঁচা পত্নীৰ ক্ষেত্ৰত এনে কাৰ্য্য সম্ভৱ নহয়। মেদিনী আৰু কাদম্বৰীয়েও স্বামীৰ অত্যাচাৰত জুৰুলা হৈ শেষত মৰত জুই লগাই তথাকথিত পাপৰ প্ৰায়শ্চিত্ত কৰিবৰ কাৰণে আত্মহত্যা কৰে। চৰিত্ৰ দুটাৰ কাৰ্য্য শেষলৈ স্বাভাবিক হৈ নাথাকিল। সেইবাবেই এই তিনিটা চৰিত্ৰ ভদৰীৰ লেখিয়া হলেও ভদৰীৰ পৰ্য্যায়লৈ এজঁলোকৰ একোৱাকীও উন্নীত হব নোৱাৰিলে। ভদৰী চৰিত্ৰৰ বিপৰীতে 'আমাৰ সংসাৰ'ৰ জেতেকী চৰিত্ৰটো অঙ্কনত লিখক কিছু সফল হৈছে বুলি ক'ব পাৰি। আয়ুধৰ আও দুৰ্মতি সিবিৰেৰেক অনাহাৰে কৰ্মক্ষেত্ৰলৈ পঠাই সিহঁত ঘৈণীয়েকে

মাছ ভাত খোৱা দৃশ্য অসমীয়া সমাজত একেবাৰে নোহোৱা নহয়। কিন্তু ই সাধাৰণ নহয়। সেয়ে হলেও পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা শক্তি চেনেহীৰ আছে। 'চোৰ' গল্পৰ ইন্দুমতীয়েও ভদৰীৰ দৰেই পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে প্ৰথম বাৰতে। কিন্তু ইন্দুমতী লিখকৰ বক্তব্য-বিষয় নহয়; ন-ঘৈণী বিয়া কৰোৱাৰ ফলত লোকেশ্বৰৰ জীৱনলৈ অহা বিপৰ্য্যয়ৰ চিত্ৰ অঙ্কন কৰাহে লিখকৰ উদ্দেশ্য আছিল। সেয়ে হলেও লোকেশ্বৰৰ 'অগতী মহাপাপী' ন-ঘৈণীযে মৃতা ইন্দুমতীৰ চৰিত্ৰটোহে উজ্জ্বল হোৱাত সহায় কৰিছে। 'জয়ন্তী' গল্পৰ জয়ন্তী সতী সাধ্বী ৰমণী। তওঁ উপস্থিত বুদ্ধিসম্পন্না আৰু সাহসী। জয়ন্তী ক্ষেত্ৰবিশেষে বজ্ৰাদপি কঠোৰাণি' আৰু 'মৃদুণি কুসুমাদপি'। 'শান্তা, লজ্জাশীলা আৰু ভীতা' জয়ন্তী প্ৰয়োজনবশত: ৰণোন্মত্তা চামুণ্ডাৰূপিণী হৈছে। তিনিটা মানৰ হাতৰ পৰা স্বামীক উদ্ধাৰ কৰা কাৰ্য্যই জয়ন্তীক ঐতিহাসিক অসমীয়া নাৰীৰ আদৰ্শৰে সজীৱ কৰি তুলিছে।

বেজবৰুৱাৰ দৃষ্টিত সকলো নাৰী একে জাতিৰ। কোনো সাংস্কৃতিক বিভিন্নতাই নাৰীক পৃথক কৰিব নোৱাৰে। অসমীয়া গাভৰু এগৰাকীৰ মনোবেদনা আৰু কোন গাভৰু এগৰাকীৰ মনোবেদনাৰ মাজত কোনো পাৰ্থক্য নাই। সেইবাবেই 'আমাৰৈ নাপাহৰিব' গল্পৰ অসমীয়া ছোৱালী-জনীৰ প্ৰতি বেজবৰুৱাৰ হৃদয় সহানুভূতিত যেনেকৈ আৰ্দ্ৰ হৈ পৰিছে, 'শিৱপ্ৰসাদ' গল্পৰ কোল গাভৰু লচিমীয়াৰ প্ৰতিও তেখেতৰ হৃদয় তেনেকৈ আৰ্দ্ৰ হৈ পৰিছে। দুইটা গল্পতে পুৰুষ চৰিত্ৰ দুটাৰ হৃদয়হীনতা দৰ্শাই নাৰীচৰিত্ৰ দুটাৰ স্বামি-পৰায়ণতা দেখুৱা হৈছে। লচিমীয়া আৰু অসমীয়া ছোৱালীজনীৰ কোনেও প্ৰবঞ্চনা চিনি নাপায়। কিন্তু দুইজনী গাভৰুৱেই পুৰুষৰ প্ৰবঞ্চনাৰ বলি হব লগা হৈছে। মন কৰিব লগীয়া যে 'আমাৰৈ নাপাহৰিব' গল্পত অনাঅসমীয়া পুৰুষৰ হাতত অসমীয়া আৰু 'শিৱপ্ৰসাদ' গল্পত অসমীয়া পুৰুষৰ হাতত অনাঅসমীয়া গাভৰু গৰাকীয়ে প্ৰবঞ্চনা ভোগ কৰিছে। 'সেউতী' গল্পৰ সেউতী আৰু 'ৰতনবুঢ়া'ৰ জুনুৰী দুয়ো দুটা পৃথক সামাজিক ব্যৱস্থাৰ হাতত বলি হব লগা হৈছে। দুয়ো নিৰ্দোষী। একেদৰেই 'কাশীবাসী'ৰ বুঢ়ীজনীও তথাকথিত সামাজিক সংস্কাৰৰ বলি হ'ল। আকৌ 'মালতী' গল্পৰ মালতী পিতৃ-মাতৃৰ অনুগতা। পিতৃ-মাতৃ বংশ পৰিয়ালৰ মঙ্গলাৰ্থেই তাই আঁঠুৱৰ বজা চুচেংকাৰ হাতত নিজক বলি দিব লগা হৈছে।

কেইটামান নাৰী চৰিত্ৰক বেজবৰুৱাই পুৰুষক ব্যঙ্গ কৰিবৰ কাৰণে সাতপত্ত অস্ত্ৰ হিচাপে গ্ৰহণ কৰিছে। পাশ্চাত্য শিক্ষাসভ্যতাৰ সোঁতত

অন্ধ হোৱা একশ্ৰেণীৰ পুৰুষৰ বিপৰীতে এই নাৰী চৰিত্ৰকেইটাক তেখেতে খিয় কৰাইছে। ব্যঙ্গ হলেও আধুনিকতাৰ প্ৰতি হঠাৎ অন্ধ মোহ ওপজা জগৰামণ্ডলে মৈণীয়েকৰ লগত প্ৰেম কৰিবলৈ গৈ 'পেন্ন ভৌন' বুজি নোপোৱা বুঢ়ী মৈণীয়েক মণ্ডলনীৰ হাতত উচিত শিক্ষা পাইছে। ইংৰাজী শিক্ষা পোৱা ডেকা তথাকথিত কবি নাঙলু চন্দ্ৰ দাসক শিক্ষা দিয়াৰ উদ্দেশ্যে লিখকে আঠ বছৰ বয়সীয়া শিৰীষক খিয় কৰাইছে চল্লিশ বছৰ বয়সীয়া কামিনী ঝীক খিয় কৰাইছে। নাঙলু চন্দ্ৰ দাসৰ নিৰ্চিনা 'আমাৰ সংসাৰ'ৰ ভৱকান্তৰেও বাৰ বছৰ বয়সীয়া 'আদিপাঠ'—শিক্ষা সৰ্ব্বস্ব বিবাহিতা স্ত্ৰীৰ হাতত উচিত শিক্ষা লাভ কৰিছে।

এই সকলোবোৰতে নাৰী সকলৰ প্ৰতি বেজবৰুৱাৰ অন্তৰ সহানুভূতিশীল। ব্যক্তিগত জীৱনত অসমীয়া নাৰীৰ লগত বৰ বেছি ঘনিষ্ঠতা নথকা সত্বেও বেজবৰুৱাই অসমীয়া নাৰীৰ মনোজগতৰ ৰহস্য উদ্ঘাটন সফলতাৰে মোকোলাব পাৰিছে। তেখেতে বিশ্বাস কৰে, নাৰী পুৰুষৰ "কেৱল বিলাস বা খেলাৰ সামগ্ৰীয়েই হব নোৱাৰে। পুৰুষৰ হাতত নাৰী কেৱল যন্ত্ৰ নহয়। পুৰুষৰ দৰেই নাৰীয়েও এটা স্বতন্ত্ৰ মৰ্য্যাদা পোৱা উচিত। কিন্তু বেজবৰুৱাৰ যুগত সেয়ে হৈ উঠা নাছিল। সেইবাবেই বেজবৰুৱাই সাহিত্যৰ মাজেদি নাৰীৰ কাণত সকলোকে মন্ত্ৰ দিছে বন্দাইৰ মৈণীয়েকৰ দৈৱজ্ঞীয়ানী বুলীয়া দিয়াৰ দৰে। কিন্তু বিপথগামী অসমীয়া সমাজখন অসমীয়া নাৰীয়েহে ৰক্ষা কৰাটো সম্ভৱ। অসমীয়া তিৰোতাই অসমীয়া চিকুন বিহা মেখেলা যোৰ এৰি বঙলুৱা শাৰীখন পিন্ধাকে আদি কৰি অসমীয়া পুৰুষৰ যথেচ্ছাচাৰিতালৈকে সকলো ধৰণৰ বিপথগামিতাৰ বিপৰীতে অসমীয়া নাৰী খিয় হ'ব লাগিব। বেজবৰুৱাৰ কৃপাবৰী ভাষাত কবলৈ হলে অসমীয়া নাৰীসকল 'শাৰী নহয়, 'দাড়ি'হে; আৰু আমিও (পুৰুষসকল) 'দাড়ি' নহওঁ, 'শাৰী' হে। শাৰী মানে বাক্য, 'লাইন' (line). দাড়ি মানে কুট, 'ফুলষ্টপ' (full stop)। তেওঁলোক খিয় দি থাকিলে আমাৰ উদ্দাম গতি ৰোধ হবই হ'ব।" (কৃপাবৰ বৰুৱাৰ সাঁথৰণি দৰ্শন )

# বেজবৰুৱা সাহিত্যত পাশ্চাত্য প্ৰভাৱ

শ্ৰীতাৰিণীকান্ত ভট্টাচাৰ্য্য

সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱাই (১৮৬৮—১৯৩৮) তেওঁৰ বহুমুখী প্ৰতিভাৰে নাটক, কবিতা, প্ৰহসন, উপন্যাস, তত্বমূলক আলোচনা, ব্যঙ্গ ৰচনা, গল্প, সাধু— ইত্যাদি বিভিন্ন বিভাগত অৱদান দি অসমীয়া সাহিত্য চহকী কৰি থৈ গৈছে। আধুনিক অসমীয়া সাহিত্যিক সকলৰ ভিতৰত এইজনাৰ ভিতৰতে দীৰ্ঘ কালৰ সাধনা পোৱা যায়। প্ৰতিভা আৰু সাধনাৰ দ্বাৰা তেওঁৰেই এটা পঢ়ুৱৈ সমাজৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ কেতবোৰ ৰচনাত আধুনিক পাশ্চাত্য শিক্ষাৰ অভিমান থকা লোকৰো মানসিক ক্ষুধা নিবাৰণ কৰিবৰ জোখাই সম্বল আছে আৰু সেইবোৰত বিভিন্ন দাৰ্শনিক স্তৰ বিদ্যমান। এইবোৰ ৰচনা অৱশ্যে তেওঁৰ শেষ বয়সৰ। ইয়াৰ কিছুমান এতিয়াও পুৰণি আলোচনী বিলাকৰ পাতত সিচঁৰতি হৈ পৰি আছে, কিতাপ আকাৰে ছপা হৈ ওলোৱা নাই।

যদিও হাড়ে-হিমজুৱে অসমীয়া, আৰু যদিও তেওঁৰ সাহিত্য, ভাষা, প্ৰকাশ ভঙ্গী, উপমা, যোজনা-ফকৰা, ইত্যাদিত অসমীয়া জীৱনৰ নিখুঁট প্ৰতিবিম্ব পোৱা যায়, তেওঁৰ সাহিত্যত বিভিন্ন ঠাইৰ প্ৰভাৱ বিদ্যমান। পাশ্চাত্য প্ৰভাৱ ইয়াৰ ভিতৰত এটা। পাশ্চাত্যৰ ভাৱধাৰা, সাহিত্যিক ভঙ্গিমা আৰু চানেকিৰ দ্বাৰা বেজবৰুৱাৰ সাহিত্য অনুপ্ৰাণিত আৰু চহকী। পাশ্চাত্য প্ৰভাৱ ভাৰতৰ অন্যান্য প্ৰান্তীয় সাহিত্যৰ ওপৰতো পৰিছিল। ইয়াৰ ফলত প্ৰান্তীয় সাহিত্য কিছুমানত নৱন্যাসৰ সৃষ্টি হৈ সেই সাহিত্যবোৰ ফুলে ফলে জাতিকাৰ হৈ পৰিছিল। এই মন্তব্য অসমীয়া সাহিত্যৰ বেলিকাও প্ৰযোজ্য। মধ্যযুগৰ ভাৰতীয় ধৰ্ম্ম-প্ৰধান ভক্তিমূলক মধুৰ সাহিত্যৰ ঠাইত কলামোদী আৰু ঐহিক আনন্দ ভোগ স্পন্দনেৰে স্পন্দিত আধুনিক ভাৰতীয় সাহিত্যবোৰৰ অভ্যুত্থানৰ গুৰিতে পশ্চিমৰ পৰা পোৱা অনুপ্ৰেৰণা।

বেজবৰুৱাৰ বেলিকা এই প্ৰভাৱ ঘনিষ্ঠতৰ হবৰ বিশেষ কাৰণ আছিল। 'মোৰ জীৱন সোঁৱৰণ" গ্ৰন্থত তেওঁ কলিকতাত বি-এ পঢ়া কালত প্ৰভাৱ বিস্তাৰ কৰা কিছুমান কিতাপ আৰু গ্ৰন্থকাৰৰ কথা বিশেষকৈ উল্লেখ কৰিছে।
"তেতিয়া মই জেনেৰেল এছেম্‌ব্লি কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ পলপ্ৰেভত

'গোল্ডেন ট্রেজাবি অব লিবিক্স' নামব ইংৰাজী কবিতাৰ সংগ্ৰহ মোৰ পাঠ্য। তাৰ উপৰি বাইৰন, শেলি, কীট্‌ছৰ কবিতাবোৰ আৰু কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাবোৰ লিখিছো। মোৰ মনত বহল পথাৰখন বাইৰনৰ কবিতাই কোমলালে, শেলিৰ কবিতাই হাল বালে, কীট্‌ছৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰনাথৰ কবিতাই এনে কৰিলে যে তাত নাহী থাকৰ কঠীয়াৰত্নো কথাই নাই, ৰিহমনা, কোটকোৰা, পথকন্দা বিহলঙনি আৰু চোৰাতকে আদি কৰি যিহকে গুটি হওক পৰিলেই, সিয়েই ভৰভৰ্‌কৈ গজি "মোক চা", "মোক চা" কৈ উঠিব।

অন্য এঠাইতো ভেণ্ডুচালিৰ সুৰত দিয়া কিছুমান সাহিত্যিক নাম লক্ষ্য কৰিব লগীয়া। —"মঠতে শৰ্ম্মা (বেজবৰুৱা) ৰাজনীতিত বাৰ্ক, পিট, ফক্স, দাদাভাই নৌৰজী, সুৰেন্দ্ৰ বানুৰ্জ্জী; দৰ্শনত বেইন মিল, স্পেন্সাৰ, সমাজ সংস্কাৰত ৰাণাদে, কেশৱ সেন; স্ত্ৰীশিক্ষাত টিভৰ্বি স্মিথ; গীতি-কবিতাত বাইৰণ, শেলি, কীট্‌ছ, টেগৰ; আৰু মহা কাব্যত মিল্টন' মধুসূদন হৈ নিজৰ মনৰূপী মহাকাশত প্ৰকাশ হলোঁ। শেক্সপীয়েৰৰ হেমলেট, কিংজন, হেনৰী, আৰু মিড্‌ছামাৰ নাইট্‌ছ ড্ৰীম কলেজত মোৰ পাঠ্য আছিল। হেমলেটৰ আহিত "হেমচন্দ্ৰ" নাম দি এখন নাটক লেখিবলৈ মনস্থ কৰি ভাৰবীয়া, ভাৰবীয়ানীৰ নামবোৰ ঠিক কৰি প্ৰথম অঙ্কৰ মিড্‌ ছামাৰ নাইট্‌ছ ড্ৰীমৰ নিচিনা আন এখন নাট ৰচনাত হস্তক্ষেপ কৰিলোঁ। এইখনৰ নামকৰণ কৰা হ'ল— "দিনৰ সপোন।" দুয়োখনে অৱশ্যে অসম্পূৰ্ণ হৈ থাকি নাইকিয়া হ'ল।

১৮৯০ খৃষ্টাব্দত কলিকতাৰ এছেম্‌ব্লি কলেজৰ পৰা বি, এ পাছ কৰি বেজবৰুৱাই প্ৰেছিডেঞ্চি কলেজত ইংৰাজীৰ এম-এ আৰু ৰিপণ কলেজত ল ক্লাছত নাম লগালে। বহুতো অসুবিধা আহকালৰ ভিতৰত পৰীক্ষা দিব লগীয়া হোৱা বাবে এই দুয়োটা পৰীক্ষাতে তেওঁ অকৃতকাৰ্য্য হল। কিন্তু তেওঁ সেই কালৰ নামজলা আৰু বিদগ্ধ ইংৰাজ পণ্ডিত প্ৰফেচাৰ চাৰ্লচ টনিৰ ( Charles Tawney ) ৰ তলত ইংৰাজীৰ এম-এ পঢ়িছিল।

এইবোৰ অৱশ্যে ছাত্ৰজীৱনৰ পাঠ্যপুথি। কিন্তু এই পটভূমিত চিন্তা কৰিলে, বেজবৰুৱাৰ সাহিত্যত পাশ্চাত্যৰ প্ৰভাৱ প্ৰধানতঃ কোন বাটেৰে আহিছে সেইটো সহজে আৰু সম্যক ৰূপে বুজিব পাৰি। ইংৰাজীৰ এম-এ, পঢ়া ছাত্ৰ এজনে তাৰ বিশাল বস্তুৰাজিৰ মাজত কিমান বৰ্ণিত সমৃদ্ধ স্থাপন কৰিব পাৰে তাক বহলাই কোৱাৰ প্ৰয়োজন নাই। কিন্তু আচৰিত কথা যে, এই ইংৰাজী সাহিত্যই অসমীয়া লিখকজনৰ নিজস্ব চৰিত্ৰ মাৰি পেলাব

াৰিলে। পাশ্চাত্য শিক্ষাই তেওঁৰ অসমীয়া জাতীয়তাবোধ বেচি পুষ্ট-বলিষ্ঠ কৰি তুলিছে।

গোল্ডেন ট্রেজাৰিত পঢ়া বিভিন্ন বেলেদ, আৰু বিশেষকৈ চাৰ ৱাল্টাৰ "Oh Brignal banks are wild and fair" স্কটৰ (জীৱন-গৌৰৱণত উল্লিখিত) এই শাৰী কথাৰে আৰম্ভ হোৱা কবিতাৰ আহিত লিখা বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' নামৰ কবিতাটো ভাব-ভাষা- সম্পাদনত আমাৰ আধুনিক বেলেদ-সাহিত্যৰ এটি উপাদেয় বস্তু হৈছে।

ইংৰাজী নাটকৰ আহিত লিখা "চক্ৰধ্বজ সিংহ" নাটকত অসমৰ কবি শেক্সপিয়েৰৰ প্ৰভাৱ অতি স্পষ্ট আৰু অসমীয়া গ্ৰন্থকাৰে নিজে সেই কথা স্বীকাৰো কৰিছে—বিশেষকৈ প্ৰিয়ৰাম, গজপুৰীয়া আৰু তেওঁৰ লগৰীয়া-বিলাকৰ ওপৰত ইংৰাজী চতুৰ্থ হেনৰী নাটকৰ যুবৰাজ হাল (হেনৰী), চাৰ জন ফলষ্টাফ আৰু তেওঁলোকৰ লগৰীয়াসকলৰ চৰিত্ৰৰ প্ৰভাৱ পৰিছে। ইংৰাজী নাটকৰ ফলষ্টাফ্ এজন পেটাল, মদপী, মিচলীয়া, ভীৰু, আদহীয়া লোক, যুবৰাজ হালৰ অতি অন্তৰঙ্গ সঙ্গী। মদ নহলে ফলষ্টাফ এখন্তেকো ৰব নোৱাৰে। ইয়াৰ বাবে যি ধন লাগে তাক তোষামোদ কৰি যুবৰাজৰ পৰা. নাইবা দৰকাৰ হলে চুৰি ডকাইতি কৰিও সংগ্ৰহ কৰা হয়। ফলষ্টাফে তেওঁৰ প্ৰকাণ্ড শৰীৰেৰে বীৰত্বৰ বঢ়াই কৰি ফুৰে। দৰাচলতে কিন্তু তেওঁ ভীৰু। প্ৰমাণ চাবলৈ বুলি তেওঁৰ যুবৰাজে এদিন ফলষ্টাফ্ আৰু দুজনমান সঙ্গীক নিশা এঠাইত মানুহৰ ওপৰত ডকাইতি কৰিবলৈ লগাই দি ছদ্মবেশেৰে যুবৰাজে অন্য সঙ্গী লৈ আহি ফলষ্টাফক হঁতৰ পৰা ধনৰ টোপোলা কাঢ়ি লৈ যায়। ফলষ্টাফে ভয়তে মৰা ভাওঁ জুৰি পৰি থাকে। অথচ পিচদিনা ক্লাবত মিলিত হোৱাত যুবৰাজৰ আগত আগৰ নিশাৰ প্ৰকাণ্ড যুদ্ধত কেনেকৈ তেওঁ অসংখ্য শত্ৰুৰ লগত যুদ্ধ কৰিছিল. তাৰ গৰিমা যুক্ত বিবৰণী দিয়ে। কোঁৱৰে মনে মনে বৰ আনন্দ পায়। কিন্তু পিচত যেতিয়া কোঁৱৰে সকলো কথা ভাঙি কৈ দিয়ে ফলষ্টাফে কেনেকৈ মৰা ভাও জুৰিলে আৰু তেওঁক (ডকাইত বেশধাৰী যুবৰাজক) এটা আঘাতো নকৰা কথা বিবৰি কলে. তেতিয়া ফলষ্টাফে তৎক্ষণাত কথা ঘূৰাই কৈ পেলালে যে সেই ডকাইটো যে যুবৰাজ নিজেই সেইটো তেওঁৰ সহজ অনুভূতিয়ে কৈ দিছিল কাৰণেই আঘাত নকৰি মৰা ভাও জুৰি পৰি আছিল। কোঁৱৰক হত্যা কৰা পাপ তেওঁ কৰিব নোখোজে।

বেজবৰুৱাৰ নাটকত এই চৰিত্ৰাৱলীৰ মিল আছে। প্ৰিয়ৰাম ডেকা ফুকনে দেউতাক প্ৰধান সেনাপতি লাচিত বৰফুকনক কৈ গজপুৰীয়াকো হাজৰিকা পাতি মুছলমানৰ লগত শৰাইঘাটৰ যুদ্ধক্ষেত্ৰলৈ লৈ আহিল।

কিন্তু যুদ্ধক্ষেত্রত তেওঁ। নবা ভাওঁ জুৰি পৰি থাকিছে কোনো ৰকমে ৰক্ষা পৰিল। অথচ পিচত বৰ কথা। বৰফুকন আৰু ডেকাফুকনৰ আগত গজপুৰীয়াই দাবী কৰি বহিল যে তেওঁ মুছলমান সেনাপতি ফিৰুজ খাঁ আৰু চৈয়দ চানাক বন্দী কৰিলে। ডেকাফুকনে যেতিয়া হাঁহি হাঁহি কয় যে তেওঁ আৰু দেউতাকেহে উক্ত সেনাপতি দুজনক বন্দী কৰিছে তেতিয়া গজপুৰীয়াই প্ৰত্যুৎপন্নমতিত্ব খটাই উত্তৰ দিলে, "তাৰ আগেয়ে, তাৰ আগেয়ে।"

মাতালতা, বৃথা দৰ্প, হীন চৰিত্ৰ, ভীৰুতা সকলো বিষয়তে গজপুৰীয়া আৰু তেওঁৰ সঙ্গী সিদ্ধিৰাম, জপৰা, টকৌ, চৌকোৰ,--ইংৰাজী নাটকৰ ফলষ্টাফ আদিৰ লগত মিলে। এওঁলোকৰ পৰস্পৰৰ ভিতৰত থকা ব্যক্তি-গত ব্যৱধানবিলাকো সুন্দৰ ৰকমে ফুটাই তোলা হৈছে। টকৌ গান গাবাত পাকৈত। আনন্দৰ মুহূৰ্ত্তত গজপুৰীয়াইও পাক দি নাচিব আৰু প্ৰেমৰ গান গাব পাৰে। যুবৰাজ হালে ফলষ্টাফক আৰু তেওঁৰ হীন সঙ্গীসকলৰ লগত খোৱা-পিয়া ধেমালি-ধুমুলা, চলন-ফুৰণ কৰিছিল যদিও তাৰ পৰা ভৱিষ্যতৰ ৰাজ-কাৰ্য্যৰ বাবে মূল্যবান অভিজ্ঞতা আহৰণ কৰিবৰ সুযোগ পাইছিল। ৰাজ্যশাসনৰ গধুৰ দায়িত্ব কান্ধত পৰাৰ আগতে এই তৰুণ যুবৰাজে হিয়া উবুৰিয়াই আনন্দ কৰি জীৱন ভোগ কৰিছিল। এনেদৰে ডেকাফুকনৰ গজপুৰীয়াকে আদি কৰি হীন সঙ্গীবোৰ দেখি দেউতাক পাচিত বৰফুকনে তেওঁৰ পৰিবাৰৰ লগত গোপনতে খেদ কৰিছিল। কিন্তু শৰাইঘাটৰ ৰণত প্ৰিয়ৰামে যি বীৰত্ব, দায়িত্ব আৰু দক্ষতাৰ পৰিচয় দিলে, সেয়ে তেওঁৰ অন্তৰ্নিহিত যোগ্যতা আৰু বিচক্ষণতাৰ পৰিচয় দিয়ে। গজপুৰীয়া আৰু গজপুৰীয়ানীয়ে কৌৰৱ প্ৰিয়ৰামক অন্তৰেৰে মৰম কৰে। চেক্সপীয়েৰৰ নাটকত এই ফালটো বেচি স্পষ্টকৈ দেখুৱা হৈছে। দেউতাকৰ মৃত্যুৰ পিচত যুবৰাজ হাল যেতিয়া ৫ম হেনৰী হৈ ৰাজপাটত উঠে তেতিয়া এই তৰুণ ৰজাই প্ৰিয়সঙ্গী চাৰ জন ফলষ্টাফক ৰাইনীতিৰ প্ৰয়োজনৰ কালৰ পৰা অস্বীকাৰ কৰে। ৰজাৰ এই হৃদয়হীনতাই ফলষ্টাফক অন্তৰৰ গভীৰতম স্থানত আঘাত কৰে। সেই দিনাৰে পৰা বেচেৰা ফলষ্টাফ মৰহি যাবলৈ ধৰে, খাব-শুব নোৱাৰা হয় আৰু শেষত তেনেকৈয়ে মৃত্যু মুখত পৰে। "চতুৰ্থ হেনৰী" নাটৰ দুই খণ্ড আৰু "মেৰী ৱাইভ্‌চ, অৱ উইণ্ডছৰ", নাটকত অৱতীৰ্ণ হোৱা চাৰ জন ফলষ্টাফৰ এনেকৈয়ে অন্ত হয়। গজপুৰীয়াৰ মৃত্যু অসমীয়া নাটকত দেখুৱা হোৱা নাই। অন্য এটা অতি আৱশ্যকীয় বিষয়ত গজপুৰীয়া আৰু ফলষ্টাফৰ ভিতৰত পাৰ্থক্য দেখা যায়। মহাকবি চেক্সপীয়েৰৰ অঙ্কিত হেজাৰ হেজাৰ বিভিন্ন চৰিত্ৰৰ ভিতৰত

ফলষ্টাফেই দ্বিতীয় সৰ্ব্বজন সমাদৃত চৰিত্ৰ, প্ৰথমটো হৈছে হেমলেট। ফলষ্টাফৰ জনপ্ৰিয়তাৰ গুৰিতে তেওঁৰ জীৱন দৰ্শন। তেওঁ মাটিৰ মানুহ, ঐতিহ্য ভোগ কৰি জীয়াই থাকিব খোজে। তেওঁৰ আদৰ্শ নাই; 'সন্মান'ৰ পাছত তেওঁৰ ওচৰত তেনেই কম। তেওঁৰ মতে সন্মানটো এটা শব্দহে, মৃত্যুৰ পিচত মানুহে ইয়াক পায়। তেতিয়া পাওঁতাজনৰ কোনো প্ৰয়োজন নাথাকে। মৃত্যুই তেওঁক গ্ৰাস কৰি পেলায়। এনে হাঁহি উঠা বস্তুৰ (সন্মানৰ) কাৰণে অপেক্ষা কৰি থাকি জীৱন নষ্ট কৰি দিয়াতকৈ জীৱনৰ দিন কেইটা ভোগ কৰি লোৱাই জ্ঞানীৰ কাম। তাকে কৰোতে যদি ডকাইতি, মিছা, ভোটগ্ৰহণ আদিৰ সহায় লব লাগে, তাত কুণ্ঠা থকা উচিত নহয়। প্ৰকৃতিতো খোৱা-খুই আছে। ডাঙৰ চৰাইটোৱে সৰু চৰাইটোক খায়, সৰুটোৱে পোক খায় ইত্যাদি। নহলে জীৱ-প্ৰবাহ নচলে। গতিকে চাৰ জন ফলষ্টাফেও ৰজাৰ লৰাৰ লগত থকা খাতিৰ দেখুৱাই ডাঙৰ লোক পাতি দিম বুলি জাষ্টিচ ছেলা আৰু জাষ্টিছ চাইলেঞ্চৰ পৰা ভোট খাই শেষ পৰ্য্যন্ত যদি তেওঁলোকৰ কাম কৰি দিব নোৱাৰে তেন্তে তাত তেওঁৰ আত্ম-গ্লানি নাহে। এই ঐহিক দৰ্শনৰ কাৰণে ফলষ্টাফক অসংখ্যলোকে ভাল পায, কিয়নো এই জীৱন দৰ্শন জাগতিক দৰ্শন। খোলা হৃদয়ৰ, ভোলানাথ, ফলষ্টাফৰ অন্তৰতো জীয়াৰ প্ৰবৃত্তি বৰ্ত্তমান। তাৰ মাপকাঠিৰে তেওঁ জীৱন নিৰ্ব্বাহ কৰে। তেওঁ মানুহ, তেওঁৰ কোটি কোটি অজহী-বজহী আমি নিজে দেখো।

গজপুৰীয়াকো ফলষ্টাফৰ দৰে আমি ভাল পাওঁ। কাৰণ দুয়োজন লোকেই তেওঁলোকৰ মানৱীয়তাৰ দ্বাৰা আমাক আকৃষ্ট কৰে। কিন্তু গজপুৰীয়াৰ জীৱন দৰ্শনে যেন নাটকত যথেষ্ট পৰিমাণে ব্যাখ্যা পোৱা নাই। কিন্তু ব্যাখ্যা নাপালেও অন্তৰেৰে মানুহ দুজন একে। ফলষ্টাফৰ দৰে আমাৰ গজপুৰীয়াও তেনে সাধাৰণ লোক নহয়। তেৱেঁ। চৰকাৰী কামৰ ভাৰপ্ৰাপ্ত হাজৰিকা। শৰাইঘাটৰ সমৰত সৈন্য সকৰল কৰোতে চাৰজন দুৰ্নীতিৰ আশ্ৰয় লৈ ভোট গ্ৰহণ কৰি কিছুমান লোকক এৰি দি সেই ধনেৰে তেওঁৰ প্ৰিয় বস্তু সুৰাপান কৰিছিল। প্ৰিয়ৰাম ডেকা ফুকনে মৰাভাও জুৰি পৰি থকা গজপুৰীয়াৰ বিষয়ে মন্তব্য কৰে—অনেক দিন মানুহটোৰ লগত মই বং ধেমালি কৰি কটালো। আৰু গজপুৰীয়াক নাপাওঁ। ৰপুৰাৰ গাত যত দোষ থাওক, কিন্তু এনেটো মানুহ আৰু নহব। যদিও গজপুৰীয়া, তোৰ অনেক কাৰ্য্য আচলতে মই কেতিয়াও অন্তৰেৰে সৈতে সমৰ্থন নকৰিছিলো, তথাপি মুঠতে তোৰ গাত কি এটা গুণ আছিল. কি এটা আকৰ্ষণ কৰিব পৰা শক্তি আছিল কব নোৱাৰো, সেই

কার্য্যবোৰত মই ৰং পাইছিলোঁ, তোৰ লগ এৰিব নোৱাৰিছিলোঁ।" এই বৰ্ণনাত চাৰ জনৰ লগত গজপুৰীয়াৰ মিল আছে।

সৈন্য মকৰল কৰিছিল যদি নাটকতখলোইটো ভালদৰে ওলোৱা নাই। 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' নামৰ গ্ৰন্থখনিত বিখ্যাত ইংৰাজ ঔপন্যাসিক চাৰ্লছ ডিকেন্সৰ **Pickwick Papers** পিকউইক পেপাৰ্‌চ্ নামৰ কিতাপখনিৰ প্ৰভাৱ পৰিছে। "কাকতৰ টোপোলা," "ভাৱৰ বুৰবুৰণি," আৰু "ওভতনি"—এই তিনি খনি কিতাপতে কৃপাবৰ বৰবৰুৱা নামৰ কাল্পনিক চৰিত্ৰ এটা পোৱা যায়। ইংৰাজ পিকুউইকৰ জন্মৰ ইতিবৃত্ত আছে। 'ছাপমেন এণ্ড হল' নামৰ প্ৰকাশন-প্ৰতিষ্ঠান এটাই ছেইমূৰ নামৰ চিত্ৰকৰ এজনৰ ব্যঙ্গচিত্ৰ কিছুমানৰ অৰ্থব্যঞ্জন চৰিত্ৰাঙ্কন কৰি দিবলৈ ডেকা ডিকেন্সক ধৰে। চিকাৰ, মাছমৰা, বন্দুক মৰা, ঘোঁৰাত উঠা— ইত্যাদি হাঁহিয়াতৰ পাত্ৰ হোৱা লোক কেইজনমানৰ ক্লাব এটাৰ আলমত এই গল্পবিলাক লিখিব লাগে।

ডিকেন্সে এই প্ৰস্তাৱ গ্ৰহণ কৰে আৰু আংশিক ভাবে তাৰ ঘটনা-যোজনা পৰিবৰ্দ্ধিত কৰি লিখিবলৈ আৰম্ভ কৰে। ফলত পিকউইক ক্লাবৰ জন্ম হয়। এই কিতাপত পিকুউইক, টিপম্যান, স্নদ্‌গ্ৰাছ আৰু উইঙ্কল্--এই চাৰি মহাত্মাৰ কীৰ্ত্তি বা অকীৰ্ত্তি বৰ্ণিত হৈছে। এই চাৰি সিদ্ধৰ নেতা হ'ল মিষ্টাৰ পিকুউইক। প্ৰকৃততে এওঁলোক তেনেই অপদাৰ্থ লোক। কিন্তু তেওঁলোকে সেইটো স্বীকাৰ নকৰি নিজৰ শক্তি আৰু পাৰ্গতালিৰ বৰাই কৰে। পদে পদে অৱশ্যে তেওঁলোক হাঁহিয়াতৰ পাত্ৰ হয়। নিচেই সাধাৰণ আৰু তুচ্চ কথাকে এই তুচ্চ চাৰি সিদ্ধই গাম্ভীৰ্য্য-পূৰ্ণ নামেৰে নামাকৰণ কৰে আৰু যেতিয়া তেওঁলোকে অনিশ্চিত ভাবে বিপৰ্য্যয়ৰ সন্মুখীন হব লগা বা বিপদগ্ৰস্ত হয়, তেতিয়া নীৰৱে সেইবোৰ সহ্য কৰি মহত্ত্বৰ পৰিচয় দিয়ে। খেৰৰ মানুহ এই কেইজনৰ মুখত বীৰ দৰ্প। পাণ্ডিত্যৰ নতুন আৱিষ্কাৰ, ক্ৰীড়াবোদী ৰণকৌশল—কোন বিষয়ত এওঁলোকে অৱস্থাৰ সুযোগ লবলৈ চেষ্টা কৰা নাই ? অথচ ভাগ্য এনেহে যে প্ৰত্যেক ক্ষেত্ৰতে ঘটনা চক্ৰত পৰি তেওঁলোক অপমানিত হৈ নীৰৱ হব লগা হয়। কিন্তু তেওঁলোকৰ তিক্ততা নাই। এটা নিৰ্দ্দিষ্ট স্তৰত তেওঁলোকৰ উদ্ভাৱনা শক্তি বা ব্যৰ্থতাক পাহৰি পুনঃ সুখে শান্তিৰে বাস কৰিব পৰা শক্তিও কম নহয়। 'পিকুউইক পেপাৰ্‌চ্‌ত প্ৰাৰম্ভ পৰি-কল্পনা শেষলৈ বহুল ভাবে পৰিবৰ্দ্ধিত হয়গৈ। তাত বহুতো কথা উপকথা, গল্প-সাধু, ঘটনা বৈচিত্ৰ্য, প্ৰণয়-প্ৰবাদ সোমাই পৰে। বিশেষকৈ চাম ৱেলাৰ নামৰ পিকুউইক ভাওৰীয়াৰ ভৃত্যটোৰ প্ৰবেশে কিতাপখনিৰ

আৰু গল্প-কাহিনীৰ আমূল পৰিবৰ্ত্তন ঘটাই দিয়ে। এই পৰ্য্যন্ত যিবিলাক অসাৰ, ক্ষুদ্ৰ, হৃদয়হীন পেংলাই আছিল, সেই আটাইবোৰে গভীৰ মানবীয় তাৎপৰ্য্য-প্ৰাপ্ত হৈ পাৰে, কিতাপখনৰ ওজন বাঢ়ে আৰু ইংৰাজ জাতিৰ স্বকীয় গুণ বাজিৰ মধুৰ নিদৰ্শন ব্যক্ত হবলৈ ধৰে। সুখ-দুখ হৰ্ষ-বিষাদ, আপদ-বিপদ—সকলোতে থকা ঘৰুৱা ইংৰাজ সহনশীলতা, সাম্য, হাঁহি-ৰগৰ, মাধুৰ্য্য ইত্যাদিৰে এই কিতাপৰ বহুৰালি ৰূপান্তৰিত হৈ ইংৰাজ মানবীয়তাৰ মধুৰ চানেকি হৈ পৰে। 'পিক্‌উইক, কাকতৰ টোপোলাৰ নিচিনা চহকী সম্ভাৱনা-সম্ভাব্যৰ দ্বিতীয় গ্ৰন্থ ডিকেন্সৰ নাই। কৃপাবৰ বৰবৰুৱাৰ তেনে কোনো ক্লাব নাই। তেওঁৰ কুষ্ঠিৰ নাম কৃপা, যাকে যাতে কিৰিপ বুলি আৰু কোনো কোনোৱে কেৰপাই বুলিও পেংলাই কৰে। বৰবৰুৱা তেওঁ নিজে লোৱা উপাধি। ইংৰাজ আমোলত অনা মানুহে যদি খুচি মতে উপাধি সলাব পাৰে, তেন্তে তেওঁ কিয় নোৱাৰে ?

'কাকতৰ টোপোলা' আৰম্ভ কৰাৰ আগতে বৰবৰুৱাৰ যশস্যা বতি-ফুটি গৈছে। কৃপাবৰ বৰুৱা বৰ কথকু লোক। আকাশৰ তলত থকা যি কোনো বিষয়তে তেওঁ তেওঁৰ শেষ মন্তব্যটো ঠিক কৰি থৈছে। তেওঁ বিদ্বান লোক আৰু তেওঁৰ অধ্যয়নৰ পৰিধিও ব্যাপক। মুঠতে মিঃ পিক্‌-উইকতকৈ শিক্ষাই-দীক্ষাই কৃপাবৰ বহুত আগবঢ়া। পিচত জন্ম বাবেই হয়তো তেওঁৰ জ্ঞানৰ পৰিধি বহল হবলৈ সুবিধা পাইছে। মহামতি কৃপাবৰ বৰবৰুৱাক সংঘ, সভা বা ক্লাব্‌ কেলেই লাগিছে ? তেওঁ এজনেই এশ। মিষ্টাৰ পিক্‌উইকে পদে পদে নিজৰ ধৃষ্টতা ধৰা পৰা হেতুকে হাঁহিৰ উদ্ৰেক কৰিছে। টিকনিধাৰী কৃপাবৰে সমাজৰ আৰু লোকৰ ক্ৰুটি, বিচ্যুতি, কুসংস্কাৰ, অন্ধসংস্কাৰ, সোৰোপালি, পশ্চিমৰ অন্ধঅনুকৰণ, সাম্প্ৰদায়িক সমস্যা, জাতীয় ঐক্য, স্ত্ৰীশিক্ষা, স্ত্ৰীস্বাধীনতা, ভাষা-সাহিত্য, কবিতা, আলোচনী, সাজ-পাৰ, আচাৰ-ব্যৱহাৰ আদি সমকালীন সমাজৰ সকলো প্ৰকাৰ সমস্যাৰ বিষয়ে তেওঁক মূল্যবান মন্তব্য দি সমাজক ঠিক পথেৰে নিবলৈ চেষ্টা কৰিছে। এইখিনিতে পিক্‌উইক আৰু কৃপাবৰৰ ভিতৰত এটা পাৰ্থক্য চকুত পৰে। ইংৰাজী কিতাপখন তেনে উদ্দেশ্যধৰ্মী নহয়, সমাজ সংস্কাৰ কৰাটোৱেই তাৰ প্ৰধান লক্ষ্য নহয়। মানৱ চৰিত্ৰ অঙ্কন কৰি জাতীয় চৰিত্ৰ ফুটাই তোলা আৰু সৃজনীমূলক কথাৰ দ্বাৰা আবেগিক আনন্দ দান কৰাই ইয়াৰ প্ৰধান উদ্দেশ্য। 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা', 'ওভতনি', আৰু 'ভাবৰ বুৰবুৰণি'ৰ বিষয়ে এই কথা কব নোৱাৰি। কাকতৰ টোপোলাত থকা সমাজিকত বৰবৰুৱাক তেওঁৰ মিত্ৰ যৰদুতে নি যিবিলাক দৃশ্য দেখুৱাইছে তাত দেখা যায়—কোনো ভণ্ড ব্ৰাহ্মণ,

অত্যাচাৰী সত্ৰাধিকাৰ, ভেটিখোৰ লোক, গপাল পণ্ডিত ইত্যাদিক ৰবৰ দূতে ধৰি নি বিভিন্ন ধৰণৰ শাস্তি দিছে। এই সমাজিকটো পঢ়িলে স্বাভা-বকতে ইংৰাজ সাহিত্যিক এডিছনৰ "Dream," "Vision of Mirzah" আদি ৰচনালৈ মনত পৰে। এই সমাজিকৰ দ্বাৰা বৰবৰুৱাই সই সেই দোষবোৰ সমাজৰ পৰা আঁতৰাব খুজিছে। পিকুউইকৰ দৰে, মাখোন হাঁহিৰ নিমিত্তে লিখা কথা যে টোপোলাত বা বুৰ্বুৰণিত বা ওভতনিত নাই, তেনে নহয়। ওভোতনিত থকা "অশ্বাৰোহণ" শীৰ্ষক প্ৰবন্ধ পঢ়িলে মিষ্টাৰ পিক্উইকে সদলবলে ঘোঁৰাত উঠি ৰাগী চলাই (Manor farm) মেনৰ ফাৰ্ম্মলৈ যাওঁতে ঘোঁৰা চলাব নজনা বাবে তেওঁৰ আৰু তেওঁৰ বিখ্যাত সঙ্গী কেইজনাৰ কি দুগতি হৈছিল তালৈ মনত পৰে দিচাংমুখৰ পৰা ৰংপুৰলৈ এই ন মাইল বাট ঘোঁৰাত উঠি যাওঁতে যি তিক্ত অভিজ্ঞতা হৈছিল তাৰ পৰা বৰবৰুৱাই দিচাংমুখীয়া ঘোঁৰাত আৰু কাহানিও নুঠো বুলি শপত খালে। কিন্তু বোধহয় ঘোঁৰাযো মনে মনে প্ৰাৰ্থনা কৰিছিল যে তেনে আৰোহী যেন আৰু কেতিয়াও পিঠিৰে বব লগীয়া নহয়।

কাকতৰ টোপোলাৰ পিক্উইক কাকতৰ লগত থকা সাদৃশ্যটো নিতান্ত তৰল। কোনো গভীৰ সাহিত্যিক অৰ্থত অসমীয়া কিতাপখন ইংৰাজীখনৰ বংশধৰ বুলিব নোৱাৰি। অসমীয়া কৃপাবৰ ইংৰাজ পিক্উইকতকৈ বহুত বেচি প্ৰগল্ভ, বহুত বেচি চোকা, বহুত কথাৰ সন্দেহ পোৱা। কিন্তু মূলতঃ পিক্উইক অভিনেতা বা কৰ্ত্তা; কিন্তু কৃপাবৰ বক্তা, সমালোচক, টীকাকাৰ। পিক্উইকৰ কৰ্ম্মৰ বা অৰ্দ্ধসমাপ্ত বা কুসমাপ্ত কৰ্ম্মৰ পৰাই হাঁহিৰ উদ্ৰেক হয়। মিষ্টাৰ পিক্উইকে নিজে বা তেওঁৰ অপদাৰ্থ সঙ্গী তিনিজনৰ বিষয়ে যে কোনো ধৰণৰ মন্তব্য পোষণ নকৰে, তেনে নহয়। কিন্তু ধৰা নপৰা পৰ্য্যন্ত যথাবিহিত গাম্ভীৰ্য্যসহকাৰে তেওঁ চলে। যেতিয়া ধৰা পৰিল, তেতিয়া সেইটো পাহৰি পেলোৱাই শ্ৰেয়ঃ, সেই বিষয়ে এটা মাতো তেওঁ নামাতে। ডাঙৰীয়া কৃপাবৰ বাগ্মী, ভাষাপটু। ফকৰা-যোজনা, সংস্কৃত, ইংৰাজী, অসমীয়া, বঙালী, হিন্দী, বিভিন্ন ভাষাৰ আপ্তবাক্য—এই আটাইবিলাকেৰে তেওঁৰ ব্যক্তিত্ব জটিল, চহকী আৰু সমৃদ্ধ। এইবিলাকৰ কথা তেওঁ নিজে নিজে কৈ গৈছে, নাইবা নবাই, জয়ধ্বজ আদি শিষ্যৰ লগত হোৱা প্ৰশ্ন আৰু উত্তৰৰ আকাৰে প্ৰকাশ কৰিছে। কৃপাবৰ ৰসিক, তেওঁ সমাজৰ দীনতা, ত্ৰুটী, ব্যক্তিৰ পদস্খলন, ইত্যাদিক বিদ্ৰূপ কৰি হাঁহিছে। স্থান বিশেষে তেওঁক কৰ্কশ যেন দেখি, নাইবা তেওঁৰ সমালোচনা অন্তহীন, নেতিবাচক তৰ্ক-যুদ্ধ যেন লাগে। কিন্তু সৰ্বাচলতে কৃপাবৰ ডাঙৰীয়াৰ হৃদয় গভীৰ দেশপ্ৰেম আৰু দৃঢ়

আত্মসন্মান জ্ঞানেৰে উদ্বুদ্ধ। অসমীয়া জাতিৰ এটা সন্ধিক্ষণত কৃপাবৰে কৃপা কৰি জন্মগ্ৰহণ কৰে। পশ্চিমীয়া সভ্যতা আৰু ওচৰ চুবুৰীয়া বঙ্গদেশৰ ৰংচঙত পেপুৰা লগা অসমীয়ালৈ সাহস আৰু আত্মবিশ্বাস আনে এইজনা পুৰুষেই। শঙ্কৰ-মাধৱ-দামোদৰ–ভট্টদেৱৰ দেশ অসমৰ অন্তৰ্নিহিত শক্তিৰ উমান ধৰাই দি জাতিটোক পুনঃ প্ৰতিষ্ঠা কৰাই কৃপাবৰৰ কলমৰ উদ্দেশ্য। গতিকে তেওঁৰ লিখনিসমূহ নেতিবাচক নহয়। ইংৰাজীত পিক্ উইক আৰু তেওঁৰ সঙ্গীসকলৰ আচৰণক কেন্দ্ৰ কৰি হাঁহিৰ থুনুপাক ৰচিত হৈছে। কিন্তু মানুহ হিচাবে তেওঁলোকৰ ত্ৰুটী ক্ষমা কৰিব আৰু তেওঁলোকক ভাল পাবও পাৰি। ইংৰাজ জাতিৰ স্বষ্ঠ ৰগৰ, হাঁহি মাত, উদাৰতা, প্ৰেম, সহৃদয়তা, দুৰ্ব্বলতা ইত্যাদি বহুমুখী সম্ভাৱ আৰু ঘটনাৰ বৈচিত্ৰতা তেওঁবিলাকৰ জৰিয়তে প্ৰকাশ পাইছে। কৃপাবৰ ডাঙৰীয়াৰ টোপোলাত মানৱতাৰ বৈচিত্ৰ কম। কিন্তু ডাঙৰীয়াই মাতব্বৰী কৰিবৰ অধিকাৰ স্বতঃসিদ্ধভাবে পাবৰ উপযুক্ত। উনৈশ শতিকাৰ শেষৰ অসমীয়া সমাজখন ডাঙৰীয়াই বিমান ঘনিষ্ঠ ভাবে জানে তাক তেওঁৰ টোপোলাত থকা অসমীয়া জতুৱা ঠাঁচ বা খণ্ডবাক্য ইত্যাদিৰ পৰা বলিয়াকৈ বুজিব পাৰি। অসমীয়া গাৱঁলীয়া, চহৰীয়া, মধ্যবিত্ত, সম্ভ্ৰান্ত শ্ৰেণীৰ সকলো ধৰণৰ লোকৰ চাল-চলন, আচাৰ-প্ৰকৃতি, দুৰ্ব্বলতা-শক্তি—আটাইবোৰ ডাঙৰীয়াৰ দূৰবীক্ষণত ধৰা নপৰাকৈ থকা নাই। অকল অসমীয়া জীৱনতে আবদ্ধ নাথাকি বৰবৰুৱাই আধুনিক ভাৰতৰ জাতীয় আন্দোলন, তাৰ নেতা আৰু নীতি, স্বষ্ঠ জাতীয়তাবাদ ইত্যাদিকে আনিদু কৰি সামাজিক আৰু ব্যক্তিগত দৰ্শন আৰু তাৰ সমস্যাসমূহ পৰ্যন্ত সামৰিবলৈ ধৰিলে। বৰবৰুৱাৰ ভাবৰ বুৰ্ব্বুৰণিত টোপোলাৰ ৰগৰৰ ঠাইত সূক্ষ্ম আৰু জটিল ব্যঙ্গ ব্যৱহাৰ হবলৈ ধৰিলে। ই অৱশ্যে বেজবৰুৱাৰ পক্ক অৱস্থাৰ লিখনী। ব্যক্তি বিশেষৰ প্ৰতি পৰোক্ষ বক্ৰোক্তি যে সমূলি নাই, তেনে নহয়। বুৰ্ব্বুৰণিৰ 'মনুষ্য-পুৰাণ'ৰ কোনো কোনো অংশত মহামতি কৃপাবৰে ব্যক্তি বিশেষৰ পঙ্কিল চিত্ৰাদি মানৱৰ জটিলতাত বিস্ময় প্ৰকাশ কৰি ইংৰাজ কবি আলেকজেণ্ডাৰ পোপৰ এটা পংক্তি সামান্য পৰিবৰ্জিত কৰি উদ্ধৃত কৰিছে—Greater (proper) study of mankind is man (মানুহ বুজিবলৈ হলে, মানুহৰ অধ্যয়নেই নিত্যান্ত দৰ্কাৰ)। বুৰ্ব্বুৰণিৰ "নোবেল প্ৰাইজ" নামক ৰচনাত কৃপাবৰে তেওঁৰ হাস্যৰসৰ লক্ষণ আৰু লক্ষ্য নিৰ্ণিত কৰিবলৈ কৈছে—"এই পৃথিবীত তিনিজন মানুহে হাঁহিব জানিছিল। প্ৰথম জন পুৰণিকলীয়া গ্ৰীচ দেশত আছিল, তেওঁৰ নাম এৰিষ্টফেন্‌চ (Aristophanes), দ্বিতীয়জন স্পেইনত আছিল, তেওঁৰ নাম চাৰ্ভেণ্টিচ (Cervantes) । তৃতীয়জন জন বুলৰ দেশত আছিল

তেওঁৰ নাম জনাথান ছুইফ্‌ট (Gonathan Swift)। চতুৰ্থজনৰ কথা নকলেও হ'ব, কাৰণ তেওঁ তোমালোকে হাতে চুকি পোৱাতে। এই কথাই তেওঁৰ হাস্যৰস যে কাম্য আৰু সাধাৰণ বস্তু তাকো প্ৰমাণ কৰে।

কৃপাবৰ বৰবৰুৱা আৰু তেওঁৰ কাকতৰ টোপোলা, ওভোতনি, বুৰ্বুৰণি আদি আধুনিক যুগৰ। এইবোৰত পশ্চিমীয়া সাহিত্যৰ প্ৰভাৱ যে পৰিছে, তাত সন্দেহ নাই। হাঁহি তুলিব পৰা সাহিত্যিক চৰিত্ৰ অসমীয়া সাহিত্য আৰু পৰম্পৰাত "ভীমচৰিত"ৰ দিনৰে পৰা আছে। কৃপাবৰে নিজেও স্থান বিশেষে নিজক মহাদেব, বৰবৰুৱানীক পাৰ্ব্বতী আদি আখ্যা দিছে। মহাদেৱৰ ভাঙৰ চিলিম, ভঙুৱাই চিলিমত হোপা মাৰোতে বম্ বম্ কৰা— ইত্যাদিৰ উল্লেখ নথকাও নহয়। কৃপাবৰৰ কথা-বতৰা আচাৰ-ব্যৱহাৰ আদিত যি অতিৰঞ্জন আছে সি কিমান পৰিমাণে ধনুৱা বস্তু আৰু অসমীয়া সাহিত্যিক পৰম্পৰাৰ অন্তৰ্গত সেইটো এতিয়াও ভালদৰে নিৰ্ণীত হোৱা নাই। কিন্তু এই চৰিত্ৰ মোল অনাই যে বাহিৰৰ নহয়, সেইটো নিৰূপণ।

বেজবৰুৱা সাহিত্যত পাশ্চাত্য প্ৰভাৱ বিচাৰ কৰিবলৈ যাওঁতে এই প্ৰধান সূত্ৰটোৱে ধৰা পৰে—তেওঁ পশ্চিমত আত্ম-বিক্ৰয় কৰা নাই। জাতিবিলাকৰ পৰস্পৰৰ ভিতৰত সাহিত্যিক প্ৰভাৱৰ আদান-প্ৰদান একো দূষণীয় কথা নহয়। বৰং তেনে ধৰণৰ লোৱা-দিয়াৰ পৰা নতুন প্ৰাণৰ সঞ্চাৰ হয়। কিন্তু আনৰ পৰা লোৱা সামগ্ৰিক নিজৰ তেজ-মাংসৰ ভিতৰত সুমাই লব লাগে। *বেজবৰুৱাই এইটো কৰিব পাৰিছিল। তেওঁৰ বাক্য বিন্যাস, শব্দকোষ, উপমা, ঠাঁচ ইত্যাদিৰ পৰা তেওঁৰ সাহিত্যত এটা নিখুঁট অসমীয়া বা-বতাহ পোৱা যায়। বহুত সময়ত অসমীয়া-করণটোৰ মাত্ৰা কিছু বেছিয়েই হৈছে যেন বোধ হয়। পাশ্চাত্য দেশৰ চিন্তাধাৰাক পৰীক্ষা নকৰাকৈ তেওঁ গ্ৰহণ কৰা নাই। ইংৰাজীৰ এম, এৰ কাৰণে অধ্যয়ন কৰা এই সাহিত্যিকজনৰ অসমীয়া বৈষ্ণৱ সাহিত্যৰ সংস্কৃত ধৰ্ম্মশাস্ত্ৰ আৰু ভাৰতীয় নিদৰ্শনৰ বিভিন্ন ধাৰাৰ লগত থকা গভীৰ অধ্যয়নে ভাৰসাম্য ৰক্ষা কৰিছে। তেওঁৰ স্বকীয়া প্ৰকাশভঙ্গীয়ে বাহিৰৰ প্ৰভাৱকো অসমীয়া কৰি পেলাইছে। কৃপাবৰ বৰুৱাৰ জৰিয়তে, বেজবৰুৱাই সম-সাময়িক কালৰ দাৰ্শনিক, সামাজিক, অৰ্থনৈতিক—বিভিন্ন ধৰণৰ সমস্যা বা বিতৰ্কমূলক কথাৰ আলোচনা কৰি তাৰ ওপৰত উদ্ভূত মতামত দি যুগতত্ত্ব বুজাবৰ চেষ্টা কৰিছিল। তেওঁৰ শেষ বয়সৰ ৰচনা-বিলাকত থকা চিন্তাৰ ধৰণ আৰু ৰচনাশৈলী উভয়ে ওপ মানদণ্ড। কিন্তু মূলতঃ সেই ৰচনাবোৰ সামাজিক জীৱনৰ বিভিন্নকালৰ সমালোচনা।

পিক্ উইকত থকা হাঁহিতকৈ ইয়াৰ হাঁহি অলপ ভিন্নধৰণৰ—ইয়াত আনক খৰ্ব্ব কৰি হঁহাৰ প্ৰবৃত্তি বেছি। কিন্তু ৰচনাবিলাকৰ ভিতৰত প্ৰকাশ চাতুৰ্য্য, বিষয়-সম্ভাৰ, আদিৰ প্ৰচুৰ ব্যাপ্তি আছে। বেজবৰুৱাই এটা স্বকীয়া জতুৱা ঠাঁচ তৈয়াৰ কৰিবলৈ চেষ্টা কৰিছিল আৰু তাত কৃতকাৰ্য্যও হৈছিল। কিন্তু স্থানবিশেষে ইংৰাজী ভাষাৰ বাক্যবিন্যাসো তেওঁৰ কলমে গ্ৰহণ কৰা নাই। মুঠতে ব্যঙ্গ ৰচনা সাহিত্যৰ ভৱিষ্যতে অসমীয়া সাহিত্যত চলিত জীৱনৰ লগত সংঘাত ঘটোৱা লোকজন হল—সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। তেওঁৰ ওখ, স্বাধীনচিতীয়া ব্যক্তিত্বই তাত সোণৰ ৰহণ চৰাইছিল।

# বেজবৰুৱাৰ সাধু

নন্দ তালুকদাৰ

লিখিত সাহিত্য সৃষ্টি হোৱাৰ আগতে ভাষাৰ জন্মৰ লগে লগে অলিখিত সাহিত্যৰ জন্ম। অলিখিত বা জন সাহিত্যৰ জন্ম পদ্য আৰু গদ্যৰ ৰূপত। সকলো সাহিত্যৰ আদি ৰূপ পদ্য। অলিখিত, কথিত বা গদ্য সাহিত্যৰ ৰূপ হল সাধু কথা। মানুহৰ মুখে মুখে পৰম্পৰাগত ক্ৰিয়াপে চলি অহা সাধু কথা পুৰণি হৈও পুৰণি নহয়। হাজাৰ হাজাৰ বছৰ পাগৰি গলেও শিশুৰ হাঁহি চিৰ নতুন, পুৰণি নহয়। হাজাৰ হাজাৰ বছৰ বাগৰি আহিলেও সাধুকথা পুৰণি নহয়, চিৰ নতুন।

ভিন ভিন দেশত সাধু কথাৰ ভিন ভিন নাম। ইংৰাজী সাহিত্যত Folk tales, Legends, বঙালী সাহিত্যত 'ৰূপ কথা', 'আষাঢ়ে গল্প' আৰু অসমীয়াত 'সাধুকথা বা 'সাধু' কোৱা হয়।

সাধু কথাবোৰত শিশু মনৰ পৰিচয় প্ৰকাশ পায়। কোনোটোত ৰং-বেৰঙ কল্পনাৰ সমাবেশ, কোনোটোত অতিলৌকিক জগতখনৰ কথা, কোনোটোত নীতি উপদেশ আৰু কোনোটোত এক অৱস্থাৰ কথা। জড় জগত আৰু জীৱ জগতৰ কথাই সৰহ ভাগ সাধুৰ প্ৰধান উপজীব্য।

বিভিন্ন দেশৰ শিশুৰ মনোজগতৰ প্ৰতি লক্ষ্য ৰাখি সৃষ্টি কৰা এই সাধুবোৰৰ মাজত এটি সামঞ্জস্য দেখা যায়। সৰহ ভাগ দেশৰে সাধু জীৱ জন্তুক লৈ ৰচনা কৰা। জড় জগতৰ কথাও সাধুবোৰৰ প্ৰধান উপজীব্য। সাধুৰ মাজেৰে নীতি উপদেশ দিয়াৰ লোভ বহুতো সাধু কথা সৃষ্টাই সামৰিব পৰা নাই। শিয়াল, কাউৰী, বান্দৰ, বাঘ হাতী, চৰাই, নৈ পৰ্ব্বত, ৰবগছ বিভিন্ন দেশৰ সাধুৰ নায়ক।

উদ্দেশ্য আৰু লক্ষ্য বিবেই নহওক সাধুকথাই কেৱল শিশু মনৰ খোৰাক যোগোৱা বুলি ভাবিলে ভুল হব। নৃতত্ত্ব, ভূতত্ত্ব আৰু জীৱতত্ত্বৰ উৎস যে এই সাধু কথাবোৰ সেই বিষয়ে সন্দেহ নাই। পৃথিবীৰ জন্ম কেনেকৈ হল, ভুঁইকপ কিয় হয়, পৃথিবীলৈ ৰবগুণ কেনেকৈ আহিল, গছে কিয় কথা কব নোৱাৰে, চন্দ্ৰৰ গাত দাগ কিয়, চন্দ্ৰ সূৰ্য্য গ্ৰহণ কিয় হয়, সাপৰ গাত কিয় ঠেং নাই, পৃথিবীলৈ জুই কেনেকৈ আহিল—এনে ধৰণৰ বহুতো

কথাৰ উৎস সাধুকথাৰ মাজত পোৱা যায়। অকল আমাৰ দেশৰ সাধুতে যে এনেবোৰ কথাৰ সন্ধেদ পোৱা যায় এনে নহয়। পৃথিবীৰ বিভিন্ন দেশৰ সাধুতো এনেবোৰ কথাৰ সন্ধেদ পোৱা যায়।

কালজয়ী আৰু সাৰ্ব্বজনীন আবেদন সাহিত্যৰ লক্ষণ। জীৱজন্তুৰ স্বভাবো যুগে যুগে একেই আছে। কাউৰী, শিয়াল আদি অপৰিবৰ্ত্তনীয়, কিন্তু মানুহ পৰিবৰ্ত্তনশীল। মানুহৰ মনৰ পৰিবৰ্ত্তন হৈছে যদিও সাধুকথা চিৰন্তন ৰূপেৰে একেদৰেই আছে। Legends বোৰৰ সৃষ্টি সাধাৰণতে ৰৰঞ্জীৰ পটভূমিত আৰু ইয়াৰ এটা ভৌগোলিক পৰিবেশ আছে। সাধুকথাই সাৰ্ব্বজনীন (Universal) আৰু পৃথিবীৰ আদিম অৱস্থাৰ (Primitive) সন্ধান দিব পাৰিছে। সকলো দেশতে সাধুকথাৰ গঠন আৰু আকৃতি একেই।

জীৱ জন্তুৰ সাধুৰ লগতে পৰীৰ সাধুবোৰ মন কৰিব লগীয়া। আনহাতে ধেমেলীয়া গল্পত টেটোন মুখ্য ব্যক্তি। দেশৰ পৰিস্থিতিৰ লগত মিলাই সাধুকথাৰ সৃষ্টি হয়। সেইবাবে আমাৰ দেশত ৰাক্ষসবৰ সাধু কিছু কম। কিন্তু কিছুমান দেশত ৰাক্ষসৰ সাধু বেচি। আৰব দেশত আকৌ পৰীৰ সাধু সৰহ। আমাৰ দেশতো পৰীৰ সাধু নোহোৱা নহয়। আমাৰ দেশত জীৱ আৰু জড় জগতৰ পৰা সৃষ্টি হোৱা সাধুৰ সংখ্যাই সৰহ। সকলো দেশতে উপমা বা প্ৰতীক গ্ৰহণৰ ক্ষেত্ৰত এনে ধৰণৰ সাৰ্ব্বজনীন গুণ থকা জীৱ জন্তুৰ কাহিনী গ্ৰহণ কৰা হয়। মঙ্গল চোৰা, মেজিক্ দেখুৱা আদি কাৰ্য্যৰ লগতো সাধুকথাৰ সম্বন্ধ আছে। এনে তৰহৰ সৰহ ভাগ সাধুৱে জীৱজন্তু সম্বন্ধীয়।

বিভিন্ন দেশত ভিন ভিন জীৱ জন্তু লৈ সাধুকথা সৃষ্টি হয় যদিও অসমত বিশেষকৈ বান্দৰ, মেকুৰী, শিয়াল আৰু বাঘৰ সাধুই সৰহ। হাতীৰ বিষয়ে কিছু কিছু সাধু পোৱা যায়। শুকুলা হাতীৰ লগত ভাৰতীয় সংস্কৃতিৰ প্ৰভাব মন কৰিব লগীয়া।

পঞ্চতন্ত্ৰৰ সাধু, কথা সৰিৎ সাগৰৰ সাধু, আৰু বুদ্ধ জাতকৰ সাধু প্ৰাচীন ভাৰতীয় সাধুকথাৰ নিৰ্দ্দৰ্শন। ভাৰতীয় ঐতিহ্যৰ পৰম্পৰা বহনকাৰী এনেবোৰ সাধুৰ নীতি উপদেশৰ লগতে আনন্দৰ খোৰাক যোগোৱা অন্যতম লক্ষ্য।

অসমীয়া সাহিত্যত মানুহৰ মুখে মুখে চলি অহা সাধুবোৰৰ লিখিত ৰূপ পায় পোন প্ৰথম অৰুণোদই যুগৰ পিচত। অৰুণোদই কাকতত মিছনাৰীসকলে শিশুৰ উপযোগীকৈ ভালেমান বাইবেলৰ সাধু ৰচনা কৰিছিল। অৰুণোদইত বিভিন্ন সাধু প্ৰকাশ কৰাৰ উপৰিও ডক্টৰ নাথান ব্ৰাউনৰ পত্নী এলিজা ব্ৰাউনে এখনি সাধুৰ পুথি ৰচনা কৰিছিল। এইখনেই প্ৰথম সাধুকথাৰ সংকলন।

অসমীয়া সাধু কথাই এটি স্থায়ী আৰু নিৰ্দিষ্ট গঢ় লয় বেজবৰুৱাৰ লিখনিত। 'জোনাকী'ৰ ভবিষ্যতে সঞ্চালনিকৈ অসমীয়া সাহিত্যত নৱন্যাসৰ সূচনা কৰা বেজবৰুৱা এগৰাকি বহুমুখী প্ৰতিভাশালী ব্যক্তিত্বসম্পন্ন লোক। অসমীয়া সাহিত্যৰ সঙ্কটৰ কালছোৱাত সাহিত্যৰথী ধনুৰ্দ্ধৰ বেজবৰুৱাই অসমীয়া সাহিত্যৰ অৱস্থানৰ বাবে কঁকালত টঙালি বান্ধি উঠিপৰি লাগিব লগা হৈছিল। বেজবৰুৱা এই সঙ্কটপূৰ্ণ কালছোৱাৰ প্ৰকৃত পক্ষে এগৰাকি সাহিত্যৰথী, প্ৰবল যুজাৰু। বেজবৰুৱাৰ আন সকলো সম্ভাষণতকৈ সেইবাবে সাহিত্যৰথীহে প্ৰকৃত সম্ভাষণ।

এই সঙ্কটপূৰ্ণ কালছোৱাৰ প্ৰতি লক্ষ্য ৰাখি অসমীয়া সাহিত্যৰ অৱস্থানৰ বাবে, বেজবৰুৱাই নাটক, চুটি গল্প, উপন্যাস, কবিতা, জীৱনী, তত্ত্বগধুৰ গ্ৰন্থ আৰু শিশু সাহিত্য ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিছিল। বেজবৰুৱাৰ লেখিয়াকৈ বিধে বিধে সাহিত্য সৃষ্টি কৰি লৰাৰ পৰা বুঢ়ালৈকে সকলোকে সমানে খোৰাক যোগাব পৰা লিখক অসমীয়া তথা ভাৰতীয় সাহিত্যতে বিৰল। বেজবৰুৱাই অসমীয়া সাহিত্যলৈ কি দান দিছিল বুলি প্ৰশ্ন নকৰি কি দিয়া নাছিল বুলি কলেহে বক্তিতা খাব।

অসমীয়া সাহিত্যৰ বিভিন্ন স্তৰত বৰঙণি যোগোৱা বেজবৰুৱাৰ শিশু সাহিত্যৰ পুথি তিনিখনি – বুঢ়ী আইৰ সাধু (১৯১১ খৃঃ), ককাদেউতা আৰু নাতি লৰা (১৯১২ খৃঃ) আৰু জুনুকা (১৯১৩খৃঃ)। অৱশ্যে এই তিনিখন পুথি বেজবৰুৱাৰ মৌলিক ৰচনা নহয়। মানুহৰ মুখে মুখে চলি অহা ককাদেউতা আৰু বুঢ়ী আইতাৰ মুখৰ কথাবোৰকে তেওঁৰ নিজ ভাষাৰে লিখিত ৰূপ দিছে। পুথি তিনিখনিৰ সাধুবোৰ মানুহৰ মুখে মুখে চলি অহা সাধুৰ সংকলন হলেও সাধুবোৰৰ প্ৰকাশ ভঙ্গী আৰু ভাষাত বহুমুখী প্ৰতিভাশালী বেজবৰুৱাৰ প্ৰতিভাৰ পৰিচয় প্ৰকাশ পাইছে।

সাধুবোৰক বেজবৰুৱাই বহল অৰ্থত দুই ভাগত ভাগ কৰিছে। কিছুমান নীতিশিক্ষা মূলক আৰু কিছুমান কল্পনা প্ৰধান। সাধুবোৰ সংকলন কৰাৰ উদ্দেশ্যৰ বিষয়ে 'বুঢ়ী আইৰ সাধু''ৰ পাতনিত বেজবৰুৱাই লিখিছে—

"প্ৰত্যেক জাতিৰ আৰু প্ৰত্যেক দেশৰ স্বকীয় ভাষা থকা দি স্বকীয় সাধুকথা ( Folk lore ) আছে। ভাষা যেনেকৈ কোনো এটা জাতিৰ জাতীয় জীৱনৰ গুৰিৰ পৰা আত্ম প্ৰকাশ আৰু আত্ম জীৱন চৰিত, পুৰণি সাধুকথাবোৰো সেইদৰে জাতীয় জীৱনৰ পুৰণি কালৰে পৰা আত্ম প্ৰকাশ আৰু আত্ম জীৱনচৰিত। কোনো এটা জাতিৰ ভিতৰুৱা শিক্ষিত, অশিক্ষিত, সভ্য, অসভ্য, জ্ঞানী, অজ্ঞানী সকলো মানুহৰে চৰণৰ চাপ যেনেকৈ সেই জাতিৰ নিজা ভাষাত মচ নোখোৱাকৈ থাকি যায়; জাতীয় পুৰণিকলীয়া

সাধুকথা বিলাকতো সেইদৰে সেই জাতিৰ ভিতৰৰ সকলো শ্ৰেণীৰ মানুহৰ পুৰণি আচাৰ ব্যৱহাৰ, ৰীতি-নীতি, চিন্তা-কল্পনা আদিৰ সাঁচ মচ নোখোৱাকৈ থাকি যায়। সেইদেখি মানুহৰ জাতীয় জীৱনৰ অলিখিত বুৰঞ্জী জানিবৰ নিমিত্তে ফাইললজি ( Philology ) অৰ্থাৎ ভাষাতত্ত্ব আৰু মাইথলজি ( Mythology ) অৰ্থাৎ পুৰণি তত্ত্ব যেনেকুৱা লাগতিয়াল ( Folk lore ) অৰ্থাৎ সাধুকথাও তেনেকুৱা লাগতিয়াল।

বেজবৰুৱাৰ সাধুকথাৰ পুথি তিনিখনি, জুনুকা, বুঢ়ী আইৰ সাধু, আৰু ককাদেউতা নাতি লৰা ক্ৰমে তিনিটা স্তৰৰ বুলি কব পাৰি। 'জুনুকা' শিশুৰ উপযোগী, 'বুঢ়ী আইৰ সাধু' আৰু 'ককাদেউতা আৰু নাতি লৰা' ক্ৰমে ওপৰৰ স্তৰৰ।

'জুনুকা'ৰ প্ৰায়বোৰ সাধুই জীৱ জন্তু সম্পৰ্কীয়। 'বুঢ়ী আইৰ সাধু'ৰ ভালেমান সাধুও জীৱ জন্তু সম্পৰ্কীয়। আন এচাম বিভিন্ন স্তৰৰ মানৱ জীৱনক লৈ ৰচনা কৰা। 'ককাদেউতা আৰু নাতি লৰা'ৰ ভালেমান সাধুই বিভিন্ন স্তৰৰ মানৱ জীৱনক লৈ ৰচনা কৰা। 'ককাদেউতা আৰু নাতি লৰা'ৰ সাধুবোৰ ঠিক ককাদেউতাই চোতালত বহি নাতিলৰাক সাধু শুনোৱাৰ দৰে কথোপকথনৰ মাজেৰে উপস্থাপন কৰিছে। জাৰকালি জুহালৰ কাষত বহি নাতি লৰাই সাধু শুনিছে। সুন্দৰ ঘৰুৱা পৰিবেশ।

"ককা— আজি তোক সাধু নকওঁ বুলিছো।

নাতি -কিয় কিয় ককাদেউতা ?;

ককা—তই সেই নাৰিকলৰ লাড়ুটো পাই টপ কৰে মুখত সুমাই থলি: তোৰ ভনীয়েৰে অকণমান খুজিছিল তই নিদিলি। এইটো কিবা ভাল কথা হল নে ? আপোনপেটীয়া স্বভাৱ বৰ বেয়া। অলপ বস্তু পালেও তোৰ সৰু ভনীয়েৰক তাৰ ভাগ দিহে খাব পায়।

নাতি—আজিৰপৰা মই তেনে নকৰো। আজি মোৰ দোষ হৈছে।

ককা—বেচ কথা। শুনিয়ে সন্তোষ পাইছো। শুন তেন্তে সাধুকওঁ।"

সাধুটো কোৱাৰ আগতে কথোপকথনৰ মাজেৰে আন এটি নীতি কথা শিকাবলৈ বিচাৰে।

'জুনুকা'ৰ সাধুবোৰৰ শেষৰ ফালে একো ফাকি নীতি বচন সংযোগ কৰিছে। নীতি বচন ফাকিৰ মজেৰে সাধুটো মনত ৰাখিবলৈ সহজ হয়।

দুৰ্জ্জনেৰে সৈতে তুমি নকৰিবা স্থিতি
কাউৰীৰ সৈতে থাকি হাঁহৰ চোৱা কেনে গতি।
শুভ কাৰ্য্য শীঘ্ৰে কৰি কৰিবা সোনাই।
বিলম্বত কাৰ্য্য নাশ জানিবা সদায়॥

শঠ দুৰ্জ্জনত জানো পতিয়ন নাই ।
পতিযালে বিপদত পৰে পদে পদে ৷৷

'জুনুকা'ৰ 'ৰাজহাঁহ আৰু কাউৰী', 'মৃগ আৰু শিয়াল', 'গঙ্গাটোপ' আৰু 'বান্দৰ আৰু শিয়াল' আদি সাধু পদ্যাত ৰচনা কৰা। বান্দৰ 'আৰু শিয়াল' সাধটো আকৌ বুঢ়ী আইৰ সাধু কথাত ৰচনা কৰিছে।

গদ্যাত ৰচনা বহুতো সাধুৰ মাজত ফকৰা-যোজনা, শ্লোক, গীত পদ সংযোগ কৰি ৰসাল কৰি তুলিছে। এনে ধৰণৰ সাধুবোৰে পাঠকৰ মন সহজতে আকৰ্ষণ কৰিব পাৰিছে।

জীৱজন্তুক লৈ ৰচনা কৰা সাধুবোৰৰ কাহিনী মনোৰম। অধিক ভাগ সাধুৰে অন্তৰালত প্ৰকাশ পাইছে দুষ্টালি বা টেঁটুৰালি। কেইটামান সাধু জীৱ-তত্ত্ব বিষয়ক। 'জুনুকা'ৰ 'টোকোৰা আৰু চিতল'ৰ সাধুত সৰাৰ লগৰীয়াক প্ৰবঞ্চনা কৰাৰ বাবে লাঠি চৰ পাই টোকোৰাৰ মূৰত কেনে দৰে চুলি গোহোৰা হল আৰু চিতল কিয় চেপেটা, মুখটো কিয় সৰু হল, সেই কথা মনোৰমকৈ বৰ্ণনা কৰিছে। সাধুবোৰ চুটি চুটি। শিশুৰ বাবে এনেবোৰ সাধুহে বেছি উপযোগী। 'বুঢ়ী আইৰ সাধু আৰু ককা-দেউতা আৰু নাতি লৰা'ৰ ভালেমান সাধু বেচ দীঘল। এনেবোৰ দীঘল সাধু শিশুৰ বাবে মনত ৰখা সহজ নহয়।

'বুঢ়ী আইৰ সাধু' আৰু 'ককাদেউতা আৰু নাতি লৰা'ৰ বহুতো সাধু ধেমেলীয়া। এনেবোৰ সাধুৰ মুখ্য উদ্দেশ্য পাঠকক আনন্দ দিয়া। যিবিলাক সাধুৰ মাজেৰে দুষ্টালি বা টেঁটুৰালি প্ৰকাশ পাইছে এনে ধৰণৰ সৰহ ভাগ সাধুৱে ধেমেলীয়া। 'গবৰজান', 'নুমলীয়া পো', 'গঙ্গাটোপ' আদি ৰসাল সাধু। 'কুকুৰীকণা' 'চোৰাইৰ সাধু' আদি ধেমেলীয়া সাধু। 'শিয়াল পণ্ডিত', 'শিয়াল তামুলী' আদি সাধু এই শ্ৰেণীৰ। বিভিন্ন স্তৰৰ মানৱ চৰিত্ৰৰ মাজেৰে অফুৰন্ত হাস্যৰসৰ যোগান ধৰি দুষ্টালিৰ বা টেঁটুৰালিৰ ভাব সুন্দৰ ভাবে প্ৰকাশ পাইছে। 'দেৱাঙ্গ ভূষণ' সাধুত অফুৰন্ত হাস্যৰসৰ যোগান ধৰিব পাৰিছে। দেৱাঙ্গ ভূষণ পিন্ধাবলৈ গৈ ৰজাক নষ্ঠা কৰি দেখুৱালে। 'তেজীমলাৰ সাধু', 'চিলনীৰ জীয়েকৰ সাধু', 'নিমাতী কইনা' 'তুলা আৰু তেজা,' 'চম্পাৱতীৰ সাধু' আদি মানুহৰ মুখে মুখে বাগৰি অহা চিৰ প্ৰচলিত সাধু। এই সাধুকেইটি প্ৰাণস্পৰ্শী। সাধুকেইটিত মানুহৰ স্বাৰ্থপৰতা, পৰশ্ৰীকাতৰতা আদি চিত্ৰৰ অন্তৰালত সহানুভূতিশীল অন্তৰ এখনিৰো পৰিচয় দিব পাৰিছে।

আমাৰ সাহিত্যত জীৱজন্তুক লৈ যিমান সাধু আছে ৰাক্ষসক লৈ সিমান সাধু নাই। ৰাক্ষসৰ সাধুয়ে ভীতিবিহ্বল পৰিবেশ সৃষ্টি নকৰিবলৈকে হয়তো ৰাক্ষসৰ সাধুৰ সংখ্যা বেচি নহয়। কিন্তু বেজবৰুৱাই ৰাক্ষসৰ সাধু দুটামান সংযোগ কৰিছে।

বেজবৰুৱাৰ তিনিওখন পুথিৰে সাধুবোৰ মানুহৰ মুখে মুখে বাগৰি অহা। বেজবৰুৱাই মাথোন ইয়াৰ লিখিত ৰূপ দিছে। সাধুবোৰ বেজ-বৰুৱাৰ মৌলিক সৃষ্টি নহয় যদিও উপস্থাপন-ৰীতি আৰু প্ৰকাশ ভঙ্গীত বেজবৰুৱাৰ নিজস্ব বৈশিষ্ট্য প্ৰকাশ পাইছে। সাধুবোৰৰ ভাষা সহজ, সৰল আৰু শিশুৰ উপযোগী। এনেদৰে নিচেই সৰু কালৰে পৰা বেজবৰুৱাই বিচাৰিছিল এটি অধ্যয়নশীল মন গঢ়ি তুলিবলৈ। সাধুকথা ইয়াৰ প্ৰথম পদক্ষেপ। সন্দেহ নাই বেজবৰুৱা তেওঁৰ উদ্দেশ্যত সফল হব পাৰিছিল। সাধু শুনি আৰু সাধু পঢ়ি তৃপ্তি পোৱা বহুতো শিশুমনে যে সমযত বিশিষ্ট সাহিত্য স্থান লাভ কৰিব পাৰিছিল সেই বিষয়ে সন্দেহ নাই।

# বেজবৰুৱা আৰু তেওঁৰ সময়

শ্ৰীহৰিপ্ৰসাদ নেওগ

যুগ প্ৰবৰ্ত্তক মনীষীসকল এটা জাতিৰ সাধনাৰ ফল। অসমীয়া জাতিৰ সাধনাৰ ফল স্বৰূপেই সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অসমত জন্মলাভ কৰিছিল।

কোম্পানীৰ আমোলৰ পিছত অসমত বৃটিছ ৰাজত্বৰ যেতিয়াই সূচনা হৈছিল বেজবৰুৱাই জন্মও লৈছিল তেতিয়া। বৃটিছ চৰকাৰৰ বিশ্বাসী উচ্চপদস্থ বিচাৰ বিভাগৰ বিষয়া ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ পুত্ৰ লক্ষ্মীনাথে এটা গোড়া অভিজাত পৰিয়ালৰ ছাঁত ডাঙৰদীঘল হৈছিল, অথচ মহাপুৰুষীয়া ধৰ্ম্মৰ একান্ত সেৱক হিচাপে ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ আদৰ্শক হুবহু ৰক্ষা কৰি লক্ষ্মীনাথে প্ৰাচ্য আৰু পাশ্চাত্য দুয়োটা ধাৰাৰ মাজত সঙ্গতি ৰক্ষা কৰিলে।

বেজবৰুৱাৰ জন্মৰ ১৮৬৮ৰ সময়চোৱা অসমৰ কাৰণে বৰ জটিল সময়। আধুনিক অসমীয়া সাহিত্যৰ পিতা আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু হয় ১৮৫৯ চনত। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ তেতিয়া ৩১ বছৰ আৰু বুৰঞ্জীবিদ্ গুণাভিৰামৰ ৩২ বছৰ। আধুনিক অসমীয়া সাহিত্যৰ বাট দেখুওৱাঁতা ৰমাকান্ত চৌধুৰীৰ ২২ বছৰ। মহৰ্ষি কমলাকান্ত আৰু ভোলানাথ দাস যথাক্ৰমে ১৫ আৰু ১০ বছৰীয়া।

১৮৭১ত মাত্ৰ বঙলা ভাষা পঢ়াশালিৰ পৰা আৰু আদালতৰ পৰা আঁতৰিছিল। আলোচনী হিচাপে তেতিয়া অৰুণোদই ছেগাচোৰোকাকৈ প্ৰকাশ হৈছিল। অসমীয়া পাঠ্য-পুথি, অভিধান, ব্যাকৰণ বুলিবলৈ ব্ৰন্সনৰ পিছতে মাত্ৰ হেমচন্দ্ৰ বৰুৱাৰ অৱদানবাজি। দৰাচলতে লক্ষ্মীনাথে হেমচন্দ্ৰৰ এজন প্ৰকৃত উত্তৰসাধক ৰূপে দায়িত্ব নিৰ্ব্বাহ কৰিব লগা হৈছিল। শিৱসাগৰৰ গোড়া, নৈষ্ঠিক পৰিয়ালৰ চৌলত সংস্কৃত পঢ়া, দেৱনাগৰী, হিন্দী আৰু ব্ৰজবুলি শিক্ষা কৰা হেমচন্দ্ৰই লুকাই-চুৰকৈ ইংৰাজী শিকিছিল। হেমচন্দ্ৰৰ ল'ৰাৰ ব্যাকৰণ (১৮৮৬), পাঠমালা (১৮৭৩), পঢ়াশলীয়া অভিধান (১৮৯২), নিৰহনিপানী আধুনিক অসমীয়া গদ্যৰ আত্মজীৱনী (১৮৫৬), ব্যঙ্গ সমালোচনা সাহিত্য 'কানীয়াৰ কীৰ্ত্তন' আৰু 'বাহিৰে ৰংচং ভিতৰি কোৱাভাতুৰী'ত অসমীয়া ভাষা ভা

অসমীয়া জাতিটোকে আধুনিক যুগৰ পটভূমিত গঢ়ি তোলাৰ দৃঢ় প্ৰত্যয় জাগিছিল।

১৮৮৯ত অ ভা উ সা প্ৰতিষ্ঠিত হোৱাৰ সময়ত যি প্ৰত্যাহ্বান অসমীয়া ডেকাসকলে মূৰ পাতি ললে, সেই দলৰ নেতা আছিল বেজবৰুৱা। হেমচন্দ্ৰ বৰুৱা ইয়াৰ সাত বছৰৰ পাছত ঢুকায়। গতিকে বেজবৰুৱাৰ জয়যাত্ৰাৰ আৰম্ভণিতে হেমচন্দ্ৰৰ প্ৰভাৱ আৰু আশীৰ্ব্বাদ কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

ভাষাতাত্ত্বিক সাহিত্যিক পণ্ডিত ৺ডিম্বেশ্বৰ নেওগে অসমীয়া সাহিত্যৰ তিনিটা যুগৰ প্ৰত্যেকতে ত্ৰিমূৰ্ত্তিৰ প্ৰভাৱৰ কথা উল্লেখ কৰিছে। অৰু-ণোদইৰ যুগত মাইলচ্, ব্ৰন্সন, কটৰ প্ৰাক্‌জোনাকী যুগত লেকিযাল ফকন, হেমচন্দ্ৰ, গুণাভিৰাম আৰু জোনাকী তথা নবন্যাস যুগত চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ, আৰু হেমচন্দ্ৰ গোস্বামী, এওঁলোকৰ প্ৰত্যেকেই যুগ-পৰম্পৰা গঢ় লৈ আহিছে। গতিকে বেজবৰুৱাক আধুনিক অসমীয়া সাহিত্যৰ নায়ক ৰূপে বিচাৰ কৰোতে তেওঁৰ ঐতিহ্য আৰু পৰম্পৰাক আমি ভালদৰে উপলব্ধি কৰাৰ নিশ্চয় প্ৰয়োজন হয়।

অসমীয়া ভাষা বিষয়ত প্ৰথম বক্তৃতাত বেজবৰুৱাই কৈছিল —"মাকৰ মৰমিয়াল পাখিৰ তলত চৰাই পোৱালি বাঢ়ে, ৰজাৰ মৰমিয়াল পাখিৰ তলত প্ৰজা আৰু প্ৰজাৰ সুখ সম্পদ, সাহিত্য আৰু ভাষা বাঢ়ে। গৱৰ্ণমেণ্টে পাখি দাঙি দি প্ৰজা আৰু প্ৰজাৰ অন্তৰৰ ধন ভাষাৰ মূৰত ৰ'দ বতাহ, বৰষুণ শিল পৰিবলৈ দিলে সি বাগা দূৰত থাওক নিৰ্ব্বিঘ্নে জীয়াই থকাও টান। গৱৰ্ণমেণ্টৰ ওখ বিষযাসকলে সঁচাকৈয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতি কামনা কৰাহেঁতেন টেক্সট্‌বুক কমিটি নগাওঁত পৰি এনেকৈ ভেকুৰা নেলাগিলহেঁতেন আৰু সেই অপৰূপ পচা কমিটিৰ পচা হাতত পৰি অসমীয়া ভাষা, অসমীয়া সাহিত্যৰ এনে বিলাই-বিপত্তি, লবু-লাঞ্ছনা নঘটিলহেঁতেন। অসমীয়া পাঠশালি পৰিদৰ্শন কৰিবলৈ বুকুত কুঠাৰ মাৰিলেও শুদ্ধ অসমীয়া একাকি নোলোৱা ভাৱনাৰ-ছো বঙালী ছব্‌ইন্সপেক্টৰ নিযুক্ত নহ'লহেঁতেন, অসমীয়া শিক্ষিত ডেকাই অসমৰ স্কুলবিলাকত ভাল ভাল কাম পালেহেঁতেন। অসমীয়া ভাষাৰ প্ৰবীণ লেখাৰু শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা বঙ্গদেশৰ বঙ্কিমচন্দ্ৰৰ নিচিনাকৈ গৱৰ্ণমেণ্টৰ দ্বাৰা যথোচিত সন্মানিত হলহেঁতেন। উৎসাহেই পৃথিবীত সকলো, বিশেষকৈ ৰজাৰ পৰা পোৱা উৎসাহ। উৎসাহৰ অভাৱত সাৰুৱা মাটিৰ পৰা ওলাই অহা শকত কেওঁটিও জঁই পৰি যায়। উৎসাহ পালে শুকান কৰ্কৰীয়া মাটিৰ পৰাও শকত কেওঁ ওলায়। প্ৰকৃত কথা কবলৈ গলে বয়সীয়া

ভাষা আজি যি একেবা টোক্‌-টোক্‌-টাক্‌-টাক্‌ কৈ মূৰ দাঙি উঠিছে সি শিক্ষিত দেশহিতৈষী ডেকাসকলৰ উৎসাহ আৰু যত্নত।"

বেজবৰুৱাৰ আত্মপ্ৰত্যয় আছিল। তেওঁ বিচাৰিছিল এই ভাৰতৰ পূব প্ৰান্তৰ এই খণ্ড ঠাইত অসমৰ অস্তিত্ব ৰক্ষা কৰিবলৈ হলে—অসমীয়া ভাষাৰ দৃঢ় বুনিয়াদ প্ৰতিষ্ঠা কৰিব লাগিব। ধকা খিনিক লৈয়েই আমি আগুৱাবলৈ সমৰ্থ, এই দৃঢ় বিশ্বাস আছিল বেজবৰুৱাৰ। গতিকে বেজবৰুৱাৰ ভৰসা আছিল অসমৰ শিক্ষিত ডেকাশক্তিৰ ওপৰত। তেওঁ বিচাৰিছিল—ডেকাশক্তি জাগ্ৰত হওক আৰু অসম সচেতন হওক, তেতিয়াহে সাময়িক প্ৰতিক্ৰিয়াৰ অন্ত পৰিব। অসমীয়া ভাষা সাহিত্যই মূৰ দাঙি উঠিবৰ প্ৰয়াস পাব।

১৮৮৯ চনত কলিকতাৰ মীৰ্জাপুৰ ষ্ট্ৰীটত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' স্থাপিত হয়। তেতিয়া বেজবৰুৱা আছিল একৈশবছৰীয়া চঞ্চল ডেকা। কুৰিৰ পৰা চাব্বিশ বছৰীয়া ডেকাসকলে কলিকতাৰ এচুকত বহি আধুনিক অসমীয়া সাহিত্যৰ বৰভেটিটো কেনেকৈ বান্ধিব পাৰি তাৰ পৰিকল্পনা কৰিলে। সেয়া আৰম্ভণিহে। ইতিমধ্যে শিক্ষিত প্ৰতিজন অসমীয়াৰ অন্তৰত আত্মপ্ৰত্যয় জাগিল। এই দলটোৰ গুৰিয়াল আছিল লক্ষ্মীনাথ বেজবৰুৱা।

সমসাময়িক বিচাৰ ধাৰাৰ পৰিপ্ৰেক্ষিতত বেজবৰুৱাৰ সন্মুখত এইকেইটা প্ৰশ্ন উদয় হৈছিল :

১। হেৰাই যাব খোজা লুপ্ত ঐতিহ্যৰ উদ্ধাৰ।
২। বঙলা ভাষাৰ গৰাহৰ পৰা অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠা নিৰূপণ।
৩। শিক্ষিত ডেকাসকলক উদ্বুদ্ধকৰণ।
৪। অসমীয়া ভাষা বিশ্ববিদ্যালয় পৰ্যন্ত প্ৰয়োগ কৰণ।
৫। শুদ্ধ অসমীয়া প্ৰয়োগ আৰু তাৰ দ্বাৰা ভাষাৰ নিজস্বকৰণ।
৬। সাম্প্ৰতিক জাতীয় চেতনাৰে দেশবাসীক উদ্বুদ্ধকৰণ।

মন কৰিবলগীয়া বিষয় এয়ে যে—১৮৭১ চনত বঙলা ভাষা আমাৰ স্কুল আদালতৰ পৰা ৩৬ বছৰীয়া শাসনৰ পাছত মাত্ৰ অপসাৰিত হৈছে। ১৯০০ পৰ্য্যন্ত ইয়াৰ প্ৰভাৱ দূৰ হোৱা নাছিল। ১৮৭২ত বেজবৰুৱা আছিল পানীকেচুৱা। গতিকে তেওঁ ঘৰৰ বাহিৰে, আইন আদালত, পঢ়াশালি কতো অসমীয়া প্ৰয়োগ দেখা পোৱা নাছিল।

বেজবৰুৱাই প্ৰাথমিক শিক্ষা লাভ কৰিছিল বঙলা ভাষাত আৰু স্বাভাবিকতেই শিশু বেজবৰুৱাৰ মনত মাতৃভাষাৰ মৰ্য্যাদা ৰক্ষাৰ প্ৰশ্ন

জাগ্ৰত হৈছিল। সেইবাবেই কিজানি অসমীয়া ভাষা উন্নতি সাধিনী সভা প্ৰতিষ্ঠাৰ উদ্দেশ্যও এইদৰেই নিৰ্ণিত হৈছিল।

"আসামৰ সকলোবিধ পঢ়াশালিতে যাতে অসমীয়া ভাষা প্ৰচলিত হয় আৰু অসমীয়া ল'ৰা-ছোৱালীয়ে যাতে নিজ নিজ ভাষা স্কুলমে পঢ়িবলৈ পায়, তাৰ নিমিত্তে অসমৰ শিক্ষাবিভাগৰ অধিকাৰসকলৰ মনোযোগ আকৰ্ষণ কৰিবলৈ ; লেখাপঢ়াৰ কাৰ্যত অশুদ্ধ ব্যাকৰণ, অশুদ্ধ বৰ্ণবিন্যাস ক্ৰমে লোপ কৰি তাৰ স্থলত শুদ্ধ ভাষা ব্যৱহাৰ কৰিবলৈ, শ্ৰীধৰ কন্দলি, শঙ্কৰদেৱ আদি পুৰণি গ্ৰন্থকাৰ আৰু কবিসকলৰ জীৱনী আৰু তেওঁবিলাকে লিখা পুথিবিলাকৰ টান টান ভাষাৰ টীকা-টিপ্পনী লিখিবলৈ আৰু দোষ-গুণ আলচ কৰিবলৈ ; আমাৰ ভাষাত নোহোৱা লাগতিয়াল পুথিবিলাকৰ সংস্কৃত বা আন ভাষাৰ পৰা অনুবাদ কৰি বা সংক্ষিপ্ত সাৰ সংগ্ৰহ কৰি আমাৰ ভাষালৈ আনিবলৈ ...অসমৰ ইতৰ সাধাৰণ সকলো শ্ৰেণীৰ মানুহৰ ভিতৰত লেখা-পঢ়াৰ চৰ্চা হয় তাৰ নিমিত্তে উজু উপায় উলিয়াবলৈ ; বাতৰি কাকতৰ প্ৰতি আগ্ৰহ বঢ়াবলৈ ; আৰু আসামৰ সকলো অঞ্চলতে এটা মাত্ৰ লিখিত ভাষাৰ সৃষ্টি কৰিবলৈ এই সভাৰ যত্ন থাকিব।"

ইয়াৰ পিছতে বেজবৰুৱাদলৰ জয় যাত্ৰা আৰম্ভ। বেজবৰুৱাৰ সমুখত উদয় হোৱা প্ৰথম প্ৰশ্নৰ সমাধান তেওঁ নিজেই কৰিছিল। অসমৰ লুপ্ত ঐতিহ্যৰ কথা ভাবি তেওঁ পুৰণি অসমৰ প্ৰবন্ধত কৈছিল —"আজিকালি যাক আমি অসম বোলোহঁক পুৰণি কালত সি কি আৰু কেনে আছিল জানিবৰ হেপাহ অসমীয়া মাত্ৰকৰে হয়। বেজবৰুৱাই অৱশ্যে তেওঁৰ সময়ত অসমখনক "লেলোৱা ধেন্দোৱা" বুলি আখ্যা দিছে। সেয়েহে কিজানি তেওঁ বিচাৰিছিল অতীত অসমৰ শৌৰ্যবীৰ্য্য। 'বীণ বৰাগী' কবিতাৰ বীণৰ সুৰত তেওঁ গাইছিল- -"আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম, সকলো আছিল সকলো আছে নুগুণো নলও গম"।

অতীত বিচাৰোতে বেজবৰুৱাই সততে দৃষ্টি ৰাখিছিল—তেওঁৰ পৰম্পৰাত গুৰুজনাৰ আদৰ্শৰ প্ৰতি—"জগতৰ গুৰু ঘৰতে আছে, অন্ধলাই নেদেখিলো।" শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচনাৰ উপৰিও "তত্ত্বকথা" আৰু "কৃষ্ণ কথা"ৰ ওপৰত লিখা মূল্যবান প্ৰবন্ধৰাজিয়ে অসমীয়া জাতিৰ অন্তৰত বল দিলে, সাহ দিলে, উচ্চ নৈতিক আদৰ্শৰ সন্ধান দিলে। বেজবৰুৱাৰ সমসাময়িক সমাজত ধৰ্ম্ম লৈ মহাপুৰুষীয়া দামোদৰীয়াৰ মাজত বাক বিতণ্ডা, তথাকথিত ধৰ্ম্মগুৰুসকলৰ মহাপুৰুষৰ প্ৰতি অশ্ৰদ্ধা, সত্ৰত বহুলুৱা আচাৰ-নীতিৰ প্ৰয়োগ, এই সকলোবোৰ নৈষ্টিক বেজবৰুৱাৰ ঘৰৰ বুলিয়েই নহয়, এজন নিৰ্ভীক অসমীয়া হিচাপে বেজবৰুৱাই সহ্য কৰিবলৈ নিশ্চয় টান

পাইছিল। মহাপুৰুষীয়া ধৰ্ম্মৰ নামত হোৱা ভণ্ডামিৰ তীব্ৰ সমলোচনা বেজবৰুৱাৰ পূৰ্ব্বসূৰী দলৰ নেতা হেমচন্দ্ৰ বৰুৱাৰ পিছত বেজবৰুৱাই নিজে আৰম্ভ কৰিছিল। এইখিনিৰ প্ৰয়োজন নিশ্চয় আছিল। বেজ-বৰুৱাৰ হেৰাই যাব ধৰা অতীত উদ্ধাৰৰ পৰিকল্পনাই নিশ্চয় এই দৃষ্টিৰেই ৰূপ লৈছিল।

অতীত মহিমা সুঁৱৰি অসমীয়াক জগাব লাগিব হয়, কিন্তু সেই অসমীয়াৰ মাতৃভাষা যদি নিজৰ দেশতে অনাদৃত হয় তাতকৈ আনো দুখৰ বিষয় কিবা থাকিব পাৰে? গতিকে প্ৰত্নতত্ত্বৰ দুৱাৰ দাং মেলি বেজবৰুৱাই দেখুৱাই দিলে অসমীয়া ভাষা বঙলাৰ অপভ্ৰংশতো নহয়েই, বৰঞ্চ অসমীয়া ভাষা বঙলা ভাষাতকৈ প্ৰাচীন। 'জোনাকী'ৰ ৫ম ভাগ ৫ম ৬ষ্ঠ সংখ্যা ১৮১৬ শকত বেজবৰুৱাই "অসমীয়া ভাষা" শীৰ্ষক প্ৰবন্ধত লিখিলে—

"অসমীয়া ভাষা বঙলা ভাষাৰ পৰা ওলাইছে নে চাইনিজ ভাষাৰ পৰা ওলাইছে, এই কথা আমাক এতিয়া নেলাগে (যদিও আমি সুন্দৰকৈ জানো আৰু যদিও ভাষাবিদ্ পণ্ডিতসকলে সুন্দৰকৈ প্ৰমাণ কৰিছে যে বঙলা, উড়িয়া, হিন্দি আদি ভাষাৰ সৈতে তাৰ ভাই ভাই সম্বন্ধ)। আমি দেখিছোঁ, আমি পাইছোঁ, আমি বুজিছোঁ, অসমীয়া এটা ভিন্ন ভাষা। অসমীয়া আমাৰ মাতৃভাষা। মাতৃভাষাৰ উন্নতি আমাৰ সাধ্যমতে, অদম্য উৎসাহ, অশেষ যত্ন, অশেষ পৰিশ্ৰমেৰে আমি কৰি যাব লাগে। এয়েই আমাৰ কৰ্ত্তব্য কাম। আমি কাৰো নিন্দা বা প্ৰশংসালৈ আঁ কৰি মুখ মেলি নেথাকোঁ। বঙলা কাকতত বঙালীয়ে যিমান পাৰে কাকত, কাপ আৰু মহী খৰচ কৰি প্ৰবন্ধ লেখি অসমীয়া ভাষাক ভাষা নোহোৱাটো প্ৰমাণ কৰক। বঙালী ভ্ৰমণকাৰী, কি ইংৰাজী ভ্ৰমণকাৰীয়ে যিমান পাৰে অসমীয়া সমাজক অসমীয়া ভাষাক আক্ৰমণ কৰক। সেইবিলাক আক্ৰমণলৈ, সেই-বিলাক বৰলৰ কামোৰলৈ, আমি ভ্ৰুক্ষেপ নকৰাকৈ প্ৰাণপণে মাতৃভাষা, মাতৃভূমিৰ উন্নতি সাধিবলৈ কায়মনো একচিত্তে, আহঁ৷ অসমীয়া ভাইহঁত! লাগি যাওঁহক। আমাৰ এতিয়া তৰ্কবিতৰ্ক বা বাকবিতণ্ডাত লাগি সময় আৰু শক্তিক অপব্যৱহাৰ কৰিবৰ সময় নহয়। তৰ্ক কৰাই তৰ্ক কৰি যাওক। প্ৰমাণ কৰাই যি পাৰে প্ৰমাণ কৰি যাওক। সেইবিলাকৰ উত্তৰ প্ৰত্যুত্তৰত সময় নকটাই আহঁা আমি অদম্য উৎসাহেৰে অসমীয়া ভাষাৰ পুথি, কিতাপ, প্ৰবন্ধ, ৰচনা প্ৰভৃতি লেখিবলৈ ধৰি যাওঁহক।"

অসমীয়া ভাষাই বিশ্ববিদ্যালয়ত প্ৰতিষ্ঠা লাভ কৰাৰ মূলতে বেজবৰুৱা দেৱৰ পৰিকল্পিত প্ৰচেষ্টা। "অসমীয়া সাহিত্যৰ চানেকী"ৰ প্ৰথম ভাগত সন্নিবিষ্ট ৺পদ্মনাথ গোহাঁইবৰুৱা আৰু পণ্ডিত হেম চন্দ্ৰ গোস্বামীৰ ইংৰাজীত

লিখা প্ৰতিবেদনখন পঢ়িলেই এই কথা স্পষ্ট হৈ পৰে।

বেজবৰুৱা দলৰ তৃতীয় সংকল্প আছিল শিক্ষিত ডেকা সমাজক উদ্বুদ্ধ কৰি তোলা। 'জোনাকী' যুগৰ পৰম্পৰাৰে এদল অসমীয়া ডেকাই এই প্ৰত্যাহ্বান গ্ৰহণ কৰিছিল। তেওঁলোকে লিখিবই লাগিব। কাৰণ "সেই সময়ত অসমীয়া আলোচনীৰ নিমিত্তে প্ৰবন্ধ লিখা কলিকতীয়া ছাত্ৰসকলৰ নিমিত্তে বাধ্যতামূলক আছিল। নিজে লিখা প্ৰবন্ধ দিব নোৱাৰিলে অৰ্থ দণ্ড দিব লাগিব" ('ভ্ৰমৰঙ্গ' নাটকৰ পাতনি পৃষ্ঠা ৪)।

অভাবেই আবিষ্কাৰৰ মূল, এই আদৰ্শৰ আধাৰতে হওক বা সৃষ্টিৰ কাৰণে সৃষ্টি—এই বিচাৰতে হওক অসমীয়া ছাত্ৰসকলে এই আহ্বান শিৰত তুলি লৈছিল। বেজবৰুৱাই আহ্বান কৰিছিল "অসমীয়া শিক্ষিত ভাই! যেয়ে যিহকে কওক সেইবিলাক কথালৈ আওকাণ কৰি আহা, আমি অসমীয়া সাহিত্যৰ, অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে দিনে ৰাতিয়ে পৰিশ্ৰম কৰি কিতাপ লেখো, কাকতত সাৰুৱা প্ৰবন্ধ লেখো; সভাৰ ৰচনা পাঠ কৰো, ইংৰাজী আদি ভাষাৰ পৰা ভাল ভাল সাৰুৱা পুথি আমাৰ ভাষালৈ ভাঙি আমাৰ ভাষা শকতআৱত কৰোহঁক। অভিধান, ব্যকৰণ নাই বুলি গালত হাত দি বেজাৰ কৰি বহি সময় নকটাবাহঁক। অভিধান, ব্যাকৰণৰ অভাৱত ভাষাৰ উন্নতিৰ সোঁত বৈ নাথাকে।"

শিক্ষিতভেদে সমাজক কেৱল উদ্বুদ্ধ কৰাই নহয় অসমীয়া ভাষাক স্নাতক আৰু স্নাতকোত্তৰ মহলা পৰ্যন্ত প্ৰতিষ্ঠা কৰিব নোৱাৰালৈকে আমাৰ সংগ্ৰামৰ শেষ নহয়। চুবুৰীয়া বঙলা ভাষাৰ প্ৰভাৱে শিক্ষিত অসমীয়া সমাজত দকৈ শিপাইছিল। সেইদৰে নতুনকৈ অহা ইংৰাজ মাতকথা আদিৰ ব্যৱহাৰে অসমীয়া সমাজখনক খুলি খুলি খাইছিল। হেমচন্দ্ৰ বৰুৱাই যদি অসমীয়া সমাজৰ ধৰ্ম্মীয় আৰু সামাজিক গোড়ামিৰ বিৰুদ্ধে ঠিয় দিছিল, বেজবৰুৱাইও একেদৰেই ঠিয় দিছিল নিজৰ অস্তিত্ব বিসৰ্জ্জন দিব খোজা অসমীয়া সমাজখনৰ বিৰুদ্ধে। বেজবৰুৱাৰ কৃপাবৰৰূপী অৱতাৰ হয়তো এই দৃষ্টিৰেই সম্ভৱপৰ হৈছিল।

বেজবৰুৱা যুগৰ খাই উপলক্ষ হ'ল অসমীয়া সাহিত্যত নৱন্যাসৰ সূচনা। নৱন্যাস বা ৰোমাণ্টিক আদৰ্শই ইংৰাজী সাহিত্যৰ আধাৰত গঢ় ললেও বেজবৰুৱাৰ নেতৃত্বত পাশ্চাত্য ৰোমাণ্টিচিজিমৰ গুটি অসমৰ পলসুৱা মাটিত গজি অসমীয়া ৰূপত গঢ় ললে। বেজবৰুৱাই কিন্তু পাশ্চাত্য শিক্ষা সংস্কৃতিৰ আগমনীক যথেষ্ট সাৱধানতাৰে সমাদৰ কৰিবলৈ বিচাৰিছিল। পাশ্চাত্যৰ বলিয়া বানে যদি অসমীয়া সংস্কৃতিৰ ৰবভেটা উটাই নিবৰ উপক্ৰম কৰে তেতিয়া অসমীয়া বুলি জীয়াই থাকিবৰ জানো কিবা অৱলম্বন থাকে?

'জোনাকী' যুগে সেইবাবেই অসমীয়া সাহিত্যৰ নতুন আগমনীৰ সহাৰি দিলে। কিন্তু সেই যুগৰ হোতাসকলে দূৰদৃষ্টি ৰাখি কাম কৰিছিল। বেজবৰুৱা আছিল সিসকলৰ ভিতৰত অন্যতম। তেওঁ নিজে চাহাব সাজিলেও ভিতৰ খনত তেওঁ আছিল নিভাঁজ ভাৰতীয়।

বেজবৰুৱা জাতীয়তাবাদী আছিল। পৰাধীন ভাৰতত স্বাধীনতাৰ বাণী তেওঁ সাৰোগত কৰিছিল। ভাৰতীয় কংগ্ৰেছত তেওঁ সহযোগ কৰিছিল। উচ্চপদস্থ চৰকাৰী চাকৰি প্ৰত্যাখ্যান কৰি নিজে স্বাধীন ব্যৱসায় কৰি জীৱন নিৰ্ব্বাহ কৰিছিল। তথাপি তেওঁ জাতীয় কংগ্ৰেছৰ নেতৃত্ব লবলৈ কিয় নগ'ল ?

কুৰি শতিকাৰ প্ৰথম দুটা দশকতে অসমত ভাষা, সাহিত্য, সংস্কৃতি, ৰাজনৈতিক আৰু সামাজিক উত্থান পৰিলক্ষিত হৈছিল। ভাৰতৰ জাতীয় আন্দোলনৰ পটভূমিত অসমত হোৱা জাতীয় জাগৰণৰ আগ জাননী দিছিল 'অসম এচোচিয়েশ্যন'ৰ নিচিনা অসমৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক চেতনা জাগ্ৰত কৰা অনুষ্ঠানে। ১৯১২ চনত হোৱা পুৰাতত্ত্ব বিভাগ, ১৯১৬ চনৰ অসম ছাত্ৰ সন্মিলন আৰু ১৯১৭ চনৰ অসম সাহিত্য সভা এই দ্বিতীয় দশকৰ সৃষ্টি। ১৮৮৯ৰ অঃ ভাঃ উঃ সাঃ সভাৰ প্ৰেৰণাৰে উদ্বুদ্ধ হোৱা 'জোনাকী'ৰ পিছত 'বিজুলী', 'উষা', 'বাঁহী'ৰ পূৰ্ণ পয়োভৰ। বেজবৰুৱা আছিল এই যুগৰ এগৰাকি আদৰ্শ পুৰুষ।

অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাই বেজবৰুৱাৰ ভাষা আৰু সাহিত্যৰ পাতনিত বেদান্ত বাচস্পতি ৺ৰাধানাথ ফুকন ডাঙৰীয়াৰ এটি উক্তিৰে আধুনিক অসমীয়াৰ পাতনিৰ যুগৰ কথা উল্লেখ কৰিছে। উক্তিটোত কোৱা হৈছে, "১৮৭২।৭৪ চনত অসমীয়া ভাষা গাঁৱলীয়া পাঠশালি আৰু আদালতত চলাবলৈ হুকুম হল হয়; কিন্তু অৱস্থাৰ একো পৰিবৰ্ত্তন নহল। মোৰ ৰিণিকি ৰিণিকি মনত পৰে যে প্ৰায় এই সময়তে মই প্ৰথম স্কুললৈ গৈয়েই বঙলা ভাষা আৰম্ভ কৰোঁ। আমাৰ মাষ্টৰ বঙালী, কিতাপ বঙলা, কথাও কওঁ বঙলা। মই এনে কথা কোৱা নাই যে বঙলা পঢ়া বাবে মোৰ বিশেষ ক্ষতি হ'ল। আধুনিক বঙ্গ ভাষা, প্ৰাচীন নহলেও অতি উন্নত ভাষা; পঢ়িলে লাভ আছে। এই ভাষা জানি মোৰ লাভহে হ'ল। কিন্তু আমাৰ বিশেষ ক্ষতি এইবাবে হ'ল যে স্কুলত আৰু বাহিৰতো সদায় আমি শুনি আছিলোঁ যে আমাৰ ভাষা ভাষা নহয়, ই বঙলাৰ অপভ্ৰংশ। আমি এটা স্বকীয়া জাতি নহওঁ, আমি আগৰ বঙ্গদেশৰ পৰা ভাগি অহা নিকৃষ্ট বঙালী। আমাৰ সকলো কথাই বেয়া। এইদৰে শুনি শুনি আমাৰ বিশ্বাসো হৈছিল যে সঁচাকৈয়ে আমি অসমীয়া ভুতেইহে। এনে অৱস্থাত স্কুলৰ শিক্ষা কেনে হব পাৰে

এবাৰ ভাবি চাওক। সদায় অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ নিন্দা শুনি শুনি আৰু শেহত তাকে বিশ্বাস কৰি আমাৰ আত্মগৌৰব বুদ্ধি এটা ভাব নাইকিয়া হৈছিল। পঢ়াশুনাও তেনেই হৈছিল। ১৮৩৫ চনত অসমত জিলা স্কুলবোৰ (আজিকালি হাইস্কুল বোলে) স্থাপিত হৈছিল। ইয়াৰ পিছত ১৮৯৭ চনলৈকে এই তিনিকুৰি বছৰেও আমাৰ দেশত এজন এম-এ পাচ কৰা মানুহ নাছিল। বিশ্ববিদ্যালয়ত উচচস্থান অধিকাৰ কৰাৰ যে আমাৰ শক্তি আছে এনে ভাব আমাৰ মনলৈ নাহিছিল। কিয় এনে অৱস্থা হৈছিল আপোনাসকলক বুজোৱা টান। মোৰ কথা বিশ্বাস কৰক যে আমাৰ স্কুলৰ শিক্ষা অতি বেয়া আছিল। আমি কলিকতালৈ গৈহে বুজিলো যে সকতে আমাৰ আচলতে কুশিক্ষাহে আছিল। আমাৰ প্ৰধান অভাৱ আছিল আত্ম গৌৰব --নিজৰ ওপৰত বিশ্বাস। আমাৰ ভাষাক আমি নিজেই অৱজ্ঞা কৰিছিলো। কলিকতাত আমাৰ বহুত ভাল ভাল লৰা ফেইল হৈছিল— আমাৰ দোষত নহয়, আমাৰ বাল্যকালৰ শিক্ষাৰ দোষত। নিতৌ স্কুললৈ গৈ যদি কিতাপ পঢ়াৰ পৰিৱৰ্ত্তে অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ বিষয়ে নিন্দা শুনিব লাগে, তেন্তে পঢ়া শুনা কেনে হব তাক আপোনালোকে নিজেই ভাবি চাওক। আমাৰ অমনোযোগী শাসনকৰ্ত্তা সকলৰ দোষত বা ভুলত আমাৰ শিক্ষা এশ বছৰ পাছ পৰিল। ইংলণ্ডৰ এই কলঙ্ক, এনে কুশাসনৰ দৃষ্টান্ত ভাৰতবৰ্ষৰ বুৰঞ্জীত নহলেও অসমৰ বুৰঞ্জীত বৈ গ'ল। এটা জাতিৰ চূড়ান্ত অধঃপতন হবলৈ যেনে হব লাগে, আমাৰো ঠিক তেনেই হৈছিল। আমাৰ বহুতে বিশ্বাস কৰিছিল আৰু কৈ ফুৰিছিল যে অসমীয়া ভাষা বঙলাৰ অপভ্ৰংশ। কবলৈ লাজ লাগে যে ইংৰাজ গৱৰ্ণমেণ্টলৈ কেইবা ঠাইৰ পৰা আমাৰ মানুহৰ চহীৰেই আবেদন পত্ৰ গৈছিল যে স্কুলত অসমীয়া ভাষা চলিব নেলাগে। চলিলে দেশৰ অমঙ্গল হব। এয়ে জাতীয় অধঃপতনৰ শেষ সীমা নহয়নে ?"

"ঠিক এনে সময়তে, সম্ভৱতঃ ১৮৮৬ চনত এদিন শুভক্ষণত কলিকতাৰ এটি সৰু মেছত এখন চাহ খোৱা মেলত দুজনমান অসমীয়া ছাত্ৰৰ মনত খেলালে যে যদি আমাৰ জাতীয়ত্ব ৰক্ষা কৰিব লাগে, তেনে আমি প্ৰথমতে আমাৰ ভাষাটোক বিদেশী আক্ৰমণৰ পৰা ৰক্ষা কৰিব লাগিব। তেওঁবিলাকে তাৰ পিছদিনাই আঃ ভাঃ উঃ সাঃ নাম দি এখন সভাৰ প্ৰতিষ্ঠা কৰিলে।"

এইখিনি কথাই তেতিয়াৰ উচচ শিক্ষা লাভ কৰিবলৈ যোৱা বেজবৰুৱাৰ দৰে অসমীয়া ডেকা সকলৰ মনত কেনে ধৰণৰ প্ৰতিক্ৰিয়া কৰিছিল ইয়াৰ প্ৰমাণ পোৱা যায়। সেয়েহে হাজৰিকাৰ ভাষাৰেই পুনৰ কব পাৰি, "অসমীয়া ভাষা-সাহিত্যক বঙ্গীয় বকাসুৰৰ পেটত সুৰাই লবলৈ আৰু গোটেই

অসম দেশখনকে গিলি পেলাবলৈ বঙ্গালী পণ্ডিতসকলে ক্ৰমাগত ভাবে উপৰাউপৰিকৈ যিবোৰ আক্ৰমণ চলাইছিল সাহিত্যৰথী লক্ষ্মীনাথে সেই সকলোবোৰ আক্ৰমণ সিংহবিক্ৰমেৰে ওফৰাই পেলাইছিল— অসমীয়াৰ ন্যায্য দাবী দৃঢ়তাৰে সাব্যস্ত কৰি তেওঁ জয়লাভ কৰিছিল। সমসাময়িক আন সকলোবিলাক সাহিত্যিক নেতাই বৰ সেনাপতি লক্ষ্মীনাথৰ বলিষ্ঠ নেতৃত্ব মানি লৈছিল। ভাষা সাহিত্যৰ ৰণত দিগ্বিজয়ী হোৱাৰ বাবেই বেজবৰুৱাক আজি আমি সাহিত্যৰথী আখ্যাৰে বিভূষিত কৰিছোঁ।"

উচ্চ শিক্ষাভিমানী দলৰ প্ৰতি বেজবৰুৱাই উপযুক্ত প্ৰত্যুত্তৰ দিছিল; সেইদৰে সাহিত্য প্ৰেমীসকলৰ নিষ্ঠাক তেওঁ সমাদৰ জনাইছিল। অসম সাহিত্য সভাৰ পৰা জনোৱা অভিনন্দনৰ উত্তৰত বেজবৰুৱাই কৈছিল "বহলাই নকওঁ অনেক বছৰ হাড়-মূৰ ভাঙি পৰিশ্ৰম কৰি ইংৰাজী বিদ্যালয়ত পঢ়ি শেহত পোৱা এই মেমেৰা বি-এ উপাধিৰ ভাৰখনো যদি কোনোবাই কিবা স্বৰূপে তেওঁৰ কান্ধৰ পৰা নমাই দিব পাৰে তেন্তে তেওঁ বাচিবহে। সেই উপাধিৰ প্ৰতি ঘৃণাৰ নিমিত্তে এইষাৰ কথা কৈছোঁ এনে নহয় যে এই বঙ্গাক যদি সাহিত্য ক্ষেত্ৰত কোনোবাই পাইছে, সেইটো বঙ্গাৰ দৈব দুৰ্বিপাকতহে, নাইবা বঙ্গাৰ গাত দীৰ্ঘকাল স্থায়ী দুৰাৰোগ্য বায়ু ব্যাধিৰ উপদ্ৰৱত হে।"

মূঠতে শিক্ষিত ডেকা সমাজৰ ওপৰতেই বেজবৰুৱাৰ সকলো ভৰসা আছিল। "আমি পাশ্চাত্য শিক্ষা পালেও আমি যে য়ুৰোপীয় নহওঁ, ভাৰতীয়হে এইটো নেপাহৰি আমাৰ শিক্ষাৰ গাত ভাৰতীয় চাব মোহৰ থাকিব লাগিব।"

ভাৰতীয় ধ্যান ধাৰণা, ভাৰতীয় চিন্তা, ভাৰতীয় পৰম্পৰাক বেজবৰুৱাই হাড়ে হিমজুৱে স্বীকৃতি দিছিল। বেজবৰুৱা আছিল এজন প্ৰকৃত ভাৰতীয়। মাতৃভূমিৰ মাতৃভাষাৰ সুৰৰী সুৰত তেওঁ দেশবাসীক উদ্বুদ্ধ কৰিছিল। উগ্ৰ জাতীয়তাবাদী বেজবৰুৱাই সাহিত্য-ভাষা-সংস্কৃতিৰ সামাজিক ঐতিহ্যৰ মাজত জন্মভূমিক সেৱা কৰাৰ পবিত্ৰ সংকল্পৰ বীজ ভাৱীকালৰ বাবে দি থৈ গ'ল।

সাহিত্যৰথী বেজবৰুৱা সেইবাবেই এগৰাকি অনন্যসাধাৰণ ঐতিহাসিক ব্যক্তি।

# পৰিশিষ্ট

মাধৱচন্দ্ৰ বেজবৰুৱা সম্পাদিত ২৬শ বছৰৰ (৪৯১ শঙ্কৰাব্দ) কাতি সংখ্যা 'বাঁহী' লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ স্মৃতিত প্ৰকাশিত হৈছিল। 'বাঁহী'ৰ উক্ত সংখ্যাটোক 'বেজবৰুৱা সংখ্যা' আখ্যা দিয়া হৈছিল। সেই সংখ্যাত প্ৰকাশিত বেজবৰুৱাৰ সম্পৰ্কে লিখা প্ৰবন্ধখিনিৰ যি কেইটা বৰ্ত্তমান ক'তো নতুনকৈ ছপা হোৱা নাই: সেই কেইটা প্ৰবন্ধ এই গ্ৰন্থত পুনৰ্মুদ্ৰিত হৈছে। আমি ভাবো প্ৰবন্ধকেইটাই পাঠকসকলক বেজবৰুৱা সম্পৰ্কে কিছু কথাৰ সন্ধান দিব আৰু আমাৰ এই সঙ্কলনৰো সৌন্দৰ্য্য বৃদ্ধি কৰিব।

সম্পাদক:

বেজবৰুৱা প্ৰতিভা।

# বেজবৰুৱাৰ জীৱনীৰ এখনি আঁচনি

৺প্ৰজ্ঞাসুন্দৰী দেৱী

"এষাস্য পৰমো গতিৰেষাস্য পৰমা সম্পদ্
এষোঽস্য পৰমালোক এষোঽস্য পৰম আনন্দঃ।
তস্মৈ দেৱায় নমো নমঃ ॥"

## পাতনি

মই কেতিয়াও ভবা নাছিলো যে শেহত গৈ মোৰ হাতৰ কাপৰ পৰাই মোৰ স্বামী ৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ জীৱনী বিষয়ৰ প্ৰবন্ধ ওলাব। ই মোৰ সপোনৰো অগোচৰ। সকলো মোৰ অদৃষ্টৰ বাহিৰে কি হব। মই এতিয়া বুজিছো যে তেখেতে যি কাম বাকী পেলাই থৈ গ'ল (অৰ্থাৎ তেখেতৰ জীৱনী লিখা বিষয়ত) সেই কামৰ ভাৰ মোৰ ওপৰতে আহি পৰিল। সেইভাবেই মনত কিছু শান্তি দিছে। মোৰ কৰ্ত্তব্য কাম কৰিব লাগিব।

তেখেতৰ "জীৱন সোঁৱৰণ" লেখোঁতে ক'ত কি কাগজপত্ৰ, ক'ত কি টোকা ডায়েৰী আছিল মই সকলো গোটাই দিছিলো। তেতিয়া মই ভাবিছিলো যে তেখেতে নিজে জীৱনী লেখি শেষ কৰিব। সকলো ভগৱানৰ ইচ্ছা, মানুহে মনে মনে অনেক কথা ভাবি কল্পনা কৰি ৰাখেহে ৰাখোন; নিজে গঢ়িবলৈ যোৱা বস্তুৰ বিষয়ে ভাবি নিজৰ মনত সন্তোষ পায়। কিন্তু সেই অদৃশ্যজনৰ লেখাতো আমি দেখিবলৈ পাওঁ। বিধতাৰ লেখন কোন খণ্ডাব পাৰে?

আমি আটাইবোৰে জীৱনী লেখিবলৈ তেখেতক অনুৰোধ কৰি আছিলো। পাচত শ্ৰীমতী অৰুণা আইদেৱেও বৰোদাৰ পৰা সদায় তেওঁক "জীৱন-সোঁৱৰণ" খন লেখি শেষ কৰিবৰ বাবে খুচি থাকে। শ্ৰীমান "জ্ঞানদাভিৰাম

(জে, বৰুৱা এস্কোৱাৰ বাৰ এট্‌-ল, প্ৰিন্সিপেল ল' কলেজ, এতিয়া অৱসৰ প্ৰাপ্ত) সাত আঠ বছৰৰ আগৰে পৰাই প্ৰতি চিঠিত, প্ৰতি পোষ্টকাৰ্ডত তেখেতক এই জীৱনী লেখিবলৈ সোঁৱৰণ কৰি দি থাকিবলৈ নেপাহৰিছিল। তাতে এটা কথা আহি পৰে, বেজবৰুৱাদেৱে বহুত দিনৰ আগেয়ে তেওঁৰ জীৱনীখন লেখি শেষ কৰি পেলালেহেঁতেন ; কেৱল ৺ ডাঙৰীয়া ভোলানাথ বৰুৱাৰ কথা প্ৰকাশ কৰিবলৈ অভিলাষ নকৰা বাবেহে তেওঁ জীৱনীখন লেখাৰ আধা বাটতে থমকি ৰ'ল। সেই বিষয়ে অনেক অপ্ৰিয় সত্য ওলোৱাৰ ভয়ত প্ৰকাশ নকৰিলো।

## বেজবৰুৱাৰ দেশপ্ৰেম

বেজবৰুৱাই নিজৰ দেশৰ পৰা দূৰদূৰান্তত থাকি কেতিয়াও নিজৰ মাতৃভূমিক নেপাহৰিছিল। আৰু এটা তেখেতৰ মহাগুণ আছিল ; যদিও তেখেতে বিদেশত বাস কৰিছিল তথাপি নিজৰ দেশ বুলি ভাবি সদায় সেই দেশবাসীৰ লগত মিলি-জুলি থাকিব পাৰিছিল। সেইবাবেই সেই দেশৰ মানুহৰ মাজত তেখেতৰ যথেষ্ট প্ৰতিপত্তিও আছিল।

বেহা-বেপাৰৰ কামত লিপ্ত থকা সত্ত্বেও নিজৰ দেশৰ ভাষাৰ উন্নতি, সামাজিক ৰীতি-নীতিৰ উৎকৰ্ষতা, অসমৰ ধৰ্ম্মৰ উন্নতি, গাৰ্হস্থ্যৰ উৎকৰ্ষতাৰ বিষয়ে সদায় চিন্তিবই লাগিছিল। অসমৰ পৰিধেয় কাপোৰ-কানি, অসমত স্ত্ৰীশিক্ষা এটাইবোৰ আলোচনাৰ সুবিষয় আছিল। প্ৰথমবাৰ কংগ্ৰেছলৈ যাওঁতে তেখেতে নিজৰ দেশীয় পাগুৰি পিন্ধি গৈছিল। কাপোৰ পিন্ধা প্ৰসঙ্গত মোৰ যি কথা মনত পৰিল তাকে লেখিলো। যেতিয়া ডিব্ৰুগড়ত ডাঙৰীয়া নৰিয়া অৱস্থাত শয্যাগত আছিল তেতিয়া অনেক অসমীয়া তিৰোতাই তেখেতক দেখা কৰিবলৈ আহিছিল। তেখেতে প্ৰায়েই তিৰোতা-সকলে ৰিহাখন এৰি সদায় মেখেলাখনৰ ওপৰত চাদৰখন গাত লৈ অহা দেখিছিল। এদিন বৰ বেজাৰেৰে আমাক কৈছিল—"ই আকৌ কি নতুন ফেচন হ'ল? আমি আগেয়ে দেখিছিলো তিৰোতাসকলে ৰিহাখন এৰি কেতিয়াও ফুৰিবলৈ নেযায়। নামঘৰ বা সভা-সমিতিত যেতিয়া বগা পাটৰ ৰিহা-মেখেলা যোৰ পিন্ধি বহে, মনত লাগে যেন বগা মালতীফুলবোৰহে কোনোবাই সজাই থৈছে॥ আৰু আজিকালিৰ তিৰোতাসকলে ৰিহাখন এৰি দি "কাঠোৰাৰী" তিৰোতাবিলাকৰ দৰে কাপোৰ পিন্ধিবলৈ লাগিল। পাছত ই বংশানুক্ৰমে পিছৰ পুৰুষত আচল অসমীয়া পোচাক ৰিহাখন কেৱে পিন্ধিবলৈকে নেজানিব। কিন্তু এই ৰিহাখনেই যে অসমীয়া পোচাকৰ শোভা, সৌন্দৰ্য্য আৰু দেখিবলৈ শুৱনি কৰে, তেওঁলোকে নবুজে।" আৰু

এষাৰি কথা কৈছিল—"আজিকালিৰ তিৰোতাবিলাকৰ কেৱল বঙা-চঙা জৰ্জ্জেট" কাপোৰৰ ওপৰত বৰ দৃষ্টি খুৰিলহে। জাপানী "খেলো," জৰ্জ্জেট, কাপোৰৰ উদ্ধাৰ কৰিবলৈ এওঁলোকে কাচি-পাৰি লাগিছে। নিজৰ হাতৰ তাঁতত বোৱা পাটৰ কাপোৰৰ কথা দিনে দিনে পাহৰি যাবলৈ ধৰিছে যেন। ডাঙৰীয়াই সদায়েই অসমীয়া শুৱাদিয়া বগা পাটৰ কাপোৰৰ কথা বৰ ডাঠকৈ আন দেশৰ মানুহৰ আগত কৈ আছিল।

## সৰুকালৰ কথা

মোৰ স্বামীৰ সৰুকালৰ কথাৰ বিষয়ে মই বেছি কিছু জানিবলৈ নেপাইছিলো; কিন্তু তেখেতৰ লেখাৰ টোকা পঢ়ি আৰু তেখেতৰ মুখৰ কথা বা আখ্যান শুনি যি পাইছিলো সেইয়েইহে মোৰ সম্বল। তাৰ উপৰিও তেখেতৰ ককাইদেৱেকসকলৰ পৰা আৰু মোৰ শাহুআইৰ ওচৰত বেজবৰুৱাৰ ক্ৰিয়াকলাপৰ কথা শুনি মোৰ মনত সেইবোৰৰ ৰ সাঁচ বৈ বৈ গৈছিল। এতিয়া মোৰ মনত লাগিছে যেন মই সকলোবোৰেই জানো।

মই মোৰ শাহুআইক তেখেতৰ নবাক ধেমালিকৈ কোৱা শুনিছিলো—'তোৰ আকৌ জন্মভূমি ক'ত আছে অ'? তইতো ব্ৰহ্মপুত্ৰৰ ওপৰত নাৱতহে উপজিছিলি?" বেজবৰুৱাদেৱৰ জন্মদিনত 'কোজাগৰ" পূৰ্ণিমা আৰু লক্ষ্মীপূজাৰ দিন আছিল। সেইদিনা কাতিমাহৰ সংক্ৰান্তি আৰু বৃহস্পতিবাৰ আছিল। বঙ্গদেশত সেইদিনাই কাতি সংক্ৰান্তিৰ কাত্তিক পূজাৰ দিন। তেতিয়া বেজবৰুৱাদেৱৰ পিতৃদেৱ ডাঙৰীয়া দীননাথ বেজবৰুৱা বদলি হৈ সপৰিয়ালে ব্ৰহ্মপুত্ৰ নৈয়েদি নাৱত নগাওঁৰ পৰা বৰপেটালৈ গৈছিল। বাটতে গধূলি বেলাত তেখেতৰ জন্ম হ'ল। মহাপুৰুষ জন্মাৰ উপযুক্ত দিনহে যেনিবা আছিল আৰু যেন দেৱতাসকলে গুণা-গথা কৰিহে তেখেতৰ জন্মদিনটো ঠিক কৰি দিছিল! সেইদিনৰ সেইআনন্দ ব্ৰহ্মপুত্ৰ নৈয়েও যেন উপভোগ কৰিলে।

মই আৰু শুনিছিলো বাল্যকালত বেজবৰুৱা দেৱৰ স্বাস্থ্য বৰ ভাল আছিল। তেওঁ যিমান হৃষ্ট-পুষ্ট আছিল, সিমান চঞ্চলো আছিল। সৰু-কালত তেওঁ নানা তৰহৰ অসমীয়া খেলত আৰু কামত পটু আছিল। তেখেতে তেখেতৰ জীৱন গৌৰৱণত লিখাৰ বাহিৰেও আৰু যিবিলাক পিচত লেখিব বুলি টুকি থৈ গৈছে, সেইবিলাক টোকাৰ পৰা মই কিছু লেখিবলৈ আগ বাঢ়িলোঁ।

শিৱসাগৰৰ ওচৰতে দিখো নৈ। বাল্যকালৰে পৰা বেজবৰুৱাই নিতৌ নৈত গা ধুবলৈ ভাল পাইছিল। মানুহ পাৰ কৰিবৰ নিমিত্তে

নৈৰ ঘাটত, সদায়, 'মাৰ-নাওঁ' আৰু আন আন বহুতো নাও থাকে। তেওঁ জাপ মাৰি নাৱঁত উঠি নাৱৰ পৰাই আকৌ পানীত পৰাটোৱেই বৰ আনন্দৰ আৰু হেপাহৰ অভ্যাস আছিল। সেইদৰে জাপ মাৰি পানীত পৰি সাতুৰি বৰ ভাল পাইছিল। তেওঁ অনেক ধৰণৰ সাঁতোৰৰ কথা মোক কোৱা মনত পৰে। তাৰ দুই এটাৰহে মোৰ মনত আছে, যেনে:—চিত সাঁতোৰ, ঘূৰ্ণিসাঁতোৰ, বুৰ সাঁতোৰ ইত্যাদি।

বোধকৰো এবাৰ ১৯০২ খৃঃত বাৰিষ্টাৰ এ, চৌধুৰী (তেতিয়া তেখেত 'চাৰ' হোৱা নাই) ডাঙৰীয়াই সপৰিয়ালে এখন ষ্টিম লঞ্চ লৈ গঙ্গাৰ ওপৰত ফুৰিবলৈ গৈছিল। (ষ্টিম লঞ্চখন চৌধুৰী ডাঙৰীয়াই গাৱঁৰ পানীৰ ওপৰত বেজবৰুৱা ডাঙৰীয়াৰ মাৰ্ফতে আনি লৈছিল)। তেওঁলোকৰ সৈতে মই আৰু মোৰ স্বামী গৈছিলোহঁক। তেতিয়া শ্ৰীমতী অৰুণা আইদেউ কেচুৱা আছিল। তাইৰ লগত আয়াজনীকো লৈ গৈছিলো। আগতে আয়াজনীৰ ঘৰ-বাৰী ডিব্ৰুগড়ত আছিল, পিচত তাই কলিকতালৈ আহি মোৰ লগত কাম কৰে। নাৱত কলিকতাৰ পৰা শ্ৰীৰামপুৰলৈ আহোতে প্ৰায় এঘাৰ বাজিল। তেওঁবিলাকে গঙ্গাত নামি গা ধুবলৈ ঠিক কৰিলে। বেজবৰুৱা ডাঙৰীয়াৰ অত্যন্ত ৰং লাগিল। তেখেতে চুৰিয়া এখন পিন্ধি তেতিয়াই ষ্টিমাৰৰ পৰা গঙ্গাৰ পানীত জাপ মাৰি পৰি সাঁতোৰ দিবলৈ ধৰিলে। মোৰ বাইদেউ প্ৰতিভা সুন্দৰী দেৱীয়ে দেখি ভয় খাইছিল। শেহত তেখেতক দেখি মিঃ চৌধুৰীয়েও সাঁতুৰিবৰ ইচ্ছাৰে গঙ্গাত নামিল। চৌধুৰীৰ অভ্যাস নথকাৰ বাবে এবাৰ কি দুবাৰ সাঁতোৰ দি পানীৰ পৰা উঠি আহিল। এখেতে কিন্তু সাঁতুৰি সাঁতুৰি গঙ্গাৰ সিপাৰলৈ গৈ আকৌ পাৰহে ইপাৰ উঠিলেহি। সকলোৱে দেখি আচৰিত হ'ল। কেৱল আচৰিত নহল আমাৰ আয়াজনী। তাই বাইদেউক ক'লে মাখোন—"মেম্ চাহেব। আমাৰ চাহেবতো ব্ৰহ্মপুত্ৰ সাঁতাৰীয়া লোক, ওকে কে পাৰবে!" শুনি সকলোৱে হাঁহিলে।

বাল্যকালত বৰ বৰ তেতেলী গছ, আঁমগছৰ ওপৰত বগাব পৰাটো তেখেতৰ অতি সহজ অভ্যাস আছিল। সেইকাৰণে যেতিয়া তেওঁৰ 'ৰবি ককা'ই কথা নগোৱাত পিতৃদেৱতাই মাৰিবলৈ খেদি গৈছিল, তেতিয়া তেওঁ মাখোন গছৰ ওপৰতে একমাত্ৰ আশ্ৰয় লৈ লুকাইছিলগৈ। শিৱসাগৰৰ ঘৰ-বাৰীৰ ভিতৰত এটা বৰ পুখুৰী আছিল। তাৰ কাষৰ এজোপা আম-গছৰ ঠাল-ঠেঙুলি গৈ পুখুৰীৰ ওপৰত পৰিছিলগৈ। সেই আমগছৰ ডালৰ ঠেঙুলিলৈকে বগাই গৈ ওপৰত থৰথৰকৈ বহি আছিল। তাকে দেখি দেউতাকৰ প্ৰাণত আতঙ্ক হৈছিল, যদিও তেখেতে বাহিৰত দেখুওৱা

নাছিল। মুখত প্ৰকাশ নকৰিলে কি হব? লৰা বেজবৰুৱাই কিন্তু সকলো বুজি পাইছিল। শেহত যেতিয়া সেউতাই "নেমাৰো বাৰু আছ" বুলি কথা দিছিল, তেতিয়া তেওঁ হাঁহি হাঁহি গছৰ পৰা নামি আহিল যেনিবা এখন মহাযুদ্ধত জিনিহে আহিছে।

বেজবৰুৱাই লৰাকালতেই গছৰ ওপৰত বগাই ফুৰি সদায় মিঠা, টেঙা সকলো ধৰণৰ ফলৰ পৰা ৰস পান কৰিছিল। সেই কাৰণে তেওঁ পিচত সাহিত্য বাৰীত মিঠা, টেঙা ৰস অইনকো বিলাব পাৰিছিল। তেতিয়া কিন্তু তেওঁৰ পকা, কেঁচা, মিঠা. টেঙা বেলেগ কৰিবৰ সময় আছিল। সেই সময়ত দিখৌ নৈৰ পাৰত এজোপা মিৰিকা টেঙাৰ গছ আছিল। নৈত সাঁতুৰিবলৈ গৈ নাৱৰ পৰা জাপ মাৰি নৈৰ পাৰত উঠিয়েই তেওঁৰ প্ৰথম কাম আছিল মিৰিকা টেঙা বগৰি আদি মুখলৈ সুমওৱা। আনক নজনাকৈ তেওঁ এইবোৰ কাম কৰিছিল; কাৰণ, আয়েকে শুনিলে সুদাই নেৰে। কঠালৰ দিনত ঘৰত কঠাল নাই বুলি শুনিলেই তেওঁ শ্ৰীনাথ ককাইদেৰেকক লগত লৈ তেতিয়াই কঠাল গছলৈ লৰ ধৰে। শ্ৰীনাথ আছিল তেখেতৰ ওপৰৰ ককাইদেৰেক। দুয়োৰে ভিতৰত অত্যন্ত মৰম চেনেহৰ ভাব আছিল আৰু প্ৰায়েই দুয়ো একেলগে ফুৰাচকাৰ লগ আছিল। এওঁ কাঁদনি বান্ধি তামোল গছত উঠি তামোল পৰাতো পাৰ্গত আছিল। ঘৰত কাম-বন নেথাকিলে এওঁ বাঁহনিৰ তললৈ গৈ তেতেলী আনি খাইছিল আৰু এনেদৰে গছৰ তলে তলে ফুৰি ফুৰিবলৈ বৰ ভাল পাইছিল। গছবোৰৰ লগত যেনিবা তেওঁৰ বৰ মিত্ৰতাহে আছিল। পিছত সকলো কামৰ অন্ত পৰিলে গছৰ ওপৰত বহি বাঁহী বজাবলৈ গৈছিল। এয়েই আছিল তেওঁৰ সৰু কালৰ লীলা খেলা।

# বেজবৰুৱা

ডক্টৰ বাণীকান্ত কাকতি

পণ্ডিতসকলে কোৱামতে আমাৰ পৃথিবীৰ চাৰিওফালে পাঁচ মাইল ব্যাপী বায়ুমণ্ডল এটি আছে। এই বায়ুমণ্ডলতেই সকলো প্ৰাণী বৰ্ত্তি আছে আৰু এই বায়ুমণ্ডলতেই সকলো প্ৰাণীকেই এডালি প্ৰাণসূতাৰে গাঁথি লৈ প্ৰাণৰ অখণ্ড সত্তাৰ উপলব্ধি কৰাত আমাক সহায় কৰিছে। সেইদৰে প্ৰত্যেক জীৱন্ত জাতি আৰু সমাজৰো সংঘবদ্ধ জীৱনৰ চাৰিওফালে বায়ুমণ্ডল এটি থাকে আৰু এই ভাবমণ্ডলৰ পৰিসৰেই সেই জাতি বা সমাজৰ মানসিক উন্নতিৰ ওখ চাপৰ অৱস্থা নিৰ্দ্দেশ কৰিছে। এই ভাবমণ্ডলেই প্ৰত্যেক ব্যক্তিকেই সমাজ বা জাতিৰ লগত একাত্মবোধ বা একত্ব অনুভূতিত সুবিধা আৰু প্ৰেৰণা দিয়ে। এই ভাবমণ্ডলৰ পৰিধি যিমানেই বহল, ই যি পৰিমাণে বহু ৰাগ-ৰঞ্জিত হৈ পৰে, সেই পৰিমাণে ই জাতীয় জীৱনৰ বহুধা-বিভক্ত বিকাশৰ সাক্ষীস্বৰূপ হৈ পৰে। বেলিমাৰ যায় কিন্তু গ্ৰহ-উপগ্ৰহই তাৰ প্ৰতিবিম্বৰেই বাটৰুৱাক পথ দেখুৱায়। কোনোবা জাতি পৃথিবীত নাইকিয়া হয়, কিন্তু তাৰ মানসিক বিকাশৰ জেউতি বা প্ৰতিবিম্বই পুৰুষানুক্ৰমে মানৱ সমাজক পোহৰ দি থাকে।

জাতীয় সাহিত্য এই ভাবমণ্ডলৰ প্ৰত্যক্ষ স্বৰূপ, জাতীয় সাহিত্যই যি পৰিমাণে বিকাশ লাভ কৰে, সেই পৰিমাণে আমি ব্যক্তি হিচাপে আৰু সমাজ বা জাতি হিচাপে জীৱনৰ গুৰুত্ব অনুভৱ কৰোঁ, সেই পৰিমাণে সংঘবদ্ধ জীৱনৰ সোৱাদ পাওঁ, সেই পৰিমাণে উমৈহতীয়া ভাবৰাশিত বৰ্ত্তি থকা বুলি সাধাৰণ উদ্দেশ্য আৰু সাধাৰণ প্ৰেৰণাৰ দ্বাৰা অনুপ্ৰাণিত হওঁ; জাতীয় জীৱন বিকাশত যিসকলে সহায় কৰি আহিছে, সেইসকলক বেলেগ বেলেগ যুগৰ আদৰ্শ অনুসাৰে ঋষি, কবি, দাৰ্শনিক, সাহিত্যিক আদি বিশেষণেৰে বিভূষিত কৰি লোকসমাজে চিৰকলীয়া শ্ৰদ্ধা দেখুৱাই আহিছে।

পাতিৰ খোজা এই পৰিষদৰ উদ্দেশ্য আজীৱন সাহিত্যসেৱাৰ ভিতৰেদি আমাৰ জাতীয় জীৱনৰ পৰিসৰ বঢ়োৱাত সহায় কৰা ভাৰত এজনৰ প্ৰতি যি শ্ৰদ্ধা গাইগোটা ভাবে আবদ্ধ আছিল, সেইটো সংঘ এখনৰ ভিতৰেদি প্ৰকাশ কৰাটো। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই পোৱা শতাব্দীতকৈ

বহুত বেছি কাল নিঃস্বাৰ্থভাৱে অসমীয়া সাহিত্য সেৱাত লাগি আছে। অসমৰ বুঢ়া, ল'ৰা সকলোকে তেওঁ হঁহুৱাইছে, সকলোকে আনন্দ দিছে। কৰ্ম্মপীড়িত জীৱনত অন্ততঃ এবাৰ অকপট হাঁহি এটি দিয়াৰ কাৰণেও সকলোৱে তেওঁৰ ওচৰত ধৰুৱা। তেখেতৰ সাহিত্যৰ বেলেগ বেলেগ লক্ষণ আৰু গুণাগুণ বিবেচনা এই পৰিষদে আগলৈ কৰিব, এই আৰম্ভণি ৰচনাত তেখেতৰ সাহিত্যৰ মোটামুটি লক্ষণ আৰু বৰ্ত্তমান অসমীয়া ভাষা আৰু সাহিত্যত তেওঁৰ কি ঠাই আৰু জাতীয় ভাৱমণ্ডলত তেওঁৰ কি দান সেইলৈ অতি চমুকৈ উনুকিওৱা হব।

কলিকতাৰ পৰা যোৱা শতিকাৰ শেষ ভাগত 'জোনাকী' কাকত উলিয়াই যিসকলে অসমীয়া জাতীয় চৈতন্য উদ্বোধনৰ চেষ্টা কৰিছিল, সেইসকলৰ ভিতৰত বেজবৰুৱা ডাঙৰীয়াও এজন। তেওঁৰ সহকৰ্মীসকলেও জোনাকী'ৰ আৰম্ভণি প্ৰভাৱৰ উদ্দীপনা লৈ নিজ দেশলৈ উভতি আহি নিজ নিজ শক্তি আৰু অৱসৰ অনুসাৰে অসমীয়া সাহিত্যৰ পুষ্টিসাধন কৰিবৰ চেষ্টা কৰিছিল। কিন্তু 'জোনাকী'ৰ অন্তৰ্নিহিত আদৰ্শ বেজবৰুৱা সাহিত্যত বাজে আন কাৰো সাহিত্যত ফটফটীয়াকৈ ফুটি ওলাব পৰা নাই। সেই আদৰ্শৰ পোহৰে তেওঁৰ জীৱনকো প্ৰভাৱান্বিত কৰিছিল আৰু তেওঁৰ সকলো ৰচনাতেই সেই প্ৰভাৱৰেই প্ৰতিবিম্ব পৰিছে আৰু এতিয়ালৈকেও সেই মাৰ নোযোৱা প্ৰভাৱেই বিকাশ দেখি আছোঁ।

বেজবৰুৱা ডাঙৰীয়া ওৰে জীৱন বিদেশত আছে। বৈবাহিক সূত্ৰেও তেওঁ বিদেশীৰ লগতে সংশ্লিষ্ট। ছাত্ৰাৱস্থাৰ পামৰণি পৰাৰ পৰাই তেওঁ ঘৰে বাহিৰে বিদেশীৰ ভাব আৰু বিদেশীৰ চলন-ফুৰণৰ মাজেদিয়েই ডাঙৰ দীঘল হয়। সাধাৰণ হিচাবে ইমান দিনে তেওঁৰ টিকনিকেই আমি দেখিবলৈ পাব নেলাগিছিল। অসমত থাকিও কিমানেই বংশাৱলী আঁকি বিদেশৰ পৰা অহা বুলি কৈ গৌৰব অনুভৱ কৰা দেখিছো।, কিন্তু বেজবৰুৱা ডাঙৰীয়া সকলো বিদেশী প্ৰভাৱৰ বিৰুদ্ধে চিৰবিদ্ৰোহী কৰিয়ে কৰৰ নিচিনা—My heart is in the High land wherever I go—বেজবৰুৱা ডাঙৰীয়া যতে থাকক তেওঁৰ হিয়া পৰি আছে অসমৰ হাবি-বননিৰ মাজত, তেওঁ বঙালীৰ সকলো মিঠাই খাই থাকিলেও তেওঁৰ জিভাৰ পানী পৰে এতিয়াও অসমীয়া কাহঁদী খাৱলিৰ সোঁৱৰণত। খোৱা-শোৱাৰ পৰা আৰম্ভ কৰি বাহিৰৰ চলন-ফুৰণলৈকে চকুৰ আগত যিমানই বিদেশী ভাব দেখিছে, তিমানেই তেওঁৰ অন্তৰাত্মাই নিজৰ দেশ, নিজৰ সমাজৰ প্ৰতি প্ৰবল ধাউতি দেখুৱাইছে। কাপোৰৰ নিচান যিমান বেগেৰেই আগলৈ নিয়া ইমাৰ আছুৰিৱ সনায় পাছ মুখেছে

খৰফৰায়। কলিকতাৰ পৰা আতৰাই নি সম্বলপুৰৰ হাবিত বেজবৰুৱাক মেলি দিয়া, তেওঁৰ মনটো কুৰুকি কুৰুকি ওচৰ চাপি আকৌ অসমৰ ফালেহে ঢাল খাব।

এই সুগভীৰ স্বদেশানুৰাগ, স্বদেশ-প্ৰীতি বেজবৰুৱা সাহিত্যৰ প্ৰত্যেকটো শব্দৰ ভিতৰেদি প্ৰকাশ পাইছে। তেওঁৰ সকলো ৰচনাৱলী এই স্বদেশানুৰাগৰ বোলেৰে বোলোৱা। তেওঁৰ হাঁহি-ধেমেলীয়া ৰচনাৰ পৰা আৰম্ভ কৰি শেহৰ ডোখৰৰ আধ্যাত্মিক ৰচনাৱলীলৈকে সকলোৰে ঐক্যসূত্ৰ এই স্বদেশানুৰাগ, এই স্বদেশপ্ৰীতিতেই। তেওঁৰ ভাব-ভাষা সকলো এই অনুৰাগৰেই অনুৱৰ্ত্তী। স্বদেশ প্ৰীতিয়ে বেজবৰুৱাৰ সাহিত্যৰ মূলমন্ত্ৰ। জাতীয় ভাবমণ্ডল সৃষ্টি কৰাত বেজবৰুৱাৰ শ্ৰেষ্ঠ দান, স্বদেশ-হিতৈষিতা আৰু স্বদেশৰ গৰিমা শৰীৰৰ প্ৰত্যেক টোপা তেজৰ সঞ্চাৰৰ লগতেই অনুভৱ কৰা। 'বুঢ়ী-আইৰ সাধু' 'ককা দেউতা আৰু নাতি ল'ৰা'ৰ পৰা আৰম্ভ কৰি 'সতী জয়মতী,' 'পদুম কুঁৱৰী' আদি বৰঞ্জীমূলক স্বদেশাত্মমূলক ঘটনাৱলীলৈ, মহাপুৰুষ শঙ্কৰ-মাধৱদেৱ আদিৰ চৰিতলৈকে বেজবৰুৱা সাহিত্যৰ প্ৰত্যেকটো বিষয়েই স্বদেশপ্ৰীতিৰ ৰসেৰে অভিষিক্ত। সৰুৰে পৰা যেনেকৈ বিদেশত আছে আৰু বিদেশীৰ মাজত চলন-ফুৰণ কৰিছে, ইচ্ছা কৰিলে তেখেতৰ দৰে সুশিক্ষিত আৰু প্ৰতিভাশীল লিখক-জনে ৰং-বেৰঙৰ চিত্ৰ থকা বিদেশী প্ৰণয় কাহিনী আৰু নোম-শিয়ঁৰি উঠা ঘটনাৱলীৰ সমাবেশ থকা চুটি গল্প আৰু উপন্যাস লিখি অসমীয়া পঢ়ুৱৈ সমাজক নচুৱাব পাৰিলেহেঁতেন। কিন্তু বেজবৰুৱাৰ লিখনিৰ পৰা ফুটি ওলায়, 'ডম্বৰুধৰৰ প্ৰেমালাপ,' 'জগৰা মণ্ডলৰ প্ৰেমাভিনয়' আৰু 'ভেমপুৰীয়া মৌজাদাৰৰ কীৰ্ত্তি।' অসমীয়া জীৱনৰ বাস্তৱিক আৰু সম্ভাব্য সকলো চিত্ৰই তেওঁৰ লিখনিত মূৰ্ত্তিমন্ত হৈ উঠিছে।

কৱিয়ে গাইছে—"অতিস্নেহঃ পাপশঙ্কী" যাৰ প্ৰতি অতিশয় মৰম, তাৰ গাত পাতল আঁচোৰ এটি লাগিলেও প্ৰেমিকৰ মনত সিয়েই ডাঙৰ ঘা যেন লাগে। অসমৰ প্ৰতি বেজবৰুৱাৰ ইমান গভীৰ স্নেহ বা ভক্তি যে অসমৰ গৌৰৱত কেনেবাকৈ বিদেশীয়ে ভুলে চুকেও হাত দিলে তেখেতে অসমীয়া কানিয়াৰ 'বিয়াগোম পখী'ৰ সাধু এৰি চাঁল তৰোৱাল লৈ ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰে।

বৰ্ত্তমান কুৰিশতিকাৰ আৰম্ভণি ডোখৰত অসমত থকা প্ৰবাসী কেতবোৰ বিদেশী মানুহে অসমীয়া ভাষা আৰু সমাজক প্ৰাদেশিক বিকৃত তাণ্ডৱণ বুলি ঘোষণা কৰি অসম বিজয় পতাকা উৰুৱাবলৈ চেষ্টা কৰে। এই জয় হুঙ্কাৰৰ প্ৰথম কুকলি উঠে ১৯০৭

চনৰ গৌৰীপুৰত বহা বঙ্গীয় সাহিত্য পৰিষদত। সভাপতি আছিল কটন কলেজৰ ভূতপূৰ্ব্ব অধ্যাপক (এতিয়া মহামহোপাধ্যায়) শ্ৰীযুত পদ্মনাথ বিদ্যাবিনোদ। "বাহী" নতুনকৈ ওলাইছে। আমি তেতিয়া ইংৰাজী স্কুলৰ তলৰ শ্ৰেণীত পঢ়ো। তৰ্ক-যুক্তি বেছিকৈ বুজিব নোৱাৰো। কিন্তু অসমীয়া গৌৰীপুৰত বঙালী পৰিষদ বুলি বেজবৰুৱাৰ পৰা ধাৰাবাহিক যি তিতা-মিঠা ৰস মিহলোৱা প্ৰবন্ধ কেতবোৰ ওলাইছিল তাৰ ভিতৰত বেজবৰুৱাৰ অফুৰন্ত হাস্যৰসৰ কথাবোৰে আমাৰ মনত আমোদ দিছিল আৰু হাস্যৰসৰ ধুমুহাকেই আমি যুক্তি তৰ্কতকৈও বেছি প্ৰবল যেন পাইছিলো। তাৰ ভিতৰত সভাপতিক লক্ষ্য কৰি কোৱা "বিদ্যাবিনোদ ভায়া" আদি কেতবোৰ কথা কলেজত পঢ়োতেও অধ্যাপক বিদ্যাবিনোদক দেখিলে মনত পৰিছিল। সেই যে বিদেশী প্ৰভাৱৰ বিৰুদ্ধে আত্মমৰ্য্যাদা জাগি উঠিল, তাৰ কোনত প্ৰবাসীয়ে আৰু বেছি দিনলৈ মূৰ দাঙিব নোৱাৰিলে। তাৰ পিছত কামাখ্যা পৰ্ব্বতত আৰু এবাৰ বঙ্গীয় সাহিত্য পৰিষদ বহিছিল। তাৰ পিচতে আৰু অসমৰ পৰা ইয়াৰ তিৰোধান। অলপ দিনৰ আগতেই ধুবুৰীত যি অসমীয়া সাহিত্য সভা বহিছিল, তাত বেজবৰুৱা স্বয়ং উপস্থিত আছিল আৰু তেওঁ যিখন বক্তৃতা পঢ়িছিল তাত আগৰ আত্মমৰ্য্যাদাৰ ওপৰত অসহিষ্ণু ভাব ফিৰিঙতিৰ দৰে ছিটিকি পৰিছিল। গোৱালপাৰাৰ পৰা "আৱাহন" পত্ৰিকা ওলোৱাৰ লগে লগে প্ৰবাসীৰ ভাষাৰ ফালৰ পৰা অসম বিজয় চেষ্টাৰ ভৰ পৰিল বুলিব লাগে আৰু বেজবৰুৱাৰ ইমান কালব্যাপী চেষ্টা ফলৱতী হ'ল।

ভাষাৰ ফালৰ পৰা নোৱাৰি প্ৰবাসীয়ে নতুন ছিদ্ৰ বিচাৰিব ধৰিলে আৰু আগেয়ে যি কল্পল নামনি অসমত আৰম্ভ আছিল তাৰ গুটি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ছাটিয়াই দিলে। এইবাৰৰ ঘোষণা হ'ল অসমৰ বৈষ্ণৱ ধৰ্ম্ম বঙ্গদেশীয় চৈতন্যদেৱৰ বৈষ্ণৱ মতৰেই এটা নিজ ভাৱৰ উদ্গীৰণ। শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য নহলেও অদ্বৈতাচাৰ্য্যৰ শিষ্য হবই লাগিব, যদিও বা শঙ্কৰদেৱ নহয়, দামোদৰদেৱ চৈতন্যদেৱৰ শিষ্য হবই লাগিব আৰু বঙ্গদেশীয় পূজা-পাতলো তেওঁৰ অভিপ্ৰেত হবই লাগিব। বিদেশী সমাজনীতি, বিদেশী সাধনাৰ প্ৰতি অসমীয়াৰ যি বিৰাগ, মোৱামৰীয়াসকলে গাব তেজেৰে বুৰঞ্জীত লিখি গৈছে। বেজবৰুৱা আকৌ ৰণক্ষেত্ৰত, আকৌ অসমীয়া ৰীতিনীতিৰ বিশুদ্ধতা প্ৰতিপন্ন কৰিবলৈ লাগি গ'ল। আমাৰ জাতীয় সাধনা, নীতি যে লোকৰ এধাপকা ভাবৰ উদ্গীৰণ নহয়, আমাৰ জাতীয় চৰিত্ৰৰ লগত খাপখোৱা আৰু লোকৰ সামাজিক নীতিতকৈ যে আমাৰ সামাজিক নীতি উন্নত নহলেও

হীন নহয়, এইবোৰ নানান যুক্তি, নানান তৰ্ক, নানান শাস্ত্ৰৰ আলোচনাৰে তেওঁ প্ৰতিপন্ন কৰিলে। এইবোৰ তৰ্কৰ ফলস্বৰূপে আধুনিক প্ৰণালীৰে মহাপুৰুষসকলৰ চৰিত্ৰ ৰচনা আৰু সমসাময়িক আচাৰ নীতিৰ উল্লেখ থকা পুৰণি অসমীয়া সাহিত্যৰ আলোচনাৰ সূচনা কৰিলে বেজবৰুৱা ডাঙৰীয়াই। কেইবৰছমান আগতেই ডিব্ৰুগড়ৰ পৰা ওলোৱা "অসম প্ৰদীপিকা" বোলা কাকতখনৰ অন্তৰ্দ্ধানৰ লগে লগে অসমীয়া সমাজ আৰু ধৰ্ম্মনীতিৰ ওপৰত প্ৰবাসীৰ গুপ্ত আক্ৰমণৰ অধ্যায়ৰ শেষ পৰিল বুলিব পাৰি।

বেজবৰুৱা সাহিত্যৰ এইবোৰ বিশিষ্ট ৰূপ (Aspects) পৰিষদৰ বিশেষ বিশেষ অধিবেশনত আলোচনাৰ যোগ্য হলেও ইয়াত সাধাৰণ ভাৱে উনুকিওৱা হ'ল; এইটো বহলকৈ দেখুৱাবলৈ যে বেজবৰুৱাৰ অখণ্ড স্বদেশ প্ৰীতি অসমৰ গৌৰৱ টুটোৱা সকলো আক্ৰমণৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠে। এইবোৰ বিষয়ত তেওঁৰ প্ৰতিদ্বন্দ্বী নিজৰ লগত ভাল হলেও বহুত সময়ত তেওঁ কঠুৱা আৰু নিষ্ঠুৰ বাক্য প্ৰয়োগ নকৰি নেৰে।

বেজবৰুৱা সাহিত্যৰ ঐক্যসূত্ৰ বুজিব নোৱাৰি বহুত সময়ত লোকে তেওঁক সঙ্কীৰ্ণতা দোষত দোষী কৰিব খোজে। কিন্তু প্ৰকৃত সমালোচনাৰ ৰীতি হৈছে প্ৰত্যেক ৰচনাকেই সাহিত্যৰ ফালৰ পৰা গাইগোটা হিচাপে গুণাগুণ বিচাৰ কৰি আটাইবোৰ ৰচনাৰেই সমষ্টিগতভাৱে মূল সূত্ৰ বিচাৰ কৰাটো। জাগ্ৰত স্বদেশ প্ৰীতি বহুত সময়ত সীমা পাৰহৈ যাব পাৰে, কিন্তু ইয়াক সঙ্কীৰ্ণ বোলে কোনে? বেজবৰুৱা সাহিত্য জাগ্ৰত স্বদেশানুৰাগৰ জ্বলন্ত চানেকি।

বেজবৰুৱা ডাঙৰীয়াৰ দ্বিতীয় ডাঙৰ দান তেওঁৰ ভাষা। জাতীয় ভাষা নহলে জাতীয় সাহিত্য পুষ্টি নহয়। বৰ্ত্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত সাহিত্যিক ৰচনাৰীতি (Literary style) আন ঠাইত অতি বিৰল। নিভাঁজ অসমীয়া থকুৱা শব্দ, উপযুক্ত ঠাইত উপযুক্ত ভাবৰ বাহন স্বৰূপে ব্যৱহাৰ কৰিলে তাৰ যে কি মধুৰ ঝঙ্কাৰ, কি প্ৰকাশিকা শক্তি, কি ধ্বনি, তাৰ উদাহৰণ 'বুঢ়ী আইৰ সাধু', 'ককাদেউতা আৰু নাতি ল'ৰা'। অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে। ডাক্তৰ জন্‌ছনে ইংৰাজী লিখক এডিশ্যনৰ ৰচনা পদ্ধতি প্ৰশংসা কৰি কৈছিল যে যিসকলে নিভাঁজ প্ৰাঞ্জল অথচ সৰল ইংৰাজী লিখিব খোজে, সেইসকলে আগেয়ে এডিশ্যনৰ ৰচনাৱলী ভালকৈ পঢ়ি লব। অসমত নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লেখকক কব খোজো বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি সবিশেষ মন

নিদিয়াকৈ অসমীয়া লেখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা।

বেজবৰুৱা ডাঙৰীয়াৰ তৃতীয় ডাঙৰ দান অসমীয়া সাহিত্যত হাস্যৰসৰ অৱতাৰণা। প্ৰকৃত হাস্যৰস সাহিত্যিক্ষেত্ৰত এনে বিৰল আৰু ইয়াৰ প্ৰকাশো এনে জটিল যে মৌলিক প্ৰতিভা নহলে কোনো গ্ৰন্থকাৰেই ইয়াৰ যথাযোগ্য ব্যৱহাৰ কৰিব নোৱাৰে। বেজবৰুৱা সাহিত্যৰ হাস্যৰসৰ বিশিষ্টতা ইয়াত আলোচনা নকৰি মুঠতে এইটো সন্দেহ নোহোৱাকৈ কব পাৰি যে, যি ৰসৰ গুণত গধুৰ ভাবেও আমনি নলগোৱাকৈ মনত সোমাব পাৰে; যি ৰসৰ গুণে পঢ়াৰ ভাগৰকো তৃপ্তিত পৰিণত কৰে, যি ৰসে সাহিত্যৰ প্ৰত্যেক ৰসকেই সীমাপাৰ হৈ অধিক দোষত আমনি লগোৱা হব নিদিয়ে সেই হাস্যৰসে বেজবৰুৱা সাহিত্যৰ প্ৰত্যেক শাখীকেই সজীৱ কৰি ৰাখিছে।

জাগ্ৰত স্বদেশানুৰাগ, অপূৰ্ব্ব ৰচনা পদ্ধতি আৰু প্ৰকৃত হাস্যৰস এই তিনিটা উপাদান লৈ বেজবৰুৱাৰ প্ৰতিভাই আধুনিক সাহিত্যৰ সকলো বিভাগতেই বিকাশ লাভ কৰিছে। গীত, নাট, কবিতা, বুঢ়ীআইৰ সাধু, চুটি গল্প, উপন্যাস, চৰিত্ৰ ৰচনা কোনো বিভাগকেই তেওঁৰ প্ৰতিভাই পৰশ নকৰাকৈ এৰা নাই। কোন বিভাগত তেওঁৰ সৰ্ব্বতোমুখী প্ৰতিভা কিমান প্ৰকাশ পাইছে, সেইবোৰ আলোচনা আগলৈ হব। কিন্তু অসমীয়া সাহিত্যৰ বৰ্ত্তমান অৱস্থাত যে তেওঁ আটাইবোৰ বিভাগতেই আমাক বিশুদ্ধ আনন্দ দিব পৰা ৰচনা দিছে, সেইটো স্বীকাৰ কৰিবই লাগিব।

সামৰণিত এইটো কওঁ যে সাহিত্য ভাবৰ ধ্বনি আৰু প্ৰতিধ্বনি মাথোন। আৰু জাতীয় সাহিত্যও জাতীয় ভাবৰ ধ্বনি আৰু প্ৰতিধ্বনিহে। জাতীয় জীৱনে যিমান দিন জাতীয় ভাবৰ প্ৰতিধ্বনি কৰিব পাৰে তিমান দিনেই ই বাচি থাকে। বেজবৰুৱা সাহিত্যত যি ভাবৰ প্ৰেৰণা আছে ই যাতে আমাৰ জাতীয় জীৱনৰ প্ৰতিধ্বনি দিব পাৰে সেই বিষয়ে চেষ্টা কৰাটোহে বৰ্ত্তমান পৰিষদৰ মধ্য উদ্দেশ্য হোৱা উচিত।

## বেজবৰুৱাৰ বিশেষত্ব

৺পদ্মনাথ গোঁহাঞি বৰুৱা।

৺লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মতে বিশেষত্ব। কিয়নো, তেওঁ উপজি 'ভূমিস্থ' হোৱা নাই, 'জলস্থ' হে হৈছিল; অৰ্থাৎ, লক্ষ্মীনাথৰ পিতৃদেৱতা ৺দীননাথ বেজবৰুৱা মুনচুফ্ যেতিয়া নগাওঁৰ পৰা বদলি হৈ বৰপেটালৈ নৌ যাত্ৰা কৰি আছে, তেতিয়া লুইতৰ বুকুত নাৱৰ গৰ্ভতে লক্ষ্মীনাথৰ জন্ম হয়। তাৰে লগৰীয়া আৰু এটা বিশেষত্ব এই যে, যদ্যপি গোটেই কৰ্ম্মজীৱন বেজবৰুৱা লক্ষ্মীনাথে জন্মভূমিৰ পৰা দূৰ-দূৰৈ আন প্ৰাদেশিক ভূমিত কটালে, তথাপি, 'চৰণে জানে মৰণৰ ঠাই' এই নীতি অনুসৰি, ৺লক্ষ্মীনাথে তেওঁৰ লুইতীয়া নশ্বৰ দেহা লুইতৰ বালিতে লগ পোৱালেহি।

## বেজবৰুৱাৰ উদাৰ দৃষ্টি

### ( প্ৰকৃত বিচাৰ )

৺ হলীৰাম ডেকা।

সম্পাদক ডাঙৰীয়াৰ মোৰ প্ৰতি অনুৰোধ আছিল "বেজবৰুৱাৰ সাহিত্যাত হাস্যৰস"ৰ প্ৰবন্ধ লিখিবলৈ। বিষয়টো যদিও লোভনীয়, হাতত আৱশ্যকীয় সাজ-সৰঞ্জাম নথকাত মই সম্প্ৰতি অইন এটা বিষয়লৈ খাউতি মেলিলো। আৰু এটা কথা, অসমীয়া পাঠক সমাজে দুই এটা বিষয়ত অলপমান অপ্ৰিয় মত পালেই অতিষ্ঠ হৈ উঠে, কাকতে পত্ৰই হৈ-চৈ কৰে।

বহুত সময়ত লিখকক গাৰ বলেৰে লিখিত মত প্ৰত্যাহাৰ কৰায়। ইত্যাদি বোৰ কাৰণত স্বাধীন মত বহুত সময়ত টেপাখাই থাকে। কব খোজা নাই যে বেজবৰুৱা ডাঙৰীয়াৰ হাস্যৰস সমালোচনাত মই কাকো জোকাই তুলিম; কিন্তু তথাপি স্বাধীন সমালোচনাৰ ক্ষেত্ৰ গঢ়ি তুলিবলৈ ধৈৰ্য্য আৰু সহিষ্ণুতাৰ অনুশীলন কৰিবলৈ তেখেতৰ পুণ্য নামত দেশবাসীক সাদৰে আহ্বান কৰোঁ।

১৯২৪ চনৰ ডিচেম্বৰ মাহৰ এদিন পুৱা হাওৰা ষ্টেচনত গৈ বৈ আছিলো— বেজবৰুৱা ডাঙৰীয়া আহিব, তেখেতক আমি সাৰ্দৰে আনিম। দ্বিতীয় শ্ৰেণীৰ গাৰী এখনৰ পৰা কোট-পেণ্ট পৰিহিত আধাপকা কেঁকোৰা চুলিৰে সৈতে ভদ্ৰলোক এজন নামিল, আমাক ভালৰি বোলাবলৈ খেছি মিছি হাঁহিৰ অপব্যয় নকৰি আমাৰ উদ্দেশ্য বুজিব পাৰি ধৰা দিলে আৰু আবেলি আমাৰ মেলত যোগ দিব বুলি আশ্বাস দি বিজয় ৰথ খুজিলে। এ. এচ. এল ক্লাবৰ জৰিয়তে এই আদৰণি সভা পতা হৈছিল আৰু তেতিয়া মই সম্পাদক থকাত দলৰ আগত হবলৈ মোৰ এটা সুবিধা মিলিছিল যদিও মোৰ যোগ্যতা সম্বন্ধে মোৰ জনা আছিল বুলিয়ে স্বৰ্গীয় বন্ধু লক্ষ্মীধৰ শৰ্ম্মাক নেতৃত্ব কৰিবলৈ দিছিলো আৰু তেখেতেই বেল ষ্টেচনৰ পৰা বেজবৰুৱা দেৱক তেখেতৰ শহুৰেকৰ ঘৰলৈ লৈ গ'ল।

ইযাৰ আগোয়ে মই বেজবৰুৱা দেৱক দেখা নাছিলো। ছাত্ৰ সন্মিলনৰ সভাপতি ৰূপে লোৱা ফটো ইয়াৰ আগতে মোৰ চকুগোচৰ হৈছিল আৰু অনুমান কৰিছিলো যে এইবাৰো তেনেকৈয়েই আলোৱান লোৱা আহহীয়া ভদ্ৰলোক এজনকে দেখিম। তাতে তেতিয়াও অসহযোগ আন্দোলনৰ শেষৰ সোঁটি যাব খোজা বুলি কব নোৱাৰি। স্বাধীন ভদ্ৰলোক বোৰৰ প্ৰায় খদ্দৰৰ সাজ-পাৰ আছিল আৰু স্বৰ্গীয় দেশবন্ধু দাসইতক তেতিয়া ফটুৱা চোলা পিন্ধি সভাই সমিতিয়ে বক্তৃতা দিয়া দেখিছিলো। অসমৰ সাহিত্যক্ষেত্ৰৰ অগ্ৰগণী, জাতীয়তাৰ উপাসক স্বাধীন ব্যৱসায়ী বেজবৰুৱা দেৱক খদ্দৰৰ সাজত নেদেখি মনতে অলপ ক্ষুণ্ণ বোধ কৰিলো। কিন্তু মনৰ দুখ মনতে মাৰ নিয়ালো।

তাৰ পিছত ১৯৩৩ নে ৩৪ চনত তেখেতৰ জোঁৱায়েক আমাৰ সহপাঠী বন্ধু শ্ৰীযুত ৰোহিণীকুমাৰ বৰুৱাৰ ঘৰত তেখেতৰে সৈতে দেখা। সেই দেখা অকল দেখাই নহয়, সম্যক পৰিচয় আৰু কিঞ্চিৎ আলাপ। তেখেতৰ স্বাস্থ্যৰ ওপৰেদি দহ বছৰত ভালৰিনি পৰিবৰ্ত্তন হৈ গৈছে, অবিশ্ৰান্ত লিখকৰ তেতিয়া লেখনী শ্ৰান্ত। ভাব ধৰ্ম্ম-প্ৰৱণ আৰু কাৰ বৈৰাগ্যৰ অভিমুখে, মুখত প্ৰগাঢ় শান্তি আৰু প্ৰফুল্লতা। ইয়াতে পাঠক সকলক কৈ থোৱা উচিত

যে মই সৰু কালৰে পৰা বেজবৰুৱা ডাঙৰীয়াৰ Serious writing বা ভাব-গধূৰ লিখাবোৰ যেনে ভাল পাইছিলো মোৰ সমনীয়া আৰু সহপাঠী সকলৰ আনন্দ আৰু অনুমোদন দেখিও তেখেতৰ হাস্যৰস পূৰ্ণ লেখা বোৰলৈ তেনে ভক্তি পৰায়ণ হব পৰা নাছিলো । তেখেতৰ লগত চাক্ষুষ পৰিচয় হোৱাতো মোৰ এই ধাৰণাই দৃঢ় হ'ল যে "কাকতৰ টোপোলা"ৰ প্ৰণেতা তেখেতৰ সম্বন্ধীয়া ভাই ককাইহে হব, তেখেত নিজে নহয় । "কৃপাবৰ বৰুৱা" তেখেতৰ ব্যৱহাৰিক মানস সৃষ্টি, তেখেত নিজে ভালেখিনি দূৰত । স্বৰ্গীয় আগৰৱালাদেৱৰ সৌজন্যত "বাঁহী" সংক্ৰান্ত কাম কৰা দিনত বেজবৰুৱা দেৱৰ কৃষ্ণ-প্ৰেম সম্বন্ধীয় প্ৰবন্ধবোৰ হাতত পৰিলেই ভাবিছিলো,— এটা কটাকটি নাই, অনৰ্গল লিখি যায়, এনে স্বচ্ছ হৃদয় দাপোণখন, এনে অমৃতস্ৰাৱী লিখনী ক'ত পালে এখেতে ?" তেখেতৰ লগত দেখা হোৱাত প্ৰতীয়মান হ'ল যে সাধনাত সিদ্ধিলাভ কৰা এজন মহন্ত পুৰুষ ।

আমাৰ আলোচনা অৱশ্যে কোনো ধৰ্ম্ম আদি সম্বন্ধে হোৱা নাছিল । আলোচনা হৈছিল সেই সময়ত মই ছদ্মনামত লিখা "আৱাহন"ত প্ৰকাশ হোৱা কোনো এটা বিশেষ প্ৰবন্ধ মালা সম্বন্ধে । তেখেতে অতি পুত্ৰ বৎসল সুৰত কৈছিল—"চোৱা বোপা, বহুত যুঁজিলোঁ, ভালে বেয়াই বহুত লিখিলো, যি বেয়া কৰিলো তাৰ বাবে অনুতাপ কৰিছিলো, কিন্তু তোমাক কৈ যাওঁ,— সমালোচনা কৰা, চকুত আঙুলি দি দোষ দেখুওৱা, কিন্তু কাৰো প্ৰতি অসূয়া ( Ill will শব্দ তেখেতে প্ৰয়োগ কৰিছিল ) নেৰাখিবা । দ্বেষ বা হিংসাত তোমাৰ বিচাৰ শক্তি নিস্তেজ হৈ যায় । " এই কথাখিনি ইমান মৰমসনা সুৰত কৈছিল যে আজিও তাৰ এটা শব্দও মোৰ মানস পটত মলিন হোৱা নাই । ইয়াতেই তেখেতৰ অন্তৰৰ লগত মোৰ পৰিচয় ।

আৰু দুই-তিনি বছৰ পাৰহৈ গ'ল । অন্যতম বন্ধু শ্ৰীমান শৰৎ কুমাৰ দত্ত বেৰিষ্টাৰ (এতিয়া আৰ্ল ল কলেজৰ অধ্যক্ষ) আৰু বাঁহীৰ বৰ্ত্তমান সম্পাদক শ্ৰীমান মাধৱ চন্দ্ৰ বেজবৰুৱা আদি ডেকা বন্ধু সকলৰ উদ্যমত গঢ়ি উঠা কলিকতাত "আসাম ক্লাব"ৰ তেতিয়া সুদিন । লোৱাৰ চাৰ্কুলাৰ ৰোডৰ পৰিষ্কাৰ ঘৰ এটাত সৰু চোতাল এখনিৰে সৈতে ক্লাব-ঘৰ । গধূলি খেল ধেমালি । কেতিয়াবা গীত, লঘু ভোজন আদিৰো আয়োজন চলিছিল । এনে এটি দিনতে তেখেতৰ মধ্যমা কন্যা শ্ৰদ্ধেয়া শ্ৰীযুক্তা বন্না বৰুৱাৰে সৈতে বেজবৰুৱা ডাঙৰীয়াই ক্লাব ঘৰত পদাৰ্পণ কৰিছিল । সিদিনা মোৰ বিশ্বাস, খোৱা-লোৱাৰ একো আয়োজন নাছিল । কিবা কৈ হাৰমোনিয়াম এটা তাত দেখিছিলো, বোধহয় কোনোবা সভ্যই ধাৰলৈ দিয়া । শ্ৰীযুক্তা বৰুৱা সু-গায়িকা ৰূপে খ্যাতি আছে আৰু তেখেতক দেখিয়ে ক্লাব ঘৰত উপস্থিত

থকা ভালেমান বন্ধুৱে হাৰমোণিয়াম আগত দি গান গাবলৈ অনুৰোধ কৰিলে। য'ত গান গাবলৈ অনুৰোধ কৰিলে সেই কোঠালীটো সৰু, বেছি মানুহ তাত নধৰে। বেজবৰুৱা ডাঙৰীয়া ভাব ভিতৰত সোমাবলৈকে পোৱা নাই। ডেকা সকলৰ উৎকণ্ঠা আৰু আগ্ৰহ দেখি তেখেতে হাঁহিলে। শ্ৰীযুক্তা বৰুবাই সুগায়িকা সুলভ আপত্তি তুলি ক'লে—"বহুত দিন অসমীয়া গান অভ্যাস কৰা নাই।" মই বেজবৰুৱা ডাঙৰীয়াৰ পিছৰ পৰ্'ই ক'লো—"বঙ্গালী হলেও চলিব, আমি সৰ্ব্বভুক, Cosmopolitan"; বেজবৰুৱাই মোলৈ প্ৰসন্ন মুখখন ঘূৰাই কলে,—"ঠিক কৈছা, মহো Cosmopolitan, কিন্তু দুখৰ বিষয় ইয়াকে বহুতে নুবুজিলে।" শেষৰ কথাফাকিত তেখেতৰ জীৱনত লুকাই থকা অসন্তোষ এটা হমুনিয়াহৰ ভিতৰেদি ব্যক্ত কৰিলে—মোৰ এনে যেন লাগিল। আজিও মোৰ নিজৰ ভিতৰতে অনুসন্ধিৎসা জাগি উঠে—সচাঁকৈ আমি তেখেতক উদাৰ বুলি, Cosmopolitan বুলি নিচিনিলোনেকি? অকল বুদ্ধিৰ বেদীত, মানসিক কাঢ়ণতৰ বেদীত অৰ্ঘ্য দিয়েই তেখেতৰ অতৃপ্ত আত্মাক বিদায় দিলো নেকি?

যিমানে তেখেতৰ স্বৰ্গগত আত্মাৰ কথা ভাবোঁ, সিমানে সন্দেহ বাঢ়ে, ক'ৰবাত অবিচাৰ কৰিলোনেকি? ১৯২৪ চনত প্ৰথম কোট-পেণ্টে সৈতে দেখাত মোৰ মনৰ খোকোজা আজি তেখেতৰ সাৰ্ব্বজনীন উদাৰ ভাবৰ ওচৰত অতি খৰ্ব্ব হৈ যায়। দেৱতাৰ বিগ্ৰহত মাটিৰ আৱৰণতে দৃষ্টি আবদ্ধ থাকিল, ভিতৰলৈ চাবৰ শক্তি নহল? পণ্ডিত জৱহৰলালক ইউৰোপত বিদেশী সাজ-পাৰ পিন্ধা সম্বন্ধে প্ৰশ্ন কৰি বাতৰি কাকতৰ সংবাদ দাতাই যি অসন্তোষজনক সমিধান পালে, বেজবৰুৱা ডাঙৰীয়াৰ সূত্ৰ অৱধাৰণ কৰা হলে বোধহয় এনে আভুৱা উত্তৰ দিব নালাগিলহেঁতেন। দেশ, প্ৰদেশ আমাক লাগে সচাঁ, কিন্তু তাৰ ওপৰতো নিজৰ উৎকৰ্ষ সাধন কৰা, মনৰ পৰিধি বহলোৱাহে উদাৰ পন্থা। বেজবৰুৱা ডাঙৰীয়াৰ চৰিত্ৰত এই মহৎ ভাবৰ নিদৰ্শন বিৰল নহয়। আধুনিক অসমীয়া ভাষাৰ তেখেত মুখীয়াল এই কথা সৰ্ব্ববাদী সন্মত। বঙলা ভাষাৰ প্ৰাধান্য খণ্ডনত যুক্তি আৰু তৰ্কেৰে অবিশ্ৰান্ত যুদ্ধ কৰি কৃতিত্ব লাভ কৰাত তেখেতৰ স্থান অদ্বিতীয়—নাট্যকাৰ, কবি, হাস্যৰসিক সকলো বিষয়তে অসমত তেখেতৰ প্ৰতিভা অপ্ৰতিদ্বন্দী বুলি একবাক্যে স্বীকাৰ কৰিছো; কিন্তু ইমানতো তেখেতৰ অসন্তোষ কিহত? তেখেতে বঙালীৰ ঘৰত বিয়া কৰাইছিল বুলি, ঘৰত বঙালী ভাষাৰ প্ৰচলন চলিছিল বুলি কোনোৱে তেখেতৰ প্ৰতি অবিচাৰ কৰিছিল নেকি? কৰিব পাৰে। কিন্তু তেখেতসকলে এবাৰ বুজিবে নিজৰ মনোভাব পৰীক্ষা কৰি নাচালে কিয়? বেজবৰুৱাৰ নিচিনাকৈ শুদ্ধ অসমীয়া ভাষা কেই-

জনে লিখিছিল বা লিখে,—শুধ অসমীয়া কথাছবি কেইজনে আঁকিছিল বা আঁকে, দেশৰ গৌৰৱত গৌৰৱান্বিত বোধ কৰিবলৈ, দেশৰ ভাষাৰ লুপ্ত গৌৰৱ ফিৰাই আনিবলৈ বিদেশত থাকি কেইজনে এনেকৈ প্ৰাণ পাত কৰে, আৰু তেখেতৰ ভাষাত—"হাড় কেদাল নিজদেশত পেলাবলৈ কেইজনে এনেকৈ উৎকণ্ঠা প্ৰকাশ কৰে? ইমানতো কাৰোবাৰ সন্দেহৰ থল থাকিবনে যে তেখেতৰ স্বদেশ প্ৰীতি কৃত্ৰিম আৰু আমাৰ বোৰাহে "মোহৰ মৰা"? তেখেতৰ জাতীয়তা ঘৃণাৰ যেবাৰে যেৰা ঠেক জাতীযতা নহয়, বিশ্বৰ জাতীয়তা। বিয়া বা সাময়িক মাত কথা ক্ষণস্থায়ী, মানুহজনৰ ভিতৰ খনেই তেওঁৰ প্ৰকৃত পৰিচয়। কবীন্দ্ৰ ৰবীন্দ্ৰ নাথ ঠাকুৰৰ পূৰ্ব্বপুৰুষ অসমীয়া বুলি এটা কথা উঠাত আৰু তেখেতৰ বঙালী উপাসিকা এগৰাকীয়ে তেখেতৰ এই কথাৰ সত্যতা সম্বন্ধে প্ৰশ্ন কৰি পঠিওৱাত ৰবীন্দ্ৰনাথ ঠাকুৰে যি সমিধান দি চিঠি দিলে সেই চিঠিৰ সমালোচনা কৰি বেজবৰুৱা ডাঙৰীয়াই যি এটি দুটি প্ৰবন্ধ লিখিছিল, তাতেই তেখেতৰ প্ৰাদেশিকতা সম্বন্ধীয় ধাৰণাৰ প্ৰকৃত পৰিচয় ভালকৈ পোৱা যায়। ঠাকুৰৰ মত যেনে উদাৰ আৰু মহান, বেজবৰুৱা ডাঙৰীয়াৰো তেনে তেজাল আৰু প্ৰশস্ত।

বেজবৰুৱাৰ স্পষ্ট 'চৰিত্ৰ' বোৰৰ পৰা মানৱ ধৰ্ম্ম তেখেতৰ মনত কেনেকৈ শিপাইছিল তাৰ গম পোৱা যায়। তেখেতৰ অপৰূপ সৃষ্টি ডালিমী আৰু তাইৰ বাপেকৰ চৰিত্ৰতে কি গভীৰ সহানুভূতি ঢালি দিছে তাৰ আভাস পাৰ, কিন্তু সেইবোৰলৈ হাত নেমেলি তেখেতৰ জীৱন সোঁৱৰণলৈ আঙুলিয়ালে মানুহ জনৰ প্ৰকৃত পৰিচয় পোৱা যায়। নিজৰ বিষয়ে এনে অহঙ্কাৰ শূন্য, এনে অকপট লিখা কেইখন আত্মজীৱনীত আমি পঢ়িবলৈ পাইছো? তেখেতে পদে পদে ভয় কৰিছিল—কিজানি কাৰবাক আঘাত দিয়া হয়, কিজানি অজ্ঞাতে কাৰো প্ৰতি অবিচাৰ কৰা হয়। মোৰ বিষয়ে মানুহে নাজানক সিও ভাল, কিন্তু মোৰ প্ৰতি কোনে কি অন্যায় অবিচাৰ কৰিলে তাক মোৰ জনোৱাৰ সকাম নাই--এই ভাবেৰে যেন তেওঁ আটাইবোৰ কাহিনী লিখিলে। পৰিতাপৰ বিষয় সিও অসম্পূৰ্ণ থাকিল। (উদ্যোগী বন্ধু শ্ৰীমান মাধৱ বেজবৰুৱাক ইয়াৰ যোগেৰে অনুৰোধ কৰিব পাৰোনে যে এই সিচঁৰিত হৈ থকা জীৱন সোঁৱৰণ প্ৰবন্ধবোৰ এঠাইত লগলগাই ছপাই উলিয়াব?) লোকৰ প্ৰতি এনে সজীৱ সহানুভূতি কেইজনৰ থাকে? অন্তৰৰ বিশালতাৰ ই এটা অপূৰ্ব্ব নিদৰ্শন। ইমানতো আমি তেখেতৰ প্ৰকৃত পৰিচয় নাপাওঁনে?

# অসম গৌৰৱ ৺বেজবৰুৱা ডাঙৰীয়াৰ পুণ্য স্মৃতিত মনত পৰা কথা

৺আনন্দ চন্দ্ৰ আগৰৱালা

আঢ়ৈ কুৰি বছৰৰ আগৰ কথা। ১৮১০ শকাব্দৰ মাঘ মাহত কলিকতা মহানগৰীৰ পৰা "জোনাকী" কাকত ওলায়। তেতিয়ালৈকে অসমীয়া ভাষাত আধুনিক ধৰণৰ কোনো গানৰ পুথি প্ৰকাশিত হোৱা নাই। বঙালী যাত্ৰাৰ বা কলিকতীয়া থিয়েটাৰৰ বা "ব্ৰহ্মসঙ্গীত"ৰ ২।৪ টা বঙলা গান গাই মনৰ হেপাহ পলুৱাইছিল। সেই সময়ত স্বৰ্গীয় সখোদৰ নবা বি, এল, ডাঙৰীয়াই তেজপুৰত ওকালতি আৰম্ভ কৰিছিল। তেখেতে অসমীয়া গানৰ বৰকৈ অভাব অনুভৱ কৰি "গান" নামে এটি সুন্দৰ প্ৰবন্ধ লিখি "জোনাকী" কাকতলৈ পঠায়। ১৮১০ শকাব্দৰ ফাগুন মাহৰ দ্বিতীয় সংখ্যাৰ "জোনাকী"ত সেই প্ৰবন্ধ প্ৰকাশিত হয়। তেখেতৰ "গান" নামৰ প্ৰবন্ধ পিচৰ শকৰ কাতি মাহৰ ১০ম সংখ্যা "জোনাকী"ত ওলায়। আমি তেতিয়া তেজপুৰ হাইস্কুলৰ ছাত্ৰ। আমাৰ সহপাঠীসকলৰ এটা দল আছিল। সেইদলৰ ভিতৰত নবীন চন্দ্ৰ বৰদলৈ, কৃষ্ণ প্ৰসাদ আগৰৱালা, ব্ৰহ্মানন্দ বৰকাকতী, ৰাধাকান্ত বৰকাকতী আদি কেইবাজনো উদ্যোগী ছাত্ৰ আছিল। ৺শৰৎ চন্দ্ৰ চক্ৰবৰ্ত্তী বঙালী হলেও আমাৰ দলৰ ভিতৰত আছিল। তেওঁ সুন্দৰকৈ অসমীয়া ক'ব আৰু লিখিব পাৰিছিল আৰু সকলো বিষয়তে অসমীয়াৰ লগত শাৰী পূৰাইছিল। ৺বৰা ডাঙৰীয়াৰ প্ৰবন্ধ দুটা পঢ়ি আমাৰ মনলৈ এনেকুৱা এটা উদ্দীপনা আহিল যে আমি তেতিয়াই অসমীয়া ভাষাত কিছুমান ধৰ্ম্মবিষয়ক আধুনিক ধৰণৰ গান লিখি এখন পুথি প্ৰকাশ কৰিবলৈ সংকল্প কৰিলো। আমাৰ দলৰ সকলোটিয়েই এই কামত হাত দিলো। বঙলা "ব্ৰহ্মসঙ্গীত"ৰ পৰা কিছুমান গান অসমীয়ালৈ অনুবাদ কৰি আৰু ২।৪ টা গান নতুনকৈ ৰচি পুথিখনৰ নাম "ধৰ্ম্মসঙ্গীত" দি ছপাই উলিওৱা হ'ল। আমাৰ নগৰীয়া বন্ধু শৰৎচন্দ্ৰ চক্ৰবৰ্ত্তীক পুথিখনৰ প্ৰকাশক কৰা হ'ল। যি সময়ত এই পুথি প্ৰকাশিত হয়, তেতিয়া তেজপুৰত ৺ভাব লোণাৰীৰ এটা গানৰ দল আছিল।

তেওঁ আছিল সেই দলৰ ওস্তাদ। তেওঁ সুন্দৰকৈ বেহেলা বজাব আৰু গান গাব পাৰিছিল। কিন্তু তেওঁ যিবিলাক গান গাইছিল বা "চুকুৰীৰ" হতুৱাই গোৱাইছিল, সেই গানবিলাকক "গাহান" বুলিছিল। মণিপুৰৰ আৰু দেবগাওঁৰ নাটিনীবিলাকেও এইফালে আহি বঙলা গান গাই নাচ-বাগ কৰিছিল। "বৰগীত" সত্ৰবিলাকত আৱদ্ধ আছিল। সৰ্ব্বসাধাৰণে, আনকি আগলৈ উঠি অহা ল'ৰা-ছোৱালীয়েও, বঙালী যাত্ৰা চাই বঙলা গান গাবলৈ অভ্যাস কৰিছিল। আধুনিক ধৰণৰ অসমীয়া গান অসমত নোহোৱাৰ নিচিনা আছিল। হাটে-বজাৰে, বাটে-ঘাটে, অসমীয়া মানুহৰ মুখত অশুদ্ধ বঙলা গান শুনা হৈছিল। তেজপুৰৰ কৈৱৰ্ত্ত ডেকাই গোৱা শুনিছিলোঁ,—"পঞ্চবটী বনে, দুষ্ট দশাননে হৰি নিলে সীতা জনম দুঃখিনী।" আকৌ ভাৱনা ধৰতো কোনো বহুৱাই গোৱা শুনিছিলোঁ,—"আইসৰে আই বাপু ঝাড়ুৱালা"—ইত্যাদি। এনেকুৱা দিনত "ধৰ্ম্মসঙ্গীত" প্ৰকাশিত হয়। প্ৰথমতে এখন "ধৰ্ম্মসঙ্গীত" তেতিয়াৰ "জোনাকী"ৰ সম্পাদক স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়ালৈ উপহাৰ স্বৰূপে পঠোৱা হয়। তেওঁ সেই পুথিখন পাই যি মন্তব্য কৰিছিল, সি ১৮১৩ শকৰ চ'ত মাহৰ "জোনাকী"ত প্ৰকাশিত হৈছিল। তলত তাক তুলি দিয়া হ'ল:—

"ধৰ্ম্মসঙ্গীত" পুথিখন কেইজনমান ছাত্ৰৰ দ্বাৰা অসমীয়া ভাষাত ৰচিত আৰু সংগৃহীত। প্ৰকাশক—শ্ৰীশৰৎচন্দ্ৰ চক্ৰৱৰ্ত্তী, তেজপুৰ। বেচ ।৵০ অনা মাথোন। এই পুথিখন পাই যে আমি কিমান সন্তোষ পাইছো তাক কৈ অঁটাব নোৱাৰো। স্কুল দিয়েক পঢ়াশালিৰ ছাত্ৰৰ এনে সৎ আৰু গুৰুতৰ কাৰ্য্যত উদ্যম আৰু পুৰুষাৰ্থ দেখি আমি সঁচাসঁচিকৈয়ে বৰ ৰং পাইছোঁ। বৰ্ত্তমান কালৰ উপযোগী ধৰ্ম্মসঙ্গীত পুথি অসমত নাছিল; সেই অভাৱৰ এতিলমানো যে এই সঙ্গীত পুথিয়ে নুপূৰাব আমি এনে কথা কেতিয়াও কব নোৱাৰোঁ। ধৰ্ম্মসঙ্গীতৰ গানবিলাক পঢ়িলে ৰচোঁতাসকলৰ অন্তৰটো কেনে নিকা, শুচি আৰু ওখ তাক হেলাতে বুজিব পাৰি। হায়! এনে নিৰ্ম্মল অন্তৰত মলি নপৰাকৈ বাৰেওটি কাল থাকিব নে? পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰো যেন থাকে। আমি বেছ জানো যে বহুতে "এই স্কুলীয়া লৰা কেইটাই কিখন লিখিছে," এইবুলি ধৰ্ম্মসঙ্গীতক উৰাই দিব; কিন্তু আশা কৰোঁ আমাৰ বন্ধু ছাত্ৰৰ গ্ৰন্থকাৰসকলে তাত যেন নিৰুৎসাহ নহয়। ইঁহাই দাঁত উলিয়াই আঁতৰৰ পৰা হাঁহিয়েই থাকিব, কাম কৰাই তালৈ কটীয়াকৈ নেচাই কৰ্ত্তব্য কাম কৰি গৈ থাকিব। পঢ়াশালিৰ ছাত্ৰৰ কাৰ্য্য উপলুওৱাৰ পাত্ৰ বুলি যাৰ সংস্কাৰ আছে, সিনো নেহাঁহি কি কৰিব? সিতো নেজানে যে আজিৰ ছাত্ৰ কাইলৈ দেশৰ

গণ্যমান্য মানুহ ; আৰু আজিৰ ছাত্ৰৰ হিয়াৰ গজালি কাইলৈ গণ্যমান্য মানুহৰ হিয়াৰ প্ৰকাণ্ড বৰগছ। সিতো নেজানে যে পৃথিৱীৰ সকলো ডাঙৰ ডাঙৰ কাৰ্য্যৰ গুৰিতে ছাত্ৰ। সিতো নেজানে যে ইটালীৰ উদ্ধাৰৰ মূলত ছাত্ৰ, জাৰ্ম্মান সাম্ৰাজ্যৰ মূলত ছাত্ৰ। সিতো নেজানে যে তিনটি পাঠশালিৰ ছাত্ৰ জগৎজোৰা মেঠ-দিষ্ট খৃষ্টান ধৰ্ম্মৰ গুৰি। বাস্তৱিকতে নির্ভাঁজ অন্তৰ, নিপানী উচ্ছাহ, নেৰেপোৰা মন যদি কাৰবাৰ আছে, তেন্তে সি সৰস্বতী আইৰ মন্দিৰৰ সেৱক শুদ্ধ সত্ব পাঠশালীয়া ছাত্ৰসকলৰ। এই আইৰ সেৱা এৰিলে বুলিলেই মানুহ সংসাৰৰ নানাবিধ দৈত্য-দানৱৰ লগত পৰি সেই সেই অৱস্থা পায়। হেজাৰৰ মাজত ক'ৰবাত এটা দুটাহে সেইবিলাকৰ হাতৰ পৰা সাৰিব পাৰে। সেই দেখিহে আমাৰ পাঠশালিৰ বন্ধুসকলক পাঠশালি এৰি যোৱা দেখিলে আমাৰ মুখ শুকায়। এইবিলাক যি হওক, ধৰ্ম্মসঙ্গীতৰ কথা কোৱা যাওক। ইয়াত ১৪১ টা গীত আছে। অধিক খিনি গীতৰ ছন্দ আদিত নানা দোষ আছে। আমাৰ যদিও সুৰ আৰু তালৰ বৰ বোধ নাই, তথাপি আমি যতদূৰ বুজিছোঁ, ভালেমান গানৰ সুৰ ঠিক হোৱা নাই যেন লাগিল। কিন্তু এইটোও নেপাহৰো যে ছাত্ৰ-সকলৰ ই প্ৰথম উদ্যম। ঠায়ে ঠায়ে দুটা এটা বৰ্ণাশুদ্ধি দোষ আছে যদিও ই অধিকখিনি অসমীয়া পুথিতকৈ সেই পাকে শুদ্ধ। দ্বিতীয় সংস্কৰণত আৰু ভাল হব বুলি আশা কৰা হৈছে। সকলোৱে ধৰ্ম্মসঙ্গীতৰ আদৰ কৰি লেখকসকলক উৎসাহ দিয়া উচিত।"

"ধৰ্ম্মসঙ্গীত"ৰ মাই লিখোতা ৺কৃষ্ণপ্ৰসাদ আগৰৱালা আৰু ৺নবীনচন্দ্ৰ বৰদলৈ। কৃষ্ণপ্ৰসাদ সৰুৰে পৰাই বৰ ঈশ্বৰ পৰায়ণ, সত্যনিষ্ঠ আৰু নিৰ্ভীক আছিল। নবীনচন্দ্ৰও সৰুৰে পৰাই স্বদেশ-প্ৰেমিক, সাহীয়াল আৰু কৰ্ত্তব্যপৰায়ণ আছিল। কৃষ্ণপ্ৰসাদৰ গদ্য আৰু পদ্য প্ৰবন্ধ "জোনাকী" আৰু "বিজুলী" কাকতত ওলাইছিল। অকালত নমৰা হলে তেওঁ এটি দেশৰ বন্ধু হ'লহেঁতেন।

কলিকতাৰ অ'ল্ড বৈঠকখানা দ্বিতীয় লেনৰ ৩৪।১ নং ঘৰত ৺বেজবৰুৱা ডাঙৰীয়াৰ লগত থাকি পঢ়োঁতে তেখেতে মোক ক্ষিতীন্দ্ৰ নাথ ঠাকুৰৰ লগত বোলপুৰৰ শান্তিনিকেতনৰ উৎসৱ চাবলৈ পঠাইছিল। শান্তিনিকেতনত এদিন এৰাতি থাকি তাৰ উৎসৱ চাই আহি মই যিটো প্ৰবন্ধ লিখিছিলো সেইটো "জোনাকী"ত প্ৰকাশিত হৈছিল। ৺বেজবৰুৱা ডাঙৰীয়াৰ পুণ্য স্মৃতিত তেওঁলৈ মনত পৰি তেওঁৰ উদ্দেশ্যে ভক্তিৰ অৰ্ঘ্য আৰু শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰি এই কথাখিনি লিখিলোঁ। যিমান দিন মই কলিকতাত তেওঁৰ লগত আছিলো সিমান দিন মই তেওঁৰ সোদৰোপম স্নেহ আৰু সদুপদেশ

# দুটোপা চকুলো

## পুৰণি স্মৃতি

লক্ষ্মীধৰ শৰ্ম্মা

(দেশপ্ৰাণ ৺লক্ষ্মীধৰ শৰ্ম্মাৰ "জীৱন স্মৃতি" নামৰ হাতেলিখা পুথিৰ "ভেলেট খুৰৰ দৌৰাত্ম্য" নামৰ প্ৰথম প্ৰবন্ধৰ পৰা এই ছোৱা ৺লক্ষ্মীধৰৰ ভতিজাক শ্ৰীযুত জীৱনচন্দ্ৰ বৰুৱাৰ পৰা "বাঁহী"ৰ কাৰণে আচুতীয়াকৈ পোৱা)।

শ্ৰদ্ধেয় বেজবৰুৱা ডাঙৰীয়াৰ নামৰ লগত সৰুৰে পৰা আন দৰে মোৰ পৰিচয় থাকিলেও মই প্ৰথমতে ১৯১৬ চনত অসম ছাত্ৰ সন্মিলনৰ প্ৰথম সভাপতি ৰূপে গুৱাহাটীত দেখোঁ। তেতিয়া মই কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত। সভা-সমিতিৰ বিশেষ মোল নুবুজিলেও অসম ছাত্ৰ সন্মিলনৰ সকলো কাৰ্য্যতে মই যথাসাধ্যে যোগ দিছিলোঁ। স্বৰ্গীয় সত্যনাথ বৰা ডাঙৰীয়াৰ চ'ৰাত বহা বিষয় বাছনি সভাৰ দৃশ্যটো আজিলৈকে মোৰ চকুৰ আগত জিলিকি আছে, সম্ভৱতঃ মোৰ জীৱনত এনে আলোচনা এয়ে প্ৰথম বুলি। শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়া সপৰিয়ালে আহিব বুলি জানি ছাত্ৰসকল কিছু চঞ্চল হৈ উঠিছিল কাৰণ তেতিয়াৰ অসমীয়া ছাত্ৰ বিশেষকৈ গুৱাহাটীত পঢ়া ছাত্ৰই মনীষীসকলৰ লগত ব্যৱহাৰৰ বিষয়ে নিজৰ অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ সাহ নকৰাটো এটা স্বাভাৱিক কথা। কটন কলেজৰ বৰ্ত্তমান অসমীয়া সাহিত্যৰ অধ্যাপক শ্ৰীযুক্ত দিবাকৰ

---

পাইছিলো। কলিকতাৰ পৰা আহি শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত যি এবছৰ শিক্ষকৰ কাম কৰিছিলোঁ তেতিয়া তেখেতৰ পিতৃ দেৱতা ৺দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ পৰা পিতৃতুল্য স্নেহ আৰু আশীৰ্ব্বাদ পাইছিলো।

গোস্বামীদেৱো সেইবাৰ কটন কলেজত পঢ়িবলৈ আহিছিল । তেখেতৰ সৰল অমায়িক ব্যৱহাৰত মই মুগ্ধ হৈছিলোঁ আৰু আমাৰ মাজত এটা বন্ধুত্বৰ ভাব গঢ়ি উঠিছিল । মই জনাত ভিতৰত মোৰ বন্ধুৰ দলত কেৱল তেখেতেই দাড়ি খুৰাইছিল আৰু দাড়ি খুৰোৱা সৰমামো তেখেতৰ আছিল । শ্ৰীযুক্ত বেজবৰুৱা ডাঙৰীয়াৰ সপৰিয়ালে আগমনৰ বাৰ্ত্তা শুনি মই দাড়ি খুৰাই অলপ পৰিষ্কাৰ হৈ লওঁ বুলি ভাবিছিলোঁ আৰু দৰাচলতে যদিও একেবাৰে আৱশ্যক আছিল তথাপি এই কাম সেই মহৎ কাৰ্য্যৰ আলমতে জয় জয়তে মোৰ জীৱনত ঘটিল । সেই বছৰ ছাত্ৰ সন্মিলন অসমীয়া ছাত্ৰ আৰু অসমীয়া জাতিৰ জীৱনতে এটা লেখত লবলগীয়া ঘটনা । বেজবৰুৱা ডাঙৰীয়াৰ অভিভাষণত সকলো মুগ্ধ হৈছিল আৰু তেখেতৰ কন্যাসকলৰ সৌন্দৰ্য্য, ৰুচিকৰ অসমীয়া সিংখাপৰ সাজ আৰু বেশভূষা আদিয়েও সকলোৰে মুগ্ধ কৰিছিল । মোকো অসম ছাত্ৰ সন্মিলনৰ প্ৰথম বছৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্য নিৰ্ব্বাচিত কৰে । সভা হৈ যোৱাৰ দিন-দিয়েকৰ পিচত এদিন সভামণ্ডপৰ ওচৰত ফটো লোৱাৰ কাৰণে দিহা কৰা হৈছে । চন্দ্ৰ দাদাই (৺চন্দ্ৰনাথ শৰ্ম্মা) মোক যাবলৈ কলে কোৱাত মই গলোঁ । সেইবাৰ মই প্ৰৱেশিকা পৰীক্ষাত ২০ টকীয়া বৃত্তি এটা লবলৈ পাৰিছিলোঁ । তেখেতে বেজবৰুৱা ডাঙৰীয়াৰ লগত সেই কথা উল্লেখ কৰি মোক চিনাকি কৰি দিলে ।

বেজবৰুৱা ডাঙৰীয়াই বেচ, ভাল, শুনি ভাল পালো, ভালকৈ পঢ়িবা বুলি কৈ খলে ।

তাৰ আঠ বছৰৰ পিচত অসম সাহিত্য সভাই শ্ৰীযুক্ত বেজবৰুৱা ডাঙৰীয়াক উক্ত সভাৰ গুৱাহাটী অধিবেশনত সভাপতি মনোনীত কৰে । তেখেতৰ সুন্দৰ অভিভাষণ তেখেতে শ্ৰীযুক্ত যতীন্দ্ৰনাথ দুৱৰালৈ ছপাবৰ কাৰণে পঠাই দিয়ে । সেই সময়ত দুৱৰাৰ লগত মোৰ প্ৰগাঢ় বন্ধুত্ব, যি বন্ধুত্বই আজিও আমাৰ দুয়োৰে হিয়া ভৰি আছে । এই ছপা কাৰ্য্যত মই তেখেতক সাহায্য কৰোঁ । সেইবাৰ মই এম, এ পৰীক্ষা দি পাচ কৰিছোঁ আৰু '২৫ চনৰ জানুৱাৰীত আইনৰ প্ৰথম পৰীক্ষা দিম বুলি আলচি পেছিলোঁ । প্ৰথমতে সভালৈ নাযাওঁ বুলিয়েই ভাবিছিলো, শেষত লোভ সামৰিব নোৱাৰিলোঁ । এখন অ, ভা, উ, সা, সভা নকৈ স্থাপিত কৰি তাৰ পৰা প্ৰতিনিধি হৈ ললোঁ । বেজবৰুৱা ডাঙৰীয়াক হাওৰাত সম্বৰ্দ্ধনা কৰিলোঁহঁক আৰু তেখেতৰ লগতে শ্ৰীযুক্ত গঙ্গাপ্ৰসাদ বৰুৱা, শ্ৰীযুক্ত দুৱৰা প্ৰমুখ্যে কেইবাজনমান মানুহেৰে অসমলৈ যাত্ৰা কৰিলোঁ । বেজবৰুৱা ডাঙৰীয়াৰ লগত শ্ৰীযুক্তা ৰত্নাৱলী বৰুৱা বি, এ ও গৈছিল । তেতিয়া তেখেতে দ্বিতীয় বাৰ্ষিক

শ্ৰেণীত পৰিচিছিল যেন লাগে। বেজবৰুৱা ডাঙৰীয়াৰ লগত এইবাৰ মোৰ ঘনিষ্ঠ আলাপ হয়। মই গৈ গুৱাহাটীত ডা: শ্ৰীযুক্ত হেমচন্দ্ৰ বৰুৱা এম, এ (মোৰ মামা)ৰ ঘৰত উঠোঁগৈ আৰু তেওঁলোকে মি: জে, বৰুৱাৰ ঘৰত আলহী হৈ থাকেগৈ। সেইবাৰেই বোধকৰোঁ শ্ৰীমান মাখন (শ্ৰীযুক্ত কৰুণাধৰ বৰুৱা) আৰু শ্ৰীমান কণমইনা (শ্ৰীযুক্ত গিৰিজাধৰ বৰুৱা)ৰ লগত মোৰ প্ৰথম বন্ধুত্ব স্থাপিত হয় যদিও আগেয়ে তেওঁলোকক মই দেখিছিলোঁ। এই দুটি অসমীয়া ডেকাৰ হৃদয়ৰ মাধুৰ্য্যই মোক বৰকৈ মুগ্ধ কৰিছিল আৰু আজিও সেই বন্ধুত্ব উজ্জ্বল হৈ আছে। গুৱাহাটীত থকা দিনকেইটা পৰম আনন্দত অতিবাহিত হ'ল। তাৰ পিচত বেজবৰুৱা ডাঙৰীয়াৰ লগতে কলিকতালৈ উভতি আহোঁতে তেখেতসকলৰ লগত বাৰিষ্টাৰ শ্ৰীযুক্ত নিৰ্ম্মলচন্দ্ৰ চাটাৰ্জী মহোদয় তেখেতৰ মাকক লৈ অসমৰ পৰা আহিছিল। এই বাৰিষ্টাৰ গৰাকিৰ ঘৰ হৰিশ মুখাৰ্জী ৰোডত আৰু তেখেতে অসমত কাম কৰা ৰায় বাহাদুৰ বাবু দেবেন্দ্ৰ চন্দ্ৰ মুখাৰ্জীৰ কন্যাক বিয়া কৰাইছে। গাড়ীত এখেতসকলৰ লগত ৰং ধেমালি কৰি অহাৰ কথা আজিও মনত আছে। তাৰ পিচত বেজবৰুৱা ডাঙৰীয়াৰ লগত আৰু দুবাৰ নে এবাৰ সাক্ষাৎ হৈছিল। এই নিঃকিন অসমীয়া ছাত্ৰটিয়ে যে তেখেতৰ হিয়াৰ অকণমান ঠাই দখল কৰি ধন্য হব পাৰিছিল ; নহলে ১৯২৬ চনত তেখেতৰ ঘৰলৈ যোৱাটো কেতিয়াও হৈ নুঠিলহেঁতেন।

ৰাতিপুৱা ঝাৰ্‌চিগুড়াত গাড়ী বদলি কৰি ৭॥ মান বজাত সম্বলপুৰ ষ্টেচন পালোগৈ আৰু ৰেলৰ দুৱাৰ মুখেদি চাই পঠিয়াই দেখো স্বয়ং বেজবৰুৱা ডাঙৰীয়া ষ্টেচনত হাজিৰ। মই লৰালৰিকৈ নামি তেখেতক নমস্কাৰ জনাই গাড়ীৰ কাৰণে ইফালে সিফালে চাওঁতে তেখেতে "গাড়ী আনিছোঁ, তাতে মালবস্তু তুলি দিয়া" বুলি ক'লে। এইবোৰ ঠাইত গৰুৰ গাড়ী ব্যৱহৃত হয়, তেখেতৰো সুন্দৰ গৰু এহালীৰে এখন গাড়ী আছিল, তাতে তেখেতে ষ্টেচনলৈ আহিছিল। মনৰ আনন্দত তেখেতৰ লগত কথা পাতি তেখেতৰ ঘৰ পালোঁগৈ। মহানদীৰ পাৰত সুন্দৰ এটা খেৰৰ বঙলা। সমুখত এখন ফুলনি বাগিচা। তেতিয়া ঘৰত তেখেতৰ তিনিও গৰাকী ছোৱালী আছিল। শ্ৰীযুক্তা অৰুণা দেবীক ১৯১৬ চনত এবাৰ আৰু তেখেতৰ বিয়াত এবাৰ মাত্ৰ দেখিছিলোঁ। তেখেতৰ লগত আলাপ আছিল। শ্ৰীযুক্তা দীপিকা দেবী আৰু শ্ৰীযুক্তা ৰত্নাৱলী দেবীৰ লগত আলাপ আছিল। মিচেচ্ বেজবৰুৱা আৰু শ্ৰীযুক্তা অৰুণা দেবীৰ লগত পৰিচিত হৈ বৰ ৰং পালোঁ। আগদিনা ৰাতি নিৰাহাৰ। গতিকে শীঘ্ৰে খোৱাৰ ধবৰ ললোঁ। এটা প্ৰকাণ্ড কেক্ আৰু চাহ আহিল। দেখোঁতে

দেখোঁতে কথা-বতৰাৰ মাজেদি কেক্‌টোৰ এভাগ শেষ হৈ গ'ল। তেওঁ আৰু তাক প্ৰস্তুত কৰাৰ মহিমাতে এনে হবলৈ পালে। আইদেউসকলে নিশ্চয় মোক ৰাক্ষস বুলি ভাবিছিল। কোনোৱে কোনোৱে কয় তিৰোতা মানুহে সৰহকৈ খোৱা মুনিহ মানুহ ভাল পায়। তেওঁলোকসকলে সঁচাকৈয়ে মোক তেনে ভাবিছিল নে নাই নেজানো ; কিন্তু মুখেৰে তেখেতসকলে মোৰ আহাৰৰ পৰিমাণৰ বিষয়ে আনন্দহে প্ৰকাশ কৰিলে।

মোৰ কাৰণে এটা ৰুম আৰু এটা বাথৰুম ঠিক কৰি থোৱা আছিল। মোৰ বিছনা-পত্ৰ পৰা হৈছেনে নাই চাবলৈ সোমাই গৈ, মই চুটকেছৰ পৰা গোল্ড ফ্লেকৰ টিনটো আৰু ডিয়েচলাইটো উলিয়াই টেবুলৰ ওপৰত থওঁতে, বেজবৰুৱা ডাঙৰীয়াই সোমাই আহি চিগাৰেটৰ টিন দেখি মই চিগাৰেট খাওঁ নেকি সুধিলে। মই মুৰ লজুওৱা দেখি "মোকলো ইমান পুৰণি ধৰণৰ পাইছানে ? হোৱা" বুলি তেখেতৰ চিগাৰেট এটা বাহিৰ কৰি মোক দিলে। এই আতিথেয়তাত মই মুগ্ধ হৈ গ'লোঁ। তেখেতে নিজে চিগাৰেট নাখায়, চিগাৰ খায়। কিবা কাৰণত তেখেতৰ আলমাৰি এটাত চৈট একুচ্ প্ৰেচৰ টিন্ দুটা আছিল। কোৱা বাহুল্য সি আমাৰ ভোগতে লাগিল।

মিচেচ বেজবৰুৱাৰ স্নেহত মই একেবাৰে বশ হৈ গলো। এই বশীকৰণ আৰু সুদৃঢ় হৈ উঠিল তেখেতৰ পূৰ্ব ভাৰতবাসী প্ৰখ্যাত ৰন্ধনৰ গুণত। সেই কেইদিন যেন অমৃতহে ভুঞ্জা হ'ল। আবেলি বেডমিন্টন, তাৰ পিচত মহানদীৰ পিলে পিলে ভ্ৰমণ। ৰাতি ক্লাবত ব্ৰীজ। অৱসৰ প্ৰাপ্ত চৰজজ প্ৰভৃতিৰ লগত সমানে চিগাৰেট খাই ফুৰ্ত্তি কৰি তাচখেলাৰ কথা আজিও পাহৰা নাই। কেতিয়াবা গান। কেতিয়াবা অকলৈ ভ্ৰমণ। বেজবৰুৱা ডাঙৰীয়াৰ লগত নানা বিষয়ে অফুৰন্ত আলোচনা। মুঠতে অতিথি-সেৱা-পৰায়ণ, মাৰ্জ্জিত-ৰুচি এই শিক্ষিত পৰিয়ালৰ মাজত সেই কেইদিন পৰম সুখত কটালো। চাওতাল ডেকেৰী বিলাকৰ কলৰ প্ৰতি হেঁপাহ দেখি মই আচৰিত হৈছিলোঁ।

সিহঁতে কামলৈ যাওঁতে জুৰ বান্ধি বেজবৰুৱা ডাঙৰীয়াৰ গেটৰ ওচৰত কল খুজি ৰৈ থাকে। আৰু কল পালেই হাঁহি হাঁহি মুৰত পিন্ধি গুচি যায়, কেতিয়াবা একো আমাৰ গানত সিহঁতৰ আনন্দ প্ৰকাশ হৈ পৰে। সম্বল-পুৰত যুৱগী চৰাই বলি দিয়া এখন ডাঙৰ দেৱী দেৱালয়ো দেখিছিলোঁ।

ইমান সুখ মোৰ কপালত সহা নহল। কিবা কুগ্ৰহৰ ফেৰত মোৰ পুৰণি-কলীয়া ৰূপ খুৰৰন বৈ গোবিন্দৰ ভেলেট খুৰ এখন আৰু ব্লেড এক বাণ্ডিল লৈ সম্বলপুৰলৈ যাত্ৰা কৰিছিলো। ভেলেট খুৰত তেতিয়া ব্লেড এখন লগোৱা আছিল। তাক কেনেকৈ সোলোকাব লাগে নেইকথা চক্ৰ-

ব্যূহৰ পৰা অভিমন্যু ওলাব নজনাৰ দৰেই মই জনা নাছিলোঁ। প্ৰথম দিন নিৰ্ব্বিঘ্নে খুৰালোঁ। দ্বিতীয় দিন অলপ টনাটনি কৰাত নোলোৱাত কোনোমতে কাম চলালোঁ। তৃতীয় আৰু চতুৰ্থ দিন বিশেষ পৰিশ্ৰম কৰিও পুৰণি ব্লেড উলিয়াব নোৱাৰি টুপ কৰি কাম চলালোঁ। পঞ্চম দিনা দাড়ি দেখা হ'ল; অথচ ব্লেডো উলিয়াব নোৱাৰি পৰিশ্ৰমত ঘামিজামি হাবাশাস্তি হলোঁ। টুপ কৰিলেও তাৰ ধাৰ নষ্ট হ'ল। সেইদিনা যে দাড়িৰ ওপৰত বুৰ্ণিখুৰ কিমান চুচিলোঁ তাক নেদেখা জনেহে জানে। মোৰ অৱস্থা সাংঘাতিক হৈ আহিবলৈ ধৰিলে। যদিও মিচেচ্ বেজবৰুৱাৰ বন্ধন আৰু স্নেহ, বেজবৰুৱা ডাঙৰীয়াৰ আপুৰুগীয়া সঙ্গ আৰু আইদেউসকলৰ সাহচৰ্য্য এৰি আহিবৰ মোৰ অকণো মন নাছিল আৰু যদিও দিনদিয়েক থকা একো নীন গুহলঘেতেন, খুৰেই মোক আহিবলৈ ব্যস্ত কৰি তুলিলে। গুৱাহাটী আৰু কলিকতাত মোৰ জৰুৰী কামৰ সংখ্যা বাঢ়িবলৈ ধৰিলে আৰু বোধকৰো ষষ্ঠ দিনা (৭ মেই হব পাৰে) মই সম্বলপুৰৰ পৰা কলিকতা বুলি যাত্ৰা কৰিলো। শ্ৰীযুক্ত বেজবৰুৱা ডাঙৰীয়া ষ্টেচনলৈ মোৰ লগত আহিছিল। ৰেল এৰাৰ আগতে তেখেতে হাতখন আগবঢ়াই দিলে আৰু আমাৰ সেই নিবিড় স্পৰ্শৰ লগে লগে শ্যামল মাতৃভূমিৰ কথা মনত পৰি ৰৈই বোধকৰো তেখেতৰ দুই চকুৰেদি দুটোপা চকুৰ পানী সৰি পৰিল। ৰেল এৰি দিলে। স্বদেশপ্ৰেমিক দেশৰ কৃতী সন্তানৰ সেই দুটোপা চকুৰ পানী মোৰ হৃদয়ৰ আকাশত আজিও সন্ধিয়াৰ প্ৰথম দুটা নক্ষত্ৰৰ দৰেই স্থন্দৰ আৰু দীপ্তিমান হৈ জ্বলি আছে।

বিধিৰ বিপাকত শ্ৰীযুক্ত বেজবৰুৱা ডাঙৰীয়াৰ লগত তাৰ পিচত ১৯৩২ চনত তেখেতৰ জোঁৱায়েক শ্ৰীযুক্ত ৰোহিণী কুমাৰ বৰুৱা এম. এৰ তাত কেইমিনিটমানলৈ মাত্ৰ দেখা হয়। বয়স যদিও বাঢ়িছে তথাপি তেখেতৰ হৃদয়ৰ আনন্দ আৰু প্ৰেম যেন কমা নাই। ঈশ্বৰে মাতৃভাষা আৰু মাতৃভূমিৰ সেৱাৰ কাৰণে তেখেতক স্বাস্থ্য আৰু দীৰ্ঘজীৱন দিয়ে যেন।

# বেজবৰুৱাৰ জাতীয় কবিতা

## ( বিষয়বস্তু আলোচনা )

৺বিৰিঞ্চিকুমাৰ বৰুৱা

বেজবৰুৱাৰ সকলো ৰচনাতে দেশৰ প্ৰতি তেওঁৰ অকৃত্ৰিম ভাল-পোৱাৰ পৰিচয় ফুটি ওলাইছে। বেজবৰুৱা ভালেদিন বিদেশত আছিল; সেইকে বিৰহানুভূতিয়ে তেওঁৰ প্ৰাণত দেশপ্ৰেম দুগুণে চৰাইছিল। তেওঁৰ মনেকে নেগেছিল, অসমদেশ খনৰ নুকুন পৰা নোৰিছিল। অসমৰ এখ এটা চিত্ৰপট তেওঁৰ জপমালাৰ একো একোটি ৰুদ্ৰাক্ষৰ গুটিহে। এই কাৰণেই ডঃ কাকতিয়ে তেওঁক স্কট কবি বাৰ্ণচৰ লগত ৰিজাইছিল। বাৰ্ণচৰ দৰে বেজবৰুৱাৰ অন্তৰখন অনন্তৰ কাৰণে অসমৰ বস্তুৰ লগত গঁথা আছে।

বেজবৰুৱাৰ সমুদায় সাহিত্যৰ জাতীয় প্ৰেমৰ বিষয়ে আলোচনা নকৰি স্বদেশ সম্পৰ্কে ৰচনা কৰা চাৰিটা সঙ্গীতৰ বিষয়ে আলোচনা কৰাহে আমাৰ উদ্দেশ্য। সেয়ে হৈছে "আমাৰ জন্মভূমি' (১৯০১, আঘোণ), মোৰ দেশ (১৮২০, জেঠ), অসম সঙ্গীত (তাৰিখ নাই) আৰু 'বীণ বৰাগী" (১৯১২, আঘোণ)

সঙ্গীতৰ লগত সুৰৰ অবিচ্ছেদ্য সম্বন্ধ, সুৰেই সঙ্গীতৰ প্ৰাণ। সেই কাৰণেই সঙ্গীত আৰু সাহিত্যৰ মাজত প্ৰভেদ। সুৰ হৈছে ভাবৰ সাম্ৰাজ্য, ই ভাবমূলক; সাহিত্য বিশেষ ভাবে ভাব আৰু চিন্তা ৰাজ্যৰ অৰ্থাৎ ই চিন্তামূলক। চিন্তাৰ কথা প্ৰকাশ কৰিবলৈ সাহিত্যৰ যি প্ৰকৃতিগত ক্ষমতা আছে, সুৰ সঙ্গীতৰ তেনে শক্তি নাই। কিন্তু সাহিত্যই প্ৰকাশ আৰু সঞ্চাৰ কৰিব নোৱাৰা ভালেমান ভাব আৰু অনুভূতি সুৰৰ সহায়ত ফুটি ওলায়। ভাবৰ প্ৰকাশৰ লগত যে সুৰৰ সম্বন্ধ আছে, তাৰ পৰিচয় আমাৰ দৈনন্দিন জীৱনত সদায় পাওঁ। কেতিয়াবা হঠাতে দুখ পালে আমি চিঞৰ মাৰি উঠোঁ; এই চিঞৰৰ লগত এটা সুৰ বন্ধা আছে। চিঞৰৰ সুৰে আমাৰ বেদনাবোৰ বাহিৰত প্ৰকাশ কৰে। এনে ধৰণৰ ভালেমান ভাব মানুহৰ অন্তৰত সদায় উদয় হৈ আহিছে। সাহিত্যৰ ভাষাই এনে ভাবক ৰূপ নিৰূপণ কৰিব নোৱাৰে; ইয়াৰ যথাযথ প্ৰকাশৰ নিমিত্তে আমি সুৰকহে আশ্ৰয় কৰিব লাগিব।

এই নিমিত্তেই পণ্ডিত সকলে পাঁচ প্ৰকাৰ কলাবিদ্যাৰ ভিতৰত সঙ্গীতকেই প্ৰাচীন আৰু সৰ্ব্বশ্ৰেষ্ঠ বুলি অভিহিত কৰিছে।

জপকোটী গুণং ধ্যানং ধ্যানকোটী গুণং লয়ঃ।
লয়কোটী গুণং গানং গানাৎ পৰতৰং নহি ॥

সুৰ-সঙ্গীত কেৱল শ্ৰেষ্ঠ কলাই নহয়, ই আমাৰ ভাব ৰাশিৰ মুক্তি সাধক। ভাব ৰাজ্যলৈ বা অধ্যাত্মসমুদ্ৰলৈ পাৰি দিবলৈ হলে সুৰেই আমাৰ প্ৰধান পাথেয়। সেই কাৰণেই গীৰ্জ্জা, মচ্‌জিদ, নামঘৰ সকলো সঙ্গীতৰ ধ্বনিৰে মুখৰিত। গান-সৰস্বতীয়ে আমাক যি কৈলাস পৰ্ব্বতলৈ নিব, গঙ্গা বা সৰস্বতীয়ে সেই কৈলাসলৈ নিব নোৱাৰে। *
সঙ্গীতৰ ভাষা মুখ্যভাৱে ভাবৰ ভাষা হোৱাত, বেজবৰুৱা দেৱে নিজ অন্তৰ আকাশত উদয় হোৱা দেশ-প্ৰেমৰ ভাব সমূহ সুৰৰ মাজেদিয়েই প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে।

এই সঙ্গীত কেইটিত কথাৰ শৰীৰ সূক্ষ্ম হোৱাত সুৰে মুক্ত আৰু স্বাধীন ভাৱে বিচৰণ কৰিবলৈ সুবিধা পাইছে। এই হেতুকেই বেজবৰুৱাৰ প্ৰত্যেকটো সঙ্গীতত একালে যেনেকৈ অন্তৰৰ তীব্ৰ অনুভূতি প্ৰকাশ পাইছে আন পিনে সেইদৰে অসম দেশৰ সৌন্দৰ্য্যৰ নানা বিচিত্ৰ ছবি প্ৰস্ফুটিত হৈছে।

বেজবৰুৱাৰ সঙ্গীতত যি স্বদেশ প্ৰীতিৰ ভাব প্ৰকাশ হৈছে, সি আজি-কালিৰ Nationalism ৰ ভিতৰত নপৰে; চাৰিঅনীয়া সস্তা পদৰ ওপৰত তাৰ মূল্য নিৰ্ভৰ কৰিব নোৱাৰে। তেখেতৰ দেশ প্ৰেম কোনো ৰাজনৈতিক মতৰ ওপৰত প্ৰতিষ্ঠিত নহয়। দেশ-মাতৃকা আৰু ব্যক্তিৰ মাজৰ স্বতন্ত্ৰ অস্তিত্ব বিলোপ কৰা জাতীয়তাই তেওঁৰ স্পৃহনীয়। এই স্বকীয়া অস্তিত্ব বিলোপ হব কেতিয়া? নিজৰ মাজিত ৰুচিক বিদায় দি দেশৰ ধনী, দৰিদ্ৰ সকলোৰে সুখ-দুখৰ লগত নিজকে যেতিয়া বিলাই দিব পাৰিব, দেশৰ ক্ষুদ্ৰ ধূলি-কণাটিয়েও অতীতৰ স্মৃতি স্বৰূপে আমাৰ মনলৈ হৰ্ষ-বিষাদৰ ভাব আনিব পাৰিব, তেতিয়াহে দেশ মাতৃকাৰ লগত একীভূত হব। দেশৰ লগত বেজবৰুৱাৰ সম্বন্ধ ৰক্তমাংসৰ সম্বন্ধ। তেখেতৰ স্বদেশপ্ৰীতি স্বভাবজাত বৃত্তি। 'আমাৰ জন্মভূমি'ত বেজবৰুৱাই স্বদেশৰ সৌন্দৰ্য্য আৰু সংস্কৃতিৰ বিষয়ে উল্লেখ কৰিছে। ইংৰাজ কবি Felicia D. Hunans ৰ সুপ্ৰসিদ্ধ কবিতা Homes of England নামৰ কবিতাৰ লগত ইয়াক বিচাৰ পাৰি। অসমৰ অফুৰন্ত প্ৰাকৃতিক সৌন্দৰ্য্য ৰাশি অসমীয়াৰ জীৱন যাত্ৰাৰ প্ৰধান সম্বল। অসমীয়াৰ প্ৰিয় আৰু স্পৃহনীয় কুঁহি পোকেৰা, পকাধনিয়া, ঢেকীয়া,

* যথা নয়তি কৈলাসং নগং গান সৰস্বতী।
তথা নয়তি কৈলাসং ন গঙ্গা ন সৰস্বতী ॥

শাকেই অসমীয়া জাতীয় জীৱনক বিদেশীৰ পৰা পৃথক কৰি ৰাখিছে; তামোল-পানৰ বাৰী, লুইত বিহু নাচ, অসম আৰু অসমীয়াৰ জাতীয় জীৱনৰ বৈশিষ্ট্য।

"মোৰ দেশ" গীতত তেখেতে অসমৰ সুধীয়া আৰু সুৰদি মাতৰ বিষয়ে উল্লেখ কৰিছে। জাতিৰ মূল ভাষা। আধুনিক যুগত অসমীয়া, বঙালী, উৰিয়া, আদি ভাৰতৰ বিভিন্ন জাতি সমূহে নিজৰ স্বতন্ত্ৰতা ৰক্ষা কৰি জীয়াই থকাৰ মূলতে হৈছে, নিজৰ স্বকীয় ভাষা। ভাষা মন্দিৰেই জাতীয় সংস্কৃতি আৰু সাধনাৰ উপাসনা ঘৰ। ভাৰতবৰ্ষৰ প্ৰদেশ সমূহ পূৰ্ব্বৰে পৰা জাতি হিচাপে (ৰাষ্ট্ৰ স্বৰূপে নহয়) বিভক্ত; এই বিভক্তিৰ চিন ভাষা। এই হেতুকেই বেজবৰুৱাৰ স্বদেশ বা জন্মভূমি মানে ভাৰত নহয়, তেওঁৰ ওপজা ঠাই "অসমী আই", আৰু সেইকাৰণে তেখেতে গাইছে,— "অ' মোৰ আপোনাৰ দেশ।" ইত্যাদি

বেজবৰুৱাৰ দেশমাতৃকা অসম আপোনাতে আপুনি পৰিপূৰ্ণ হলেও, ভাৰতৰ অন্য প্ৰদেশৰ লগত ইয়াৰ কোনো বিৰোধ নাই, অৰ্থাৎ "অসম সঙ্গীতৰ" কথা আৰু সুৰ বিদ্বেষহীন। বেজবৰুৱাই ই কোনো সুৰক অনুকৰণ কৰি এই গীতটি ৰচনা কৰিছে। গতিকে ইংৰাজী জাতীয় সঙ্গীত God save the king ৰ প্ৰভাৱ ইয়াত কিছু পৰিছে। পৃথিবীৰ প্ৰায়বোৰ জাতিৰে জাতীয় সঙ্গীতৰ ভিতৰত ইংৰাজৰ গীতটিৰ সুৰ কোমল আৰু দ্বেষহীন। ইংৰাজ জাতিয়ে ৰজাক ভাল পায়, তেওঁৰ মঙ্গল কামনা কৰে — এই সঙ্গীত ৰাজ ভক্তিৰ চূড়ান্ত নিদৰ্শন।

বেজবৰুৱায়ো অসম আইৰ ৰূপ নিৰিখি অনুপ্ৰেৰণা বিচাৰিছে। বেজবৰুৱাৰ জাতীয় সঙ্গীতটি কোমল আৰু মধুৰ সুৰৰ নিমিত্তেই অসমীয়া সমাজৰ প্ৰাণ আকৃষ্ট কৰিছে।

দেশ প্ৰেমত বিভোল হৈ থাকিলেও বেজবৰুৱাই দেশ-বাসীৰ প্ৰতি তেওঁৰ কৰ্ত্তব্য পাহৰা নাই। দেশবাসীক পাহৰিলে দেশক ভাল পাব কেনেকৈ? তেখেতে বুজিব পাৰিছে যে সংসাৰৰ নানা ঘাত-প্ৰতিঘাত, দুখ-কষ্টত পৰি অসমীয়া জাতি আত্মবিস্মৃত হৈছে। পৰদেশ আৰু পৰজাতিৰ প্ৰশংসা আৰু বন্দনা গীত শুনি অসমীয়াৰ প্ৰাণ ম্ৰিয়মাণ। মানৰ আক্ৰমণ আৰু মৰ্ষবৰ্ষই অসমীয়া প্ৰজাক দুৰ্বলা আৰু দৰিদ্ৰ কৰি কৰ্ম বিমুখ কৰিছে। সেইহে বেজবৰুৱাই নিজৰ কৰ্মপৰায়ণ জাতিক উদ্দীপনাৰ মন্ত্ৰেৰে জাগ্ৰত আৰু শক্তিশালী কৰিবলৈ চেষ্টা কৰিছে। অসমীয়া জাতিৰ আটাইতকৈ ডাঙৰ দোষ হৈছে সংকোচ আৰু ভীৰুতা। ভয় অবাৰ্থ উন্নতিৰ অন্তৰায়। গতিকে বেজবৰুৱাই 'অসম সঙ্গীত'ত অন্তৰ মন্ত্ৰ উচ্চাৰণ কৰি অসমীয়া জাতিৰ নিৰ্ভীক কৰ্ত্তব্য

নির্দ্দেশ কৰিছে। বুকত শক্তি সঞ্চাৰ হলেই সংগ্ৰামত বিজয় নিশ্চিত। বেজবৰুৱাই "দীণ বৰাগীত" এই অভয় মন্ত্ৰবেই আশ্বাস দিছে।

"শুনা ঐ বৰাগী
আনন্দ কাহিনী
অসমৰ যশ—ৰাশি
হিয়া মোৰ হে'ৰ
বলৰন্ত হওক
পৰাণ উঠক উল্লাসি।

অসমীয়াৰ হিয়া বলৱন্ত কৰিব লাগিব, দেহত নতুন প্ৰাণ সঞ্চাৰ কৰিব লাগিব। চকুত নতুন দীপ্তি দালিব লাগিব, সতেজ আৰু সবল আশাৰে অসমীয়া জাতিক অনুপ্ৰেৰিত কৰিব লাগিব। অসমীয়াৰ প্ৰাণত এই কাৰ্য্যক্ষম শক্তিৰ ভাব সূচনা কৰিবৰ প্ৰধান আলম নিজৰ পূৰ্ব্বপুৰুষ সকলৰ মহিমাময়ী কীৰ্ত্তি কাহিনীৰ কীৰ্ত্তন।

ৰামায়ণত আছে যে বিশাল সমুদ্ৰ পাৰ হৈ সীতাৰ বাতৰি আনিবলৈ যেতিয়া কোনো বান্দৰেই আগবাঢ়ি নাছিল, তেতিয়া বুঢ়া জাম্বৱানে সকলো বানৰৰ আগত মহাবীৰ হনুমানৰ জন্মবৃত্তান্ত আৰু বিজয় কাহিনী বৰ্ণাবলৈ ধৰিলে। নিজৰ কীৰ্ত্তি কাহিনীৰ বৃত্তান্ত শুনি শুনি হনুমানৰ শৰীৰত শক্তিৰ সঞ্চাৰ হ'ল আৰু জাম্বৱানৰ কথা শেষ নৌহওঁতেই তেওঁ সাগৰ লজ্বিবলৈ সাজি-কাচি ওলাল। বেজবৰুৱায়ো আত্মবিস্মৃত অসমীয়া জাতিক নিজ পূৰ্ব্ব গৌৰৱৰ কথা সোঁৱৰাই "অসম সঙ্গীত"ত গাইছে:

"হেৰা অসমীয়া, নোহোৱা দুখীয়া, কিহৰ দুখীয়া হ'বা ?
নিজ নাপাহৰি হৰিক সুঁৱৰি লাগাচোঁন, সুফল পাবা।"

বঙ্কিম চন্দ্ৰৰ দৰে বেজবৰুৱাৰো দৃঢ় বিশ্বাস যে যি জাতিৰ পৰ্ব্ব মাহাত্ম্যৰ ঐতিহাসিক স্মৃতি আছে, তেওঁলোকে মাহাত্ম্য ৰক্ষাৰ চেষ্টা আৰু ইয়াক হেৰুৱালে পুনঃ প্ৰাপ্তিৰ চেষ্টা কৰে। সুৰঞ্জীৰ কীৰ্ত্তিগাঁথা কীৰ্ত্তন কৰাৰ লগে লগে বেজবৰুৱাই এই সঙ্গীতবোৰত বিভুমান সত্যৰ বাণীও প্ৰচাৰ কৰিছে। সূত্ৰ প্ৰৱাণৰ নিমিত্তে উপন্যাসৰ দৰেই মোৰাৰ দৰে এই কথাৰ সত্যতা প্ৰতীয়মান কৰিবলৈ হে তেওঁ সুৰঞ্জীৰ উদাহ উদ্ঘাটন কৰিছে। "যতন কৰিলে সকু বৰ হয়, সুৰঞ্জীৰ হয় পুনৰুত্তিনয়" আদি পুৰণি কথাই তেওঁৰ হাতত নতুন ৰূপ আৰু গীত লৈছে।

বেজবৰুৱাৰ 'অসম সঙ্গীত'ৰ লগত ইটালীৰ শ্ৰেষ্ঠ কবি কাৰ্ডুচিৰ (Carducci)ৰ Ode to the Fountain of Clitumnus নামৰ কবিতাৰ

# বেজবৰুৱাৰ সাহিত্যত চুটি গল্প

( বিশেষত্ব আলোচনা )

৺ ৰোহিণী কান্ত বৰুৱা

নিখুঁত চুটি গল্পৰ চানেকী অসমীয়া সাহিত্যত সিমান নাথাকক, অথচ এই চুটি গল্পই বৰ্ত্তমান যুগৰ সাহিত্যত অতি ওখ ঠাই পাইছে। জীৱনীয়া উপন্যাস আদিৰ নানান সমস্যা নায়ক নায়িকাক লৈ থাকিবলৈ মানুহৰ সময়ৰ নাটনি, আনহাতে সাহিত্যৰ মাজেদি ভাবৰ সোৱাদ লোৱাৰ কাৰণেও মানুহ ব্যগ্ৰ। এই দুটা বিপৰীতৰ মধ্যস্থতা কৰিছে চুটি গল্পই।

চুটি গল্প বুলিলে অসমীয়া কথাৰ মাজতে গল্পটি শেষ হব লাগে বুলি আমি সৰ্ব্বসাধাৰণতে বুজোঁ। কিন্তু চুটি গল্পই বৰ্ত্তমান সাহিত্যত এটি বিশেষ আখ্যা পাইছে আৰু তাৰ বৈশিষ্ট্যৰ সূত্ৰবোৰেৰে পৰীক্ষা কৰি চালে অসমীয়া সাহিত্যৰ বহুতোখিনি গল্পই চুটি গল্পৰ আখ্যা পাব নোৱাৰে। বিষয়বস্তুৰ কেন্দ্ৰীকৰণ, উদ্দেশ্যৰ একমুখীনতা আদিয়েই চুটি গল্পৰ বিশেষত্ব। চুটি গল্পত অনাৱশ্যক আড়ম্বৰ নাই, সমস্যাৰ জটিলতা নাই, আছে গোটেই গল্পটো জুৰি এটি আদৰ্শৰ বিকাশ, এটি ভাবৰ সম্পূৰ্ণ স্ফুৰণ।

এই লিখকৰ লগত বেজবৰুৱাদেৱৰ কথা হওঁতে এদিন কথাই কথাই তেখেতে কৈছিল যে তেখেতৰ সকলো চৰিত্ৰই সজীৱ আৰু তেখেতৰ

---

সাদৃশ্য আছে। কবিয়ে জলদেৱতা Clitumnusক আহ্বান কৰাৰ লগে লগে ইটালীৰ যুৱতী উপাখ্যান, প্ৰাকৃতিক ৰূপ, বৰ্ত্তমান যুগৰ সভ্যতা সকলোৰে বিষয় উল্লেখ কৰিছে। ভাৰ্জ্জিল, হেনিবাল আদি ইটালীৰ বীৰ পুৰুষ আৰু ইটালীৰ জীৱনৰ বৈশিষ্ট্যৰ বিষয়ে এই কাব্য গাঁথাত স্মৰণ কৰিছে। বেজবৰুৱাৰ 'অসম সঙ্গীত' কেৱল বন্দনাৰ স্তুতি গীতেই নহয় ই অসমীয়াৰ যুৱতী, সংস্কৃতি আৰু সাধনাৰ ভাণ্ডাৰ।

প্ৰত্যেক গল্পৰ মূলতে বাস্তৱতাৰ চিন্ আছে। সঁচাকৈয়ে গল্পৰ মূলতে বাস্তৱতাৰ চিন্ আছে। সঁচাকৈয়ে সেই কাৰণেই তেওঁৰ প্ৰত্যেকটি গল্পই আমাৰ মনত ইমান দকৈ সাঁচ বহুৱাব পাৰে। মানুহে সাহিত্য সৃষ্টিৰ আগতে ওচৰ চুবুৰীয়া মানুহক ভালকৈ চিনিব লাগে। মানুহৰ দুখ, মানুহৰ সহানুভূতি স্বভাৱ, কুপ্ৰবৃত্তি সকলোৰে লগত চিনাকি থাকিব লাগে। এইটোৱেই প্ৰত্যেক সাহিত্যিকৰ হ'ব লাগে সাধনা। সাহিত্যক যদি মানুহৰ অন্তৰৰ পৰিকৃষ্ট অভিব্যক্তি বুলি আমি কওঁ তেনেহলে সেই অভিব্যক্তিৰ বিকাশ কৰিব পাৰি অকল মানুহক জানিহে। আমাৰ বহুতেই গল্প লিখোঁ, কবিতা লিখোঁ প্ৰকৃত মানুহৰ লগত সম্পৰ্ক ৰহিত হৈ। সেইকাৰণেই তাৰ আদৰ ইমান কম।

কোনো জাতীয় সাহিত্য গঢ়ি তুলিবলৈ হলে আমাৰ সাহিত্যত জাতীয় চৰিত্ৰ ফুটাই তুলিব লাগিব। অসমৰ গাঁৱে ভুঁয়ে যিমানবোৰ মানুহ আছে তেওঁলোকৰ ভাবৰ সমতা ৰাখি, তেনে চৰিত্ৰ ফুটাই তুলিলেহে লোক-সাহিত্যৰ সৃষ্টি হব পাৰে। আমাৰ দুৰ্দশা যে আমাৰ লিখনিত মুকলি সেউজীয়া পথাৰৰ শ্যামলতা ফুটি নুঠে, আমি বচা কুঞ্জবনত অচিনাকি বাঁহীৰ সুৰ শুনা যায়, অথচ অসমীয়া বনগীতৰ কিণনি তাত নোলায়, ইডেন গাৰ্ডেনৰ মানুহে পতা 'লেকৰ' কথা শুনো, কিন্তু শিৱসাগৰৰ বলয় ভুবিৰ দৰে আওৰি থকা দিখৌ নৈৰ পাৰত শৰৎ সন্ধিয়াৰ কোমলতা তাত জিলিকি নুঠে।

বেজবৰুৱাদেৱৰ প্ৰতিটি গল্পই অসমীয়া। যদিওবা, কিছুমান গল্পৰ ঘটনাখনি, নায়ক নায়িকা বঙ্গলুৱা, তাৰো 'কলম' অসমীয়া মাটিতহে বোৱা হৈছে। সেইকাৰণেই বেজবৰুৱাদেৱৰ গল্প পঢ়িলে কোনোবা অসমীয়া ডেকা, কোনোবা অসমীয়া জীয়াৰীৰ কথা পঢ়া যেনহে লাগে। "আপুনি কলাপাত লবে কি চবে" বুলি আৰম্ভ কৰা গল্পটিত অসমীয়া জাতিৰ কিমানখিনি নিখুঁত কথা, অন্তৰৰ বেদনা সোমাই আছে। সৰু কালতে সেইটো গল্প মই পঢ়িছিলো, কিন্তু এতিয়াও পঢ়িলে তাক আমনি নালাগে। গভীৰ সহানুভূতিৰ এটি কল্ অথবাই গোটেই গল্পটি জিপাই ৰাখিছে। আকৌ ধৰক "ৰতন মুণ্ডা"ৰ বিষাদ কাহিনী। কি সুন্দৰ অথচ কৰুণ ভাবে গল্পটিৰ পৰিসমাপ্তি মানৱ হৃদয়ৰ প্ৰেম প্ৰীতিৰ কি এটি নিখুঁত চিত্ৰ অথচ বিষৰকৰ আহৰণ কিমান সমান্য (অন্ততঃ সামাজিক আভিজাত্যৰ কালেদি)।

"কন্যা" গল্পটোকৈয়ো এটি কবিতা। তাৰ ভাবৰ মাজে সেই সৰু জুবিচিৰ দৰেই স্বচ্ছ, অকলুষ, তাৰ কাৰুণ্যৰ মন্দাকিনী সেই সৰু জুবিটিৰ নীলাবিত জুলৰ দৰে বলোমোলা। মোৰ মনত মন যায় অন্তঃসত্ত্বা, সেই জোৱানীটিয়ে জুবিটিত সৰু সৰু মন খাবৰিবোৰ উটাই দিছ, চাইছে।

অসমীয়া লিখকসকলৰ মতেই কয় যে উপন্যাস আদি লিখিবলৈ অসমীয়া জাতিৰ জীৱন সৰল, তাত "প্লট" বা সমস্যাৰ জটিলতা আদি উপন্যাসৰ সম্ভাৰ যোগাব নোৱাৰি। এইটো কথাই আমাৰ নিজৰ ভাব আৰু সৃষ্টিৰ দৈন্যহে দেখুৱাই দিয়ে। ৰুচ সাহিত্যৰ নিচিনা এটা সবল প্ৰাণৱন্ত সাহিত্য জগতত বিৰল। অথচ ৰুচ জীৱনৰ সহজ সৰল গতিত প্লটৰ আড়ম্বৰ নাই। ৰুচ চহাৰ জীৱনৰ পৰা বুটলি কথা গৰ্কি, চিকভ, গগল আদিৰ সাহিত্যই তেনেহলে ইমান অপৰূপ হৈ উঠিছে কিয়? প্ৰকৃততে, সাহিত্য সৃষ্টিৰ কাৰণে ৰাজ অট্টালিকা, কোটিৰ কুবেৰীৰ ৰূপবিলাসৰ আৱশ্যকতা নাই, লাগে মাথো তীব্ৰ অনুভূতিশীল এটি প্ৰাণ, বাস্তৱ, সাধাৰণ ঘটনা এটিৰ আলম লৈ সপোনৰ মায়া জাল ৰচিব পৰা এটি অন্তৰ্দৃষ্টি। ফৰাচী চুটি গল্প লিখক Alphonse Dandet এ নিচেই সাধাৰণ ঘটনাৰে পৰা সুন্দৰ সুন্দৰ গল্প ৰচনা কৰিব পাৰিছিল। বেজবৰুৱাতো আমি সেই গুণ দেখিবলৈ পাওঁ। বেজবৰুৱাৰ কাপৰ আগত যি কোনো ক্ষুদ্ৰ ঘটনাই সাহিত্যত ৰসৰ যোগান দিব পাৰিছিল। বেজবৰুৱাৰ চুটি গল্পবোৰ পঢ়িলে আৰু এটা কথা আমাৰ মনত খেলায় যে, অসমীয়া লিখকসকলৰ বাবে চুটি গল্পৰ সমল যথেষ্ট আছে। চুটি গল্পৰ কাৰণে অসংখ্য নায়ক নায়িকা, অসংখ্য সমস্যাৰ অৱতাৰণাৰ আৱশ্যক নাই। আমাৰ সচৰাচৰ বিশেষ ঘটি থকা কথা, তাৰে যেই কোনো এটিৰে নিপুণ লিখকৰে একো একোটি চুটি গল্পৰ উপাদান আমাক দিব পাৰে।

এই ভাবে আমাৰ জীৱন কিছুমান সৰু সৰু ঘটনাৰ সৃষ্টি মাথোন। সেই সৰু সৰু ঘটনাবোৰ আমাৰ সুখৰ সোঁৱৰণী বা বিষাদৰ হুমুনিয়াহ। জীৱন আকাশৰ সোঁৱে একো একোটি তৰাৰ থুপি। সেই কথা একোটি ঘটনাৰ আঁৰতে আৰ্টিষ্টৰ চকুত একো একোখনি সুন্দৰ চিত্ৰ ওলাই পৰে। তাৰে আলম লৈয়ে মানৱ হৃদয়ৰ চিৰন্তন দুখ, আশা, উদ্বেগৰ স্বৰূপ ফুটাই তুলিব পাৰে সুসাহিত্যিকে।

এই আগতে কৈ আহিছোঁ বেজবৰুৱাদেৱৰ চৰিত্ৰবোৰ খাঁটি অসমীয়া। কোনোবাই অসমীয়া চৰিত্ৰৰ বৈশিষ্ট্যবোৰলৈ কি চাব খুজিলে এই আঙুলিয়াই দিব বেজবৰুৱা সাহিত্যৰ গল্পবোৰলৈ। এই চৰিত্ৰবোৰৰ ৰচনাই কেৱল অসমীয়া নহয়, তাৰ মাজত সুমুৱা কথোপকথনবোৰো নিখুঁত অসমীয়া সাঁচৰ। বেজবৰুৱাদেৱৰ অসমীয়া চৰিত্ৰৰ যেন এখন ফটোগ্ৰাফহে। তেওঁৰ মনৰ "প্লেট"ত সকলো চৰিত্ৰ, তাৰ সৰ্ব দৈন্য স্বৰূপ কুৰূপ, সকলো সাঁচতে তোলা আছিল। তেওঁৰ লিখনি আছিল তাৰে "ডিভেলাপাৰ"। সেয়েহে আমি অসমীয়া সমাজৰ সকলো সজীৱতা বেজবৰুৱা সাহিত্যত দেখা পাওঁ।

বেজবৰুৱা ডাঙৰীয়া আছিল উগ্ৰ স্বদেশ প্ৰেমিক। তেওঁ অসমীয়া চৰিত্ৰৰ দুৰ্দ্দশাৰ, দৈন্যৰ কথা লেখিছিল ব্যঙ্গৰ মাজেদি। অথচ সেই ব্যঙ্গৰ মাজতে বেদনাৰ অশ্ৰুধাৰা লুকাই আছিল। তেখেতে বিচাৰিছিল ব্যঙ্গৰ সহায়ত অসমীয়া সমাজৰ কলুষতা খিনি আঁতৰাবলৈ, বেজবৰুৱা দেৱৰ বহুতো গল্পত এটা শ্লেষ সোমাই আছে এই কাৰণেই।

বেজবৰুৱা ডাঙৰীয়াৰ সাহিত্য সমালোচনা কৰা এই ক্ষুদ্ৰ প্ৰবন্ধৰ উদ্দেশ্য নহয়। অসমীয়া সাহিত্য যিজন মহাপুৰুষৰ আজীৱনকাল সাধনাৰ ধন আছিল সেই সুপুৰুষৰ স্মৃতিৰ উদ্দেশ কৰিহে এই প্ৰবন্ধৰ পাতনি। অসমীয়া জাতিৰ কাৰণে তেওঁৰ স্মৃতি চিৰদিন উদ্দীপনাৰ থলী হৈ থাকিব। সুদূৰ সম্বলপুৰত বিদেশীৰ মাজতো থাকি যিজনে নিভাঁজ অসমীয়া চিত্ৰ আঁকি থৈ গৈছে, অসমীয়াৰ উন্নতিত যাৰ হাঁহি উপচি পৰে, কান্দোনত চকুলো বাগৰে সেই বেজবৰুৱাদেৱৰ আমাৰ কিমান আপোন, কাপেৰে বৰ্ণনা কৰিব নোৱাৰি। সপোনৰ মায়াজালত দূৰ বিদেশতো জিলিকি উঠা "অসমী আই"ৰ মৰমৰ মুখখনি দেখি তেওঁৰ যুগযুগান্তৰ ধৰি উথলি উঠা হাঁহি, চকুলোৰ কাহিনী যাৰ সুৰদি কাপেদি স্বৰগৰ মন্দাকিনীৰ দৰে বাগৰি পৰিছিল, সেই অমৰ সাহিত্যিকৰ উদ্দেশ্যে এয়ে স্মৃতিৰ তৰ্পণ।

# বেজবৰুৱাৰ ডালিমী

**ৰমাকান্ত বৰকাকতী**

এই মূল চৰিত্ৰবে জিনু আৰু ডালিমী, দুটি নামত দুটি স্বকীয় চৰিত্ৰ। চেক্সপীয়েৰে কৈছে, নামে কি কৰিব পাৰে, গোলাপক যি নামকে দি মাতা তথাপি সি গোলাপ যেনেই গোন্ধাব।

নাগ-বালা কাননৰ এই দুটি নামৰ কোনটি গোলাপ কেনে গোন্ধাইছে সেইটোকে শুণ্ডি চোৱাই এই প্ৰবন্ধৰ মূল উদ্দেশ্য।

ৰাজ্য লোলুপ দুৰাচাৰ, নৰঘাতী লৰাৰজাই অকণ্টকা ৰাজ্য ভোগ কৰিবৰ মতলবেৰে দুৰভিসন্ধি পাতি যেতিয়া আহোম ৰাজ কুঁৱৰবোৰৰ সকলো গোষ্ঠীৰ অঙ্গক্ষত কৰাই অৱশেষত গদাপাণিক ধৰিবলৈ গুপ্তচৰ নিযুক্ত কৰে, তেতিয়া পতিপ্ৰাণা ভাৰ্য্যা জয়মতীৰ জয়দেউ কাকুতিত গদাপাণিয়ে অগত্যা এৰাব নোৱাৰি, বেশছন কৰি নগাপাহাৰলৈ ৰণুৱা গোচাই আনিবৰ কাৰণে পলাই যায়। নগা পাহাৰত অনাই বনাই ফুৰি গদাপাণিয়ে পোন প্ৰথমে যিঘৰ নগাৰ ঘৰত আলহী সোমায়গৈ সেই নগাৰে জীয়াৰী 'জিনু' শ্ৰদ্ধাস্পদ শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱাৰ "জয়মতী কুঁৱৰী" নাটকত আৰু "ডালিমী" শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "জয়মতী" নাটকত। সৰহ ভাগ অসমীয়া পাঠকেই এই দুজন প্ৰসিদ্ধ লিখকৰ দুয়োখন নাটক পঢ়িছে আৰু এখনৰ একাধিকবাৰ ভাওনাও দেখিছে। আমাৰ আজিৰ প্ৰবন্ধত নাটক দুখনৰ পৰস্পৰৰ ভিতৰত তুলনা কৰা অভিপ্ৰায় নহয়; তাৰ বুকুৰ পৰা এই নাগিনী ছোৱালী দুজনী উলিয়াই আনি সিহঁতৰ স্বকীয় ৰেহৰূপ চাবৰহে মন গৈছে। একে আষাৰে কব লাগিলে পদ্মনাথ বৰুৱাৰ জিনু তেনেই Realistic অৰ্থাৎ সৰহ নাগিনী গাভৰু আৰু লক্ষ্মীনাথ বেজ-বৰুৱাৰ ডালিমী Idealistic (ভাবাত্মক) নে Realistic (বাস্তৱ) প্ৰথম দৃষ্টিত ভালকৈ বলিবই নোৱাৰি। ক'লে ইয়াকে কব পাৰি যে ডালিমী ডালিমীয়েই, জীনু নহয়। অৱশ্যে পদ্মনাথ বৰুৱাৰ "জয়মতী" আগেয়ে লিখা আৰু বেজবৰুৱাৰ "জয়মতী" পিছত লিখা। কিন্তু পিছত লিখা হলেও জিনুৰ ছাঁ ডালিমীত পৰা নাই; ডালিমী যেন হঠাৎ চেকি ওলোৱা জিলুনী পোহৰ।

পোহৰত ছুঁ। পৰিব কেনেকৈ ? পদ্মনাথ বৰুৱা "জয়মতী" লিখাৰ আগতে বহুত দিন নগাপাহাৰত আছিল। গতিকে তেওঁৰ জিনু যে তেনেই বাস্তৱৰ হুবহু নাগিনী হব সেইটো স্বাভাৱিক ; কাৰণ প্ৰত্যক্ষ বস্তু যেতিয়া সম্পূৰ্ণৰূপে প্ৰত্যক্ষ হয় তেতিয়া সাধাৰণতে কল্পনাই খেলা কৰিব নোৱাৰে, আন পাকে প্ৰত্যক্ষ বস্তুও অপ্ৰত্যক্ষ হৈ থাকিলে কল্পনাই আপোন মনৰ মাধুৰী সানি লৈ তাক বেছি উজ্জ্বল কৰি দেখে। বেজবৰুৱা নগা পাহাৰত থকা নাই, কেতিয়াবা ফুৰিবলৈ গৈছিল নে নাই কব নোৱাৰোঁ। ; বোধকৰো নাই যোৱা।

আদৰ্শাত্মক আৰু বাস্তৱ, এই কথা দুটা সাধাৰণতে মানুহে অলপ ভুলকৈ বুজে। ভাবে যে আদৰ্শাত্মক হলে বাস্তৱ হব নোৱাৰে। কিন্তু আচলতে এই শব্দ দুটা পৰস্পৰ বিৰুদ্ধ বাক্য নহয়। বাস্তৱতা ৰক্ষা কৰিও আদৰ্শাত্মক আৰু আদৰ্শ ৰক্ষা কৰিও বাস্তৱ হব পাৰে। ভাৰতীয় উচ্চ সাহিত্যৰ গঠনৰ আদৰ্শ যাইকৈ এনে আদৰ্শাত্মক বাস্তৱহে। সংসাৰত নিতৌ ঘটি থকা শাক মাছ খোৱা আদি ঘটনাৰ হুবহু বৰ্ণনাও উচ্চ সাহিত্য নহয় আৰু সংসাৰৰ লগত সমূলি সম্বন্ধ নথকা "গাজাঁখোৰৰ" আকাশ কুসুমো সাহিত্য নহয়। ভাৱাত্মক বা আদৰ্শাত্মক সাহিত্য আৰু বাস্তৱ সাহিত্যৰ দৰে, জাতীয় সাহিত্য আৰু বিশ্ব সাহিত্য লৈয়ো অনেক স্থলত এটা প্ৰবল পাৰ্থক্য দেখা যায় ; অনেকে জাতীয় সাহিত্য আৰু বিশ্ব সাহিত্যকো পৰস্পৰ বিৰুদ্ধ যেন বুলি অনুমান কৰে।

কালিদাস আৰু চেক্সপীয়েৰৰ নাটকবোৰ যেনেকৈ একেবাৰে জাতীয় প্ৰকৃতিৰ পৰিচায়ক আৰু বিশ্বজনীন তেনেকৈ একাধাৰে আদৰ্শাত্মক আৰু বাস্তৱ অৰ্থাৎ ভাৱাত্ম-বাস্তৱ। দ্বিতীয় শ্ৰেণী, তৃতীয় শ্ৰেণীৰ লিখকে নাটকাদি কাব্য সাহিত্যত জাতীয়ত্ব দেখুৱাবলৈ গৈ বিশ্বজনীনত্ব ক্ষুণ্ণ কৰে আৰু বহুতে বিশ্বজনীনতা ঘোষণা কৰিবলৈ গৈ নিজৰ জাতীয়ত্ব হেৰুৱায়, কিন্তু প্ৰবীণ প্ৰথম শ্ৰেণীৰ প্ৰতিভাশালী লিখকৰ লিখনীয়ে বিশ্বজনীনতাৰ অখণ্ড আকাশৰ ছবি আকোঁতে তাৰ গাৰ চন্দ্ৰ, সূৰ্য্য, তৰা, দীঁতিয়ে-কাষৰে লাগি থকা দেশৰ সৰু সুৰা বেখা আৰু পৰ্ব্বত পাহাৰৰ দৃশ্যবোৰো আঁকি যায়। উদাহৰণ স্বৰূপে কালিদাসৰ শকুন্তলা আৰু চেক্সপীয়েৰৰ মিৰাণ্ডা। শকুন্তলা, আৰু মিৰাণ্ডা দুয়োটি চৰিত্ৰই যেনেকৈ একালে বিশ্বজনীন, আনফালে তেনেকৈ জাতীয়ত্বসূচক।

নৰ মাত্ৰেই, নাৰী মাত্ৰেই, ভাৰতীয়েই হওক য়ুৰোপীয়েই হওক, নগৰতেই থাওক বা বাহিৰতেই থাওক, তপোবনতে থাওক বা সাগৰৰ মাজৰ অকলশৰীয়া দ্বীপ এটাতেই থাওক, এদিন যে নব যৌবনৰ বনাইছে কাৰো শৰীৰ আহি তেওঁৰ জীৱন কুঞ্জত প্ৰথম প্ৰণয়ৰ হিল্লোল তুলি দিবই দিব,

ই স্বৰূপ। সেইকাৰণেই উদ্ভিন্ন নৱযৌৱনা শকুন্তলা তপোবনৰ ঋষি কন্যা হয়ো তপোবনৰে অতৰ্কিতা হৰিণীৰ দৰে সহজেই দুষ্মন্তৰ প্ৰণয় শৰত বিদ্ধ হল। নিৰ্জ্জন পালিতা নৱ যৌৱনা মিৰান্দাও সেইকাৰণেই জন্ম প্ৰাণী হী। দ্বীপ এটাৰ মাজতে একেখনি মাথোন যুৱকৰ মুখ কাষিমাওক দেখিয়েই চুম্বকৰ দৰে হঠাৎ আকৃষ্ট হৈ পৰিল।

দুয়োটা চৰিত্ৰতে কেনে জাতীয়ত্বৰ ছাঁ পৰিছে চাওক। শকুন্তলা ভাৰতীয় ঋষিৰ্ কন্যা, তপোবনৰ আধ্যাত্মিকতা ভাৰতবৰ্ষৰ নিজা বস্তু--যেই সেই নিজা বস্তু নহয়, অন্তৰৰো অন্তৰৰ ধন, সৰ্ব্ব সাধনাৰ মূল, সাধনা আধ্যাত্মিক সাধনাৰ স্থল। আকাশ নোহোৱাকৈ যেনেকৈ চন্দ্ৰ-সূৰ্য্যৰ গতি বিধি অসম্ভৱ, তপোবন নোহোৱাকৈ তেনেকৈ শকুন্তলাৰ মাতবোল অসম্ভৱ। তপোবনক বাদ দি শকুন্তলাক চাবই নোৱাৰি। তপোবনক আঁতৰাই ৰাখিলে যে কেৱল নাটকৰ আখ্যানতহে অমিল ঘটিব এনে নহয়, আচল শকুন্তলাই অসম্পূৰ্ণ হৈ ৰব।

মিৰান্দা য়ুৰোপৰ ডিউকৰ জীয়াৰী, সেই কাৰণে আধ্যাত্মিক ভাবৰ তপোবন নহৈ মিৰান্দাৰ বাসস্থান সাগৰৰ মাজৰ এটা দ্বীপ। সেই নিৰ্জ্জন দ্বীপটো নাটকৰ আখ্যান ভাগ বাদ দি চালে, আচল মিৰান্দা চৰিত্ৰ লৈ সিমান আৱশ্যকীয় নহয়। দ্বীপ নহৈ যেই সেই এডোখৰ নিৰ্জ্জন ঠাইতে মিৰান্দাৰ মিৰান্দা চৰিত্ৰ পৰিস্ফুট হব পাৰিলেহেঁতেন।

শকুন্তলা নাটক হলে তেনে নহয়। কালিদাস ভাৰতীয় কবি, ভাৰতবৰ্ষই বহিঃ প্ৰকৃতিক জড় বুলি নাভাবে। ভাৰতৰ আধ্যাত্মিক চকুত উৰণ, বুৰণ, গজন, গমন এই চাৰি মূৰ্ত্তি জীৱ সজীৱ। সেইদেখি কালিদাসে তপোবনক বাহিৰতে পেলাই নথৈ একেবাৰে শকুন্তলাৰ চৰিত্ৰৰ ভিতৰেদি উলিয়াই দিছে। এই খিনিতেই মিৰান্দাৰ লগত শকুন্তলাৰ হৃদয়ৰ চিনাকি পদে পদে; গছে-লতাই মৃগে-হৰিণে গোটেইখন তপোবনৰ গছবোৰেও শকুন্তলাৰ স্নেহ দয়া ভক্তি ভালপোৱাৰ বশিৰে জোনালী। তপোবনৰ গছ কুলবোৰত পানী দিয়াৰ লগে লগে সেইবোৰৰ লগত কি ভাতৃ ভাব! কি শিশু বাৎসল্য! যেতিয়া তপোবন ত্যাগ কৰি পতিগৃহলৈ যাবলগা হল, তেতিয়া তপোবনৰ লতা লতিকা, মৃগ হৰিণা আটাইবোৰলৈকে কি আকৰ্ষণ! কি বেদনা! কবি শ্ৰেষ্ঠ স্যাৰ ৰবীন্দ্ৰনাথ ঠাকুৰে কয়, "বনৰ লগত মানুহৰ বিচ্ছেদ যে ইমান মৰ্ম্মান্তিক সকৰুণ হব পাৰে সেইটো জগতৰ সমস্ত সাহিত্যৰ ভিতৰত কেৱল অভিজ্ঞান শকুন্তলাৰ চতুৰ্থ অঙ্কতহে দেখা যায়।"

আমাৰ আঁচল কথাৰ পৰা বাহিৰে সেখাত অলপ আতৰি পৰিছোঁহি। আকৌ কাষ চপা যাওক। তিনু আৰু তাৰিখী এই চৰিত্ৰ দুটিৰ ভিতৰত

জিনু ওপৰত উনুকিয়াই অহা মতে তেনেই বাস্তৱ। তাই নগা গাভৰু, সেইদেখি তাইৰ নামটোও "জিনু" নগা মাত। কিন্তু তাইৰ জিনু নামৰ বিশেষত্ব নাই, তাইৰ নাম "চিনু" হোৱা হলেও গদাপাণিৰ নিচিনা এজন সুবল সুঠাম, ভৈয়ামৰ ৰাজ কোৱঁৰৰ ৰূপ যৌৱনত তাই স্বাভাৱিকতে মুগ্ধ হল হেঁতেন। যেই সেই এজনী নগা গাভৰুৱেই গদাপাণিক কব পাৰিব "আমি হলে তোকে বাল পায়, এনেই বাল পায়। তোকে হলে আমি মৰম লাগে।" যেই সেই এজনী নগা গাভৰুৱেই কব পাৰিব "আমি হলে অকলে নবহে। তুমি লগতে চালে বাল আছে।" যেই সেই এজনীয়ে প্ৰেম মুগ্ধা সৰলা নগা যুৱতীয়েই গদাপাণিৰ নিচিনা ৰাজকোঁৱৰে এৰি থৈ যোৱাত, বিমোৰ হৈ কব পাৰিব "আক্তিতো অ! হি গলগৈ। আমি হলে পাছত যাব।" ইয়াত বাজেও জিনুৱে এবাৰ গদাপাণিক ৰজাৰ মানুহৰ হাতৰ পৰা যেনেকৈ সৰম্বালে তাকো যেই সেই এজনী ৰূপ-মুগ্ধা নগা নাৰীয়েই সৰুৱাব পাৰিলেহেঁতেন। মুঠতে জিনুৰ চৰিত্ৰত যি সৰলতা কোমলতা আৰু প্ৰেমভাৱৰ সঞ্চাৰ হৈছে, সি যেই সেই এজনী তৰুণী নাগিনীৰ চৰিত্ৰতে সঞ্চাৰ হোৱাটো অসম্ভৱ নহয়। জিনুৰ কথা শুনি, জিনুৰ চৰিত্ৰ দেখি পদ্মনাথ বৰুৱাৰ গদাপাণিয়ে আপোনা আপুনি ভাবিছে—

"আহা, কি সৰল প্ৰাণ আজলী নাগিনী ;
নাজানে কুটিল ভাব নীচ ভৈয়ামৰ।"

কিন্তু ডালিমীৰ 'কাণ্ড কাৰখানা' দেখি লক্ষ্মীনাথ বেজবৰুৱাৰ গদাপাণিয়ে ভাবিছে "প্ৰকৃতিৰ সন্তান নগা-নাগিনীবোৰৰ সৰল মন আৰু সৰল ব্যৱহাৰ দেখিলে প্ৰাণ জুৰাই যায়। উদাৰ প্ৰকৃতিৰ লগত সিহঁত কেনে মিলি যোৱা। মোৰ গৃহস্থ বুঢ়া গাম গামিনীৰ মোৰ প্ৰতি কেনে সৰল ব্যৱহাৰ' আৰু এই ছোৱালীটি ডালিমী, এইটি স্বৰগৰ নে পৃথিৱীৰ? ক'ৰ? মই দেখোন একো তৎ ধৰিব নোৱাৰোঁ। ডালিমী, কচোন তই আকাশত উৰি ফুৰা মইনা চৰাইনে; লুইতৰ জীয়াৰী কোনোবা জলকুৱঁৰী? নাইবা এই পৰ্ব্বতৰ যতবোৰ প্ৰাকৃতিক শোভা সৌন্দৰ্য্য আছে, সোপাই একেলগে ৰূপ ধৰি এইদৰে ফুৰিছে?" বাস্তৱিক পক্ষে, ৰাজকোঁৱৰ গদাপাণিৰ নিচিনা বীৰেন্দ্ৰ পুৰুষলৈ, যি ঐহিকৰ সকলো সুখ সম্পদ আৰু সিংহাসনৰ আশা, আনকি নিজৰ প্ৰাণ আৰু প্ৰাণতকৈও অধিক পতিপ্ৰাণা সতী জয়মতীৰ নিচিনা ভাৰ্য্যা আৰু লাই লেচাই যেন দুটি সোণৰ পুতলা যেন সন্তানক এৰি নগা পৰ্ব্বতৰ বিজন

বাসত দিন নিয়াইছে, জিনুৰ নিচিনা এজনী সাধাৰণ নগা ছোৱালী কিম্বা নগা পৰ্ব্বতৰ বিৰাট জড়প্ৰকৃতি, কষ্টেকৰ নিমিত্তে সুখদায়ক হলেও, সি তেওঁলৈ Bliss of Solitude অৰ্থাৎ নিৰ্জ্জনৰ সম্পদ যোগাটো অসম্ভৱ। ডালিমীৰ নিচিনা এটি আলোক-সম্ভৰা প্ৰতিভাইহে যদি তেনে হৃত-সৰ্ব্বস্ব-প্ৰায় বীৰপুৰুষক কিবা B iss of solitude দান কৰিব পাৰে। আলেক-জেণ্ডাৰ এৰ চেলকাৰ্কে এদিন গভীৰ অৰণ্যবাসত প্ৰকৃতিৰ অবাধিত সৌন্দৰ্য্য সম্পদৰ দুৱাৰ মুখত থিয় দি, তাৰ ভিতৰলৈ সোমাব নোৱাৰি এনেকৈহে কৈছিল "হে নিৰ্জ্জনতা! তোমাৰ মুখত ঋষি মুনি সকলে দেখা পোৱা সেই "মোহিনী" ক'ত্ৰা?" আৰু কৈছিল—"ঈশ্বৰে স্বৰ্গীয় হাতেৰে মানুহক বিতৰণ কৰা সমাজ, বন্ধুতা আৰু ভাল পোৱাৰ সোৱাদ লৈ মোৰ কপৌ চৰাইৰ দৰে পাখি পকা হলে এতিয়াই উৰি গলোঁহেতেন।"

গতিকেই গদাপাণিৰ সেই বিজন বাসৰূপ কাৰাগাৰত ডালিমীৰ নিচিনা নৱদেৱীযেহে দিব্য প্ৰভা আৰু মুক্ত বায়ু সঞ্চাৰ কৰিবৰ উপযুক্ত। এদিন আবেলি নগা পৰ্ব্বতৰ এটা জুৰিৰ পাৰত ডালিমীয়ে কেনেকৈ ঠেকত পেলাই হঁহুৱাইছে চাওক-

"ডালিমী কেচাঁসোণ! তোমাক এই শিলৰ ওপৰত মূৰ মুৱাই বহি থাকিবলৈকে মই লৈ আহিছিলোঁ নে? শিলৰ গোবোজৰ পানীৰ আঁচীত তোমাৰ মুখখন চোৱাঁচোন।

গদাপাণি (উঠি চাই)—চালোঁ, বেছ আছে।

ডালিমী—বেছ নাই, বেয়া আছে। সেইখন মুখত ৰং নাই বেজাৰহে আছে। মোৰ মুখখন চোৱা ইয়াত বেজাৰ নাই ৰংহে আছে। বাৰু কেঁচা সোণ, তুমি তেনেকৈ থাকা কিয়? ঠিক বুজিছোঁ কিবা এটা বেজাৰে তোমাক খুলি খাব লাগিছে। মই এটা গীত গাওঁ শুনা—

পৰ্ব্বতৰ চেকীয়া নিহিৰী পতীয়া<br>
বতাহতে হালে জালে।<br>
ক'লা আকাশত বগে জাক পাতি<br>
উৰা মাৰে কৰবালে॥<br>
পখিলা উৰিলে উৰিব ডালিমী<br>
লগৰে লগৰী পায়।<br>
মনৰে বৌৱাটি ছুটি যেনি যাব<br>
কলৈলো উৰাদিহ নাই॥

গদাপাণি :—বেছ গীত, বেছ গীত ।

ডালিমী :—বেজাৰ গুচিছে নে ?

গদাপাণি—ডালিমী লগত থাকিলে বেজাৰ থাকিব ক'ত ?

ডালিমী—তেনেহলে ডালিমী সদায় তোমাৰ লগত থাকিব ।''

প্ৰেম নে প্ৰতিভাৰ অপৰূপ সন্মিলন ! এটি নিৰক্ষৰা নাগিনী ছোৱালীৰ গাত !!

ডালিমীৰ বয়স এঘাৰ, কৈশোৰ আৰু যৌবনৰ সন্ধিক্ষণত । প্ৰেম কি বস্তু ভালকৈ বুজিবৰ নৌ, কিন্তু হৃদয় নিহিত প্ৰদীপ্ত প্ৰতিভাৰ বলত উমানতে প্ৰেমৰ চূড়ান্ত লীলা পায়গৈ । একালে নিৰক্ষৰা নাগিনী হৈ যেনেকৈ গোটেই জনী প্ৰকৃতি গ্ৰন্থৰ কীট, আনফালে তেনেকৈ সুকৌশল প্ৰেমিকা । যুগ্মভাবৰ পাণিৰ প্ৰণয়ত এটা সন্দেহ সদায় দোদুল্যমান হৈ ওলমি থাকে । এই সন্দেহ সদায় ভঞ্জন কৰিব নোৱাৰিয়েই সৰহ ভাগ প্ৰেমিক প্ৰেমিকাই নিজৰ মনতে গুজৰি গুমৰি প্ৰলাপ বকে ; কিন্তু ডালিমীয়ে অকপটভাবে নিজৰ সন্দেহ ভঞ্জন কৰি প্ৰতিভাৰ চিনাকি দিছে চাওক—

''ডালিমী—কেচাঁ সোণ, কোৱাচোন, এই জুৰিটি কলৈ বৈ গৈছে ?

গদাপাণি—লুইতলৈ ।

ডালিমী—তাত কি কৰিবলৈ ?

গদাপাণি—লুইতৰে সৈতে মিলি যাবলৈ ।

ডালিমী —কেনে মজা ? ( ডাঙৰকৈ হাঁহি ) হিঃ হিঃ হিঃ কেচাঁসোণ, সেয়া কোনে সেই পৰ্ব্বতৰ মাজৰ পৰা মই হহাঁৰ দৰে হাঁহিলে ?

গদাপাণি—প্ৰতিধ্বনিয়ে ।

ডালিমী—প্ৰতিধ্বনি কি ?

গদাপাণি—তোমাৰ হাঁহিটোৱেই পৰ্ব্বতৰ বুকুত ঠেকা খাই উভতি আহিছে ।

ডালিমী—কেচাঁসোণ, তোমাৰ বুকুতো সেইদৰে মোৰ হাঁহি লাগি ঠেকা খায়নে ?

গদাপাণি—খায় ।

ডালিমী—তেন্তে আমি নুশুনো কিয় ?

গদাপাণি —সিমানকৈ শব্দ নুঠে দেখি ।''

প্ৰতিভাৰ স্বাভাৱিক প্ৰশ্ন আৰু প্ৰেমৰ স্বাভাৱিক সৰল উচ্ছ্বাস কেনেকৈ লুইতৰ লগত জুৰি মিলাৰ দৰেই মিলি গৈছে ।

ডালিমী নাগ কুমাৰী, কিন্তু যেই সেই নাগকুমাৰী নহয়। জিলুৰ দৰে তাই ধান খৰলৈ ভুলি নানাকে আৰু জিলুৰ দৰে ভুঁই চাবলৈকো নাযায়। তাই প্ৰকৃতি কুমাৰী; তাই নৈপাৰ পৰ্ব্বতত জন্ম লৈছে বুলি তাই অকল নগাৰ ঘৰতে আৱদ্ধ নহয়। তাই পৰ্ব্বতৰ পৰা ওলাই নৈ হৈ বিশ্ব জগতত কুলু কুলু ধ্বনিৰে লীলা কৰি অনন্ত সাগৰলৈ বৈ যায় খোজে। এদিন পুৱা ১০ মান বজাত ডালিমী কি বেশেৰে গদাপাণিৰে সৈতে আহি পাইছেহি চাওক। ( বাপেক মানাৰা গাবে বৰাছি সাজিছে। মাক গামনীয়ে মণ্ডহ আলু কচু জুইত পুৰিছে। এনেতে ডালিমী আৰু গদাপাণিৰ প্ৰৱেশ।

ডালিমীৰ হোৰাত ফুল, ডিঙিত ফুল, হাতত ফুল আৰু ধেনু-কাঁড়)।

"গামনী—ডালিমী, তোৰ এইখন কি কথানো আৰু? ৰাতিপুৱাই ওলাই গলি, এই বেলি দুপৰ হব লগা হ'ল এতিয়া ওলাইছাহি? পৰৰ আলহীক কুৰাবলৈ কাৰবাৰ কৰিব লাগে, তাতৈ চিন্তা নাই, কিন্তু বলিয়াৰ দৰে ঘুৰি ফুৰিছ।

ডালিমী—তোৰ আলহী দেখোন মোৰ লগতে আছিল; আমি কত কাম কৰিলোঁ; কত চাবি বননিয়ে ফুৰিলো; মোৰ হোৰালৈ মাচাৰ কিয়?

বুঢ়া গাম—তোৰ গুৰাতনো কি জোপা আছে অ'। সেকৰ মানে কৰবাৰ পুনকণ বৰাই আনিছ। বোলোঁ ফুল খাই পেট ভৰাবি নেকি বান্দৰী?

ডালিমী—ফুল খাই মোৰ পেট ভৰে বোপাই, তইঁতৰ নভৰিব পাৰে। মোৰ পেট সৰু, তইঁতৰ ডাঙৰ। পখিলাই ফুলৰ মৌ একণ খাই থাকে— মইয়ো সেইদৰে থাকিব পাৰোঁ। মই চাকৈৰে আজি মইয়ো পখিলা এটাৰ পাছে পাছে গৈ, সি যি ফুলতে পৰি মৌ খাইছিল, মইয়ো সেই ফুলকে চুপি মৌ খাইছিলো, কেঁচাসোৰে দেখিছে নহয়।"

মানৱ সন্তানৰ এনে প্ৰকৃতি সন্তান হবৰ আকাংক্ষা আগ্ৰহ প্ৰকৃতিৰ ৰাজ্য নগা পৰ্ব্বতৰ নিচিনা ঠাইতহে কল্পনা কৰাটো সত্য কল্পনা।

ডালিমী বিশ্ব ভাৱাপন্ন। তাই দেখিছে এই বিৰাট বিশ্বৰ মাজত ডাঙৰ সৰু কেও নাই। সকলোৱেই ডাঙৰ, ডাঙৰেই সৰু। তাই মাখোন নিজৰ চিৰ নবীন হৃদয়েৰে এইটোহে উপলব্ধি কৰিছে যে অনাদি অনন্ত কৌতুকময়ীৰ বিশ্ব ৰচনা, সদায় ধামালিখেলা, নবাৰ কেৰালি; ই চিৰ নতুন। বিশ্ব সংসাৰত পুৰণি বা বৃদ্ধ বুলি কোনেও গৌৰব কৰিব নোৱাৰে। সকলো "কালিৰ ছোৱাল" নাইবা সকলো চিৰ শিশু। সেইদিনাৰ এটা ঘটনাৰ কথা ডালিমীয়ে মাকক কৈছিল "আই, আজি বৰ ধেমালি হৈছিল, এজোপা তৰ গছ, ফুলেৰে ভৰি আছিল। মই চুটি, চুকি নাপাওঁ দেখি কেচাসোৰে কাষ পাতি দি মোক

তেওঁৰ কান্ধত উঠি ফুল পাৰিবলৈ কলে। মই পদ্ম পোৱালিটিয়ে জপিয়াদি জপিয়াই তেওঁৰ কান্ধত উঠি থিয় হৈ, ডালৰ ফুল সোপা-সোপে পাৰিলো। চা এইবোৰ হোৰাতে এহোৰাকৈ আনিছো।

গামনী—ডালিমী তই ইমানজনী ছোৱালী, তোৰ কেঁচাসোণৰ কান্ধতনো উঠিব পাৰনে? অ' গোসাই! অ' মোৰ দেও। এই অহৌ বলিয়া ছোৱালী জনীক নো মই কি কৰো?

ডালিমী—কোনে কলে মই ইমানজনী ছোৱালী বুলি? মই এতেকনিমান পখিলাটি যেন নহওঁনে বাৰু কেচাসোণ। মোৰ কেচাসোণ ইমান ডাঙৰ চা। মই কেচাসোণৰ কাষত থিয় হলে অকণি মান হৈ পৰিম। (গদাপাণিৰ কাষত ডালিমী থিয় দিয়ে।)

মানামা—(হাঁহি) হেৰ ডালিমীৰ মাক, এইজনীৰ কেইবছৰ বয়স হল অ' কব পাৰনে? মোৰ দেখোন লেকত কিবা বুলকণ হৈ যায়। (গদাপাণিলৈ চাই) মই লেক্ পেক্ কৰিব নোৱাৰো। হেইবোৰ তোৰ মিতিনীয়েহে পাৰে।

গামনী—আৰুতেওজ বেলি এনে দিনতে ডালিমীৰ বয়স ন বছৰ হৈ আৰু এবছৰ হৈছিল; এতিয়া কিমান হল, ডালিমীৰ কেচাহোনে লেক কৰি কওক।

গদাপাণি—(হাঁহি) এঘাৰ বছৰ হল।

গা— " " "

ডালিমী—কেচাসোণ, মোক কোৱাচোন, আমাৰ ঘৰৰ কাষেদি বৈ যোৱা জুৰিটিৰ বয়স কিমান হল?

গদাপাণি—কেনেকৈ কম?

ডালিমী—বাৰু এইটো কোৱা, এঘাৰ বছৰতকৈ কম নে বেচি?

গদাপাণি—এঘাৰ বছৰ কি, কত এঘাৰ বছৰ, কত শ বছৰ বৈ গৈছে তাৰ ঠিক কি?

ডালিমী—তেনেহলে জুৰিটি মোতকৈ বয়সত বহুত ডাঙৰ।

গদাপাণি—নিশ্চয়।

ডালিমী—জুৰিটিয়ে দেখোন নিতৌ ডেওপাৰি ডাঙৰ শিলৰ কান্ধত উঠি নাচি যাব লাগিছে, মইহে নাপাৰ।"

কেইজনী নগা ছোৱালীয়ে চকুৰ আগৰ প্ৰকৃতি গ্ৰন্থৰ পাত ইমান মনোযোগেৰে জুটিয়াব পাৰে? নগা ছোৱালীয়ে হে নালাগে কেইজনী নগৰৰ শিক্ষিতা ৰমণীয়ে ইমান মৰ্ম্মস্পৰ্শী অথচ গভীৰ যুক্তিসিদ্ধ কথাৰে নিজৰ হৃদয়াবেগ সমৰ্থন কৰিব পাৰে? প্ৰকৃতিৰ কবি Wordsworth এ জুৰিতো.

এক অংশ সন্থত মানুহৰ ভিতৰত মিলন-আশাহীন দুৰ্ব্বোৰ খেমখা দেখি দুখ কৰি গাইছিল--

প্ৰকৃতিৰ সৌন্দৰ্য্যই যদি মানৱাত্মাক একোটি প্ৰাণৰ জৰিয়তেই বান্ধি থৈছে আৰু মোৰ এই বিশ্বাস যদি স্বৰ্গ প্ৰেৰিত হয়, তেন্তে মানুহক মানুহে যি কৰিছে এইটো লৈ মোৰ বিলাপ কৰিবৰ কাৰণ নাইনে ?

ডালিমীয়েও এই চিৰ আনন্দ-শোক পৰম পিতাৰ বিশ্ব ৰচনাত মানুহে পৰস্পৰ হিংসা খিয়াল আৰু অনৰ্থক দুখ বেজাৰ কৰি থকাটো সহিব নোৱাৰে। এদিন গদাপাণিৰ আগত নাকক সুধিছে—আই পখিলা কানে চজিলে ?

গামনী—গোঁখায়ে ।

ডালিমী—মোক ?

গামনী —তোকো গোঁখায়ে ।

ডালিমী—কেঁচা সোণক ?

গামনী—কেঁচা সোণকো গোঁখায়ে চজিলে ।

ডালিমী—তেন্তে পখিলাই যেখান বগুত উৰি ফুৰে, মইো তেনেকৈ পখিলাৰ পাছে পাছে উৰি ফুৰোঁ। কিন্তু মোৰ কেঁচাসোণে কেঁচাসোণা গ' কৰিলেও, খিতাতে আকৌ মুখখন ওলোমাই বহি থাকে কিয় ?

গাম—ডাঙৰ হলে মানুহৰ দুখ বেজাৰ মনতে আছে। তই হকা হেই দেখি হাঁহি পুৰ, তোৰ বেজাৰ নাই

ডালিমী—ডাঙৰ হলে যদি মনতে দুখ বেজাৰ আহে তেন্তে মই কেতিয়াও ডাঙৰ নহওঁ।

তেনে ডাঙৰ ডালিমীক ঈশ্বৰে কৰিবই বা কিয় ? আচল ডাঙৰ মানুহতো অশোক—অশোক ঋষিৰ দৃষ্টিত। সাধাৰণৰ এই দুখ তাপ জৰ্জ্জৰিত জগত সংসাৰ যে পৰমেশ্বৰৰ আনন্দ "আনন্দ ৰূপমমৃত' যদ্বিভাতি।" সেই দেখিয়েই বিশ্বমাতৃৰ বুকুৰ ধন ডালিমীৰ গীত—

ন'ৰা বুঢ়া কাক কয়
ডালিমী নুবুজে তাক ।
পৰ্ব্বতে হাঁহে, নৈয়ে নাচে
উৰিছে পখিলা জাক ॥
পুৰণি আকাশ ফুলাৰ জৰাৰে
ন'ৰাতকৈও নৰা ।
পুৰণি পৃথিৱী কুটুকী কুলেৰে
আতোকৈয়ো যে চৰা ॥

অনেক কলীয়া নাহৰ জোপাই
পেলাই কোমল কলি ।
কোটি কলীয়া মেঘৰ লগত
বিজুলী থাকে উমলি ।।

ডালিমীয়ে এই বিশ্বভৰা সৌন্দৰ্য্যৰ কোলাত সদায় হালি জালি ফুৰে বুলি তাই যে মানৱ বিৰাগী এনে নহয়। "দেৱতুল্য মানৱ বদন"ৰ সুধা পান কৰিবৰ শক্তি ডালিমীৰ পক্ষেই হে সত্য শক্তি। সাধাৰণ যুৱক যুৱতীৰ দৰে ৰূপজ মোহৰ চাকনৈয়াত পৰি তলং ভটং কৰি ৰূপৰ সাগৰ এই বিশ্বৰূপলৈ ডালিমীয়ে পাহৰা নাই। ডালিমীয়ে গদাপাণিক ভাল পায়, কিন্তু গোটেই বিশ্ব প্ৰকৃতিৰ মাজত বহুৱাই লৈহে, অকলৈ নহয়। ডালিমীক, গদাপাণিক হৃদয়ৰ ভূষণ কৰি লবলৈ লাগে, কিন্তু অকল তাইৰ হৃদয়ৰে ভূষণ নহয়, তাইৰ চিৰধাত্ৰী প্ৰকৃতি মাতৃৰ গাৰো, গদাপাণি অলঙ্কাৰ হলেহে তাইৰ বুকু জুৰাব। সেই দেখিযেই এদিন ডালিমীয়ে গদাপাণিক অলপ বিহ্বল ভাৱে কৈছে :

"হায়! কেঁচাসোণ, তুমি আমাক এৰি কলৈকো নাযাবা দেই। ভৈয়ামত তোমাৰ কোনোবা আছে হবলা, সেইদেখি তালৈকে তুমি বেজাৰ কৰি থাকা ; তোমাৰ কোন আছে কেঁচা সোণ ? চোৱাচোন এই পৰ্ব্বতখন কেনে শুৱনি। ইমানবোৰ জন্তু, এনে সুন্দৰ জুৰি, তোমাৰ ভৈয়ামত নাই। ইয়াৰ সকলোকে সকলোৰে সন্নিধান দিয়ে, মাত বোলা কৰে, সকলোৰে সকলোৰ দুখ পতিয়ায়। চোৱা, মই হাঁহিলে পৰ্ব্বতেও হাঁহে, ফুল, টিলা, চৰাই, গছ সকলোবোৰে মোৰে সৈতে সুখ দুখৰ কথা পাতে ; সকলোবোৰে জীৱ আছে, মৰম চেনেহ আছে। নহয় নে বাৰু ? তুমি ইয়াত আৰু দিনচেৰেক থাকিলে তোমাৰে সৈতেও সিহঁতে মোৰ দৰে কথা বাৰ্ত্তা কব ; এতিয়া তুমি অচিনাকি হৈ আছা দেখি তোমাৰ মাত সিহঁতে ভালকৈ নুবুজে। মোৰ সৈতে আৰু দিনচেৰেক ঘূৰি ফুৰি সিহঁতৰ সৈতে ভালকৈ চিনাকি হলে দেখিবা, সিহঁতে তোমাক বুকুৰ পৰা এৰিবকে নিদিয়ে, তুমিও সিহঁতক এৰিব নোৱাৰা। (গদাপাণিৰ হাতত ধৰি) কেঁচা সোণ, তুমি মোক কোৱা আৰু তুমি আমাক এৰি নোযোৱা বুলি। মোৰ কেতিয়াবা কেতিয়াবা বৰ ভয় লাগে, কেনেবাকৈ তুমি আমাক এৰি গুচি যোৱা বুলি। কিন্তু কেঁচা-সোণ, নিশ্চয় জানিবা, তুমি গুচি গলে ডালিমী আৰু ইয়াত নাথাকে। এই জুৰিৰ পানীৰে সৈতে ডালিমী কৰবালৈ গুচি যাব"। কথাই কথাই কি প্ৰকৃতি ভাবাপন্ন! কি প্ৰকৃতি প্ৰণয়!

সাৰৰণিত কওঁ যে ডালিমী তেনে বাস্তৱও নহয়, আদৰ্শাত্মকো নহয়; ডালিমী সচাঁকৈয়ে আদৰ্শাত্মক বাস্তৱ চৰিত্ৰ। শামুকৰ পেটত যদি মাণিক থাকিব পাৰে, সাপৰ মূৰত যদি মণি থাকিব পাৰে, মেঘৰ মাজত যদি বিজুলী লুকাব পাৰে, তেন্তে অসভ্য নিৰক্ষৰ নগাৰ ঘৰত ডালিমী থাকিব নোৱাৰিব কিয়? অৱশ্যে জিনুৰ নিচিনা গাভৰু নগাৰ ঘৰে ঘৰে থাকিব পাৰে, জিনু সাধাৰণ যুৱতী। কিন্তু ডালিমী ঈশ্বৰৰ শাওপাততেই হওক বা আশীৰ্ব্বাদতেই হওক, মানামা বুঢ়া গাৱৰ ঘৰতেইহে যি। ডালিমী বিশেষ বালিকা, ডালিমী একালে যেনেকৈ কৈশোৰ আৰু যৌৱনৰ মাজতে "ন যযৌ ন তস্থৌ", আন কালে তেনেকৈ স্বৰ্গ মৰ্ত্তৰ সন্ধি স্থলতে শোভাৰ টো। জিনু চৰিত্ৰত লিখকৰ বৰ্ণনা শক্তিৰ চিনাকি। ডালিমী চৰিত্ৰত চিন্তা শক্তি আৰু উদ্ভাবিকা শক্তিৰ পৰিচয়। জিনু চৰিত্ৰৰ চিত্ৰ যেই সেই দেশৰ লিখকৰ লিখনীত অঙ্কিত হোৱা সম্ভৱ, ডালিমীৰ চিত্ৰ কেৱল আধ্যাত্মিক ভাৰতবৰ্ষীয় লিখকৰ লিখনীৰহে বিশেষ গৌৰৱ।

# "সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা"

## ( চমু জীৱনী )

১৮৬৮ চনৰ ১৪ নৱেম্বৰত অসমৰ প্ৰখ্যাত বেজবৰুৱা পৰিয়ালত স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাদেৱে জন্ম গ্ৰহণ কৰে। সেই দিনটো আছিল ১৭৯০ শকাব্দৰ কাৰ্ত্তিক মাহৰ লক্ষ্মীপূৰ্ণিমাৰ তিথি, সেই কাৰণেই তেওঁৰ নাম থোৱা হৈছিল 'লক্ষ্মীনাথ'।

তেওঁৰ পিতৃ তেতিয়াৰ মুনচপ ৺দীননাথ বেজবৰুৱাদেৱৰ নগাওঁৰ পৰা বদলি হৈ সপৰিয়ালে নৰপেটাৰৈ ব্ৰহ্মপুত্ৰেৰে নাৱত যাওঁতে আহঁতগুৰি নামে ঠাইত নাৱৰীয়া পৰিয়ালবৰ্গেৰে সৈতে নিশা জিৰণি লৈছিল। পত্নী ঠানেশ্বৰী দেৱী নাৱতে ৰন্ধা-বঢ়া কামত ব্যস্ত থকা সময়তে মহাবাহু ব্ৰহ্মপুত্ৰৰ কোলাত লক্ষ্মীনাথৰ জন্ম হয়। পিতৃ-মাতৃৰ তেৰটি পুত্ৰ আৰু ছজনী কন্যাৰ ভিতৰত লক্ষ্মীনাথ আছিল পঞ্চম সন্তান।

লক্ষীমপুৰতে তেওঁ পোনপ্ৰথমে পঢ়াশালিলৈ যাবলৈ আৰম্ভ কৰে। পিচত তেওঁক শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ত নাম ভৰ্ত্তি কৰাই দিয়ে।

১৮৮৬ চনত তেওঁ শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ৰ পৰা এণ্ট্ৰেঞ্চ পৰীক্ষা পাচ কৰে।

তাৰ পিচত উচ্চ শিক্ষা লাভৰ বাবে তেওঁ কলিকতালৈ যায়। ১৮৮৮ চনত কলিকতা চিটি কলেজৰ পৰা এফ. এ আৰু ১৮৯০ চনত এচেম্ব্লি কলেজৰ পৰা বি. এ. পাচ কৰে।

১৮৯১ চনৰ ১১ মাচৰ দিনাখন কলিকতাৰ প্ৰখ্যাত ঠাকুৰ পৰিয়ালৰ স্বৰ্গীয় হেমেন্দ্ৰনাথ ঠাকুৰৰ (এখেত মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ তৃতীয় পুত্ৰ আৰু কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ তৃতীয় জ্যেষ্ঠ ভাতৃ) কন্যা প্ৰজ্ঞাসুন্দৰী দেৱীক বিয়া কৰায়।

১৮৮৮ চনত অসমীয়া সাহিত্যৰ ইতিহাসত 'ত্ৰিমূৰ্ত্তি' নামে খ্যাত হোৱা বেজবৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু কবি চন্দ্ৰকুমাৰ আগৰৱালাই অ: ভা: উ: সা: সভা প্ৰতিষ্ঠা কৰে। একে সময়তে জোনাকী নামৰ আলোচনী কাকত এখনো উলিয়ায়। এই আলোচনীখনেই অসমীয়া সাহিত্য জগতলৈ ৰোমাণ্টিক (নৱন্যাস) ভাৱধাৰা বোৱাই আনে। তৃতীয় আৰু চতুৰ্থ বছৰত বেজবৰুৱা এই আলোচনীৰ সম্পাদক আছিল।

১৯১০ চনত বেজবৰুৱাই নিজেও 'বাঁহী' নামৰ মাহেকীয়া কাকত এখন সম্পাদনা কৰি উলিয়াইছিল। সোতৰ বছৰ কাল জুৰি এইখন কাকতে অসমীয়া সাহিত্যলৈ আপুৰুগীয়া অৰিহণা আগ বঢ়ায়।

১৮৯৯ চনত অসমৰ বিখ্যাত ব্যৱসায়ী ভোলানাথ বৰুৱাৰ লগত লগলাগি তেওঁ কাঠ বহাানিৰ ব্যৱসায় আৰম্ভ কৰে। ব্যৱসায়ে তেওঁক কলিকতাৰ পৰা উৰিষ্যাৰ সম্বলপুৰলৈ যাবলৈ বাধ্য কৰাইছিল। এই সময়ছোৱা তেওঁ হাওৰাৰ অবৈতনিক দণ্ডাধিকাৰী আৰু সম্বলপুৰ পৌৰ সভাৰ সভা আছিল।

১৯২১ চনত গুৱাহাটীত বহা সদৌ অসম ছাত্ৰ সন্মিলনৰ তেওঁ সভাপতি আছিল।

১৯২৪ চনত গুৱাহাটীত অনুষ্ঠিত "অসম সাহিত্য সভা"ৰ সপ্তম বাৰ্ষিক অধিবেশনতো তেওঁ সভাপতিত্ব কৰিছিল।

হাস্য ৰসাত্মক ৰচনাৱলীৰ বাবে ১৯২১ চনত বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰা হয়।

১৯৩১ চনত তেওঁ বৰোদাৰ মহাৰাজ গাইকোৱাৰৰ আমন্ত্ৰণ ক্ৰমে বৰোদালৈ যায় আৰু তাত বৈষ্ণৱ ধৰ্মৰ এলানি বক্তৃতা দিয়ে।

১৯৩৭ চনৰ ২৩ আগষ্ট তাৰিখে তেওঁ ভগ্ন স্বাস্থ্য লৈ চেনেহী দেশ অসমলৈ উভতি আহে। জীৱনৰ শেষ কালছোৱা ডিব্ৰুগড়ত তেওঁৰ কন্যা শ্ৰীমতী ৰত্না বৰুৱা আৰু জোঁৱায়েক অসমৰ নামজলা চাহ খেতিয়ক ৰোহিণী বৰুৱাৰ লগত কটায়।

১৯৩৮ চনৰ ২৬ মাৰ্চত তেওঁ শেষ নিশ্বাস ত্যাগ কৰে।

## বেজবৰুৱাৰ ৰচনাৱলি

কবিতা : কদমকলি।
নাট : লিতিকাই, পাচনি, নোমল, চিকৰপতি নিকৰপতি, জয়মতী কুঁৱৰী, বেলিমাৰ, চক্ৰধ্বজ সিংহ, গদাধৰ ৰজা।
উপন্যাস : পদুম কুঁৱৰী।
গল্প : সুৰভি, সাধুকথাৰ কুকি, জোনবিৰি, কেহোকলি।
সাধুকথা : ককাদেউতা আৰু নাতিলৰা, বুঢ়ীআইৰ সাধু, জুনুকা।
হাস্যৰস : কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, কৃপাবৰ বৰুৱাৰ ওভতনি, বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি, বৰবৰুৱাৰ বুলনি।
জীৱনী : মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ, শ্ৰীশ্ৰীশঙ্কৰদেৱ, তত্ত্বকথা

দীননাথ বেজবৰুৱাৰ জীৱনী, বেজবৰুৱাৰ বংশাৱলী, মোৰ জীৱন সোঁৱৰণ ।

সমালোচনা মূলক আৰু অন্যান্য ৰচনা : তত্ত্বকথা, শ্ৰীভগৱৎ কথা, ৰাখৰ, কামত কৃতিত্ব লভিবৰ সংকেত, সভাপতিৰ অভিভাষণ, ভাৰতবৰ্ষৰ বুৰঞ্জী, হাঁহি খেমালি, শ্ৰীকৃষ্ণ কথা, অসমীয়া ভাষা আৰু সাহিত্য, পত্ৰলেখা, দিনলেখা, চিত্ৰলেখা ।

"অ' মোৰ আপোনাৰ দেশ" বিখ্যাত গীতটি আগতে জাতীয় সঙ্গীত হিচাবে ব্যৱহাৰ কৰা হৈছিল। এতিয়া অসমত এই গীত "অসম সঙ্গীত" ৰূপেহে ব্যৱহাৰ কৰা হয়।

## শুধৰণী

আহি কাকত চোৱাৰ বিজুতিত কিছুমান্ ভুল বৈ যোৱাত তলত কিছুমানৰ শুধৰণী দিয়া হ'ল। সহৃদয় পাঠক-পাঠিকাসকলে শুধৰাই পঢ়ে যেন।

| পৃষ্ঠা সংখ্যা | ছপা হৈছে | ছপা হব লাগে |
|---|---|---|
| ২ | অদ্ভূত | অদ্ভুত |
| | ডাঙৰিয়াই | ডাঙৰীয়াই |
| ৪ | সূর্য ঞাঁ | সূর্য্য তুঞা |
| ৫ | মুহূর্ত্তত | মুহূর্ত্তত |
| | দে খ | দেখি |
| | লকাই | লুকাই |
| | প ৰবেশত | পৰিবেশত |
| ১৪ | তথা গধুৰ | তথাগধুৰ |
| ১৮ | অনসৰিয়েই | অনুসৰিয়েই |
| ২৫ | তলিছে | তুলিছে |
| | পনৰ | পুনৰ |
| ২৭ | ৰৰপোৰত | ৰৰপেৰাত |
| ২৮ | লগৰীয়া ক | লগৰীয়া কৰি । |
| | প্রি াত্র | প্রিয়পাত্র |
| | ব্রাহ্মণ | ব্রাহ্ম |
| | ছোৱাৰী ৰয়া | ছোৱালী বিয়া |
| ২৯ | চিনাকী | চিনাকি |
| | সঙ্গীতৰ | সঙ্গীতেৰে |
| ৩০ | বন্যবান | বুলাবান |
| ৩১ | নৱাৰ | দুৱাৰ |
| ৩৩ | ভাষ | ভাষাত |
| ৩৪ | খৰ তজ্জনা | খুৰ তৰ্জ্জনা |
| ৩৭ | নতৰা | নতুবা |
| ৩৯ | ইবেক্ত্রি | ইলেক্ট্রিক |
| | চাভোণ্টছুৰ | চাৰ্জ্জ শিটৰ |
| ৪৯ | বুটিছ | ব্রিটিশ |
| ৬২ | পৰ্ণবৰুণীয়ে | পৰ্ণবৰুণীয়ে |

